# অসমীয়া ভাষাৰ উদ্ভৱ সমৃদ্ধি আৰু বিকাশ

ড° উপেন্দ্ৰনাথ গোস্বামী

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক





বৰুৱা এজেন্সি

গুৱাহাটী-১

**Asamiya Bhashar Udbhav-Samriddhi Aru Vikash :**

**The book dealing with the origin, growth and development of the Assamese Language is written by Dr Upendranath Goswami, formerly Professor and Head of the Deptt of Assamese, Gauhati University and published by Sri Mridul Chandra Barua, Barua Agency, Guwahati-1 in the year 1971 Second revised edition in 1994 Reprint 2000 (August) Price : Rs Eighty Only.**

প্ৰকাশক

শ্ৰীমৃদুল চন্দ্ৰ বৰুৱা

**বৰুৱা এজেন্সি**

দীঘলী পুখুৰী পাৰ

গুৱাহাটী ১

বেটুপাত : পাণ্ডুনাথ মন্দিৰৰ ভাস্কৰ্যৰ আধাৰত

শ্ৰীপ্ৰদ্যোৎ চক্ৰৱৰ্তীৰ দ্বাৰা অঙ্কিত।

প্ৰথম প্ৰকাশ : ১৯৭১ চন

দ্বিতীয় প্ৰকাশ : ১৯৯৪ চন

পুনৰ মুদ্ৰণ : ২০০০ চন

মূল্য : ৮০ ০০

মুদ্ৰক :

প্ৰেৰক প্ৰিণ্টিং প্ৰেছ

দীঘলী পুখুৰী পাৰ

গুৱাহাটী-১

# বিষয়-সূচী

পৃষ্ঠা

# আগ-কথা

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰাৰ (১৯৮৫) কিছুদিন আগতে "ভাৰতীয় গ্ৰন্থকাৰৰ দ্বাৰা বিশ্ববিদ্যালয় পৰ্যায়ৰ গ্ৰন্থ-ৰচনা"ৰ আঁচনি অনুসৰি অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি, আৰু বিকাশ' নামৰ পুথিখনৰ পৰিকল্পনাৰে সৈতে বিশ্ববিদ্যালয় অনুদান-আয়োগৰ ওচৰত আবেদন কৰোঁ। কেইমাহমানৰ ভিতৰতে অনুদান-আয়োগে মোৰ পুথি-ৰচনাৰ আঁচনি গ্ৰহণ কৰি দুবছৰৰ সময়-সীমাৰ ভিতৰত পুথিখন লেখি দাখিল কৰিবলৈ নিৰ্দেশ দিয়ে। অনুদান আয়োগৰ নিৰ্দেশ অনুসৰি ততালিকে পুথিখনৰ প্ৰণয়নত মনোনিৱেশ কৰোঁ। অসমীয়া ভাষা সম্পৰ্কে বহুখিনি কথা ইয়াৰ পূৰ্বেও চিন্তা কৰা হৈছিল। সেইবোৰ প্ৰবন্ধ-পাতি-হিচাপে আৰু পুথিহিচাপেও প্ৰকাশ হৈ ওলাইছিল। সেই আটাইবোৰ কথাক এটা শৃঙ্খলাবদ্ধ ৰূপ দিবলৈ যত্ন কৰা হয় তাৰ বাবে বহুতো নতুন তথ্য পাতি সংগ্ৰহ কৰা হয় আৰু আগৰবোৰবো সংশোধন কৰা হয়। এইদৰে প্ৰভু খৃষ্টৰ পৰা বৰ্তমানৰ সময়লৈকে এই বিস্তৃত সময়ছোৱাত অসমীয়া ভাষাটোৰ ইতিহাসৰ পৰিচয় পুথিখনত দিয়া হৈছে। নিৰ্ধাৰিত সময়ৰ ভিতৰত পুথিখন লেখি উলিয়াবলগীয়া হোৱাত বহু কথা সংক্ষেপতে লেখিবলগীয়া হৈছে। অসমীয়া ভাষাৰ জন্ম আৰু বিকাশ সম্পৰ্কে পূৰ্ববৰ্তী পণ্ডিতসকলৰ চিন্তা-চৰ্চাক শ্ৰদ্ধা সহকাৰে বিচাৰি চাই সেইবোৰৰ আৱশ্যকীয় অংশক পুথিখনত স্থান দিয়া হৈছে। পুথিখন ৰচনা কৰোঁতে বিভিন্ন যুগৰ ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ প্ৰতিও ধ্যান ৰখা হৈছে।

অসমীয়া ভাষাৰ যুগ-বিভাগ কৰোঁতে ভিন ভিন শতিকাত ভাষাটোৰ ক্ৰমবিকাশৰ ধাৰা অনুযায়ী কৰা হৈছে। অসমীয়া ভাষাৰ অপভ্ৰংশ ভাষাৰে সৈতে সম্পৰ্ক, কামৰূপী প্ৰাকৃত, চৰ্যা পদ আৰু শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা আৰু অসমীয়া ভাষাৰে সৈতে সিহঁতৰ সম্পৰ্ক, অসমীয়া ব্ৰজবুলি ভাষা, ভট্টদেৱৰ ভাষা মনকৰ, পীতাম্বৰ আদি কবিৰ ভাষা, বুৰঞ্জীৰ ভাষা, কথা গুৰুচৰিতৰ ভাষা অৰুণোদয়-কাকতৰ ভাষা আদিৰ আলোচনাত বহুতো নতুন কথাৰ সমাৱেশ ঘটিছে আৰু সেইবোৰে এতিয়ালৈকে চলি অহা ধাৰণাৰ কিছু সলনি হোৱাত সহায় কৰিছে। এই আটাইবোৰ কথা তথ্য-পাতিৰ ওপৰত ভিত্তি কৰিহে গ্ৰহণ কৰা, অনুভূতিপ্ৰৱণ সমুলি নহয়। অসমীয়া ভাষাৰ সমৃদ্ধিত অসম আৰু অসমৰ আশে পাশে থকা ৰাজ্যবোৰত প্ৰচলিত জনজাতীয় ভাষাৰ নানাবিষয়ক অৱদান আছে। কিন্তু অসমীয়া ভাষাবো জনজাতীয় ভাষাবোৰলৈ বৰঙণি নোহোৱা নহয়। অকল অসমীয়া ভাষাই নহয় সংস্কৃত ভাষায়ো জনজাতীয় ভাষাবোৰক কিদৰে

প্ৰভাৱান্বিত কৰিছে তাৰ বিৱৰণ পুথিখনৰ এটা নতুন কথা। আমাৰ আলোচনাই অসমীয়া ভাষাটোৰ প্ৰাচীনত্বৰ নিৰূপণত নতুন দিশ মুকলি কৰিছে। প্ৰাচীনত্বৰ উপৰিও অসমীয়া ভাষাটো পৰম্পৰাগত আৰু সমন্বয়ৰ ভাষা : এই কথাটোৱে পুথিখনৰ আলোচনাৰ মাজেদি স্পষ্ট হৈ ওলাইছে। ভাষা সংস্কৃতিৰ এটা অঙ্গ। ভাষাৰ সমন্বয়ৰ নিৰ্দেশৰ দ্বাৰা পুথিখনে অসমীয়া সংস্কৃতিৰ সমন্বয়ৰ বাৰ্ত্তাও বহন কৰিছে। আমাৰ আগতে প্ৰকাশিত 'প্ৰত্ন অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বিশ্লেষণ' আৰু 'অসমীয়া ভাষা আৰু উপভাষা' নামৰ পুথি দুখনৰ বহু কথাই সংশোধিত ৰূপত বৰ্তমানৰ গ্ৰন্থখনত স্থান পাইছে। সেই পুথিদুখন শেষ হৈছে আৰু সেই দুখন পুনৰ প্ৰকাশ কৰা নহয়।

এই গ্ৰন্থখনৰ ৰচনাৰ বাবে অনুদান আগবঢ়োৱা বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ ওচৰত মই কৃতজ্ঞ। তদুপৰি গ্ৰন্থখনৰ ৰচনাৰ সম্পৰ্কত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড: শৈলেন ভৰালী, ড. বাণীকান্ত শৰ্মা, আৰু ড: বনমালী নাথৰ পৰা নানা ধৰণৰ সহায়-সহানুভূতি পাইছোঁ। তেখেতসকললৈ মোৰ আন্তৰিক শলাগ আগবঢ়ালোঁ। পুথিখনৰ প্ৰকাশনৰ লগত বিশেষভাৱে জড়িত অধ্যক্ষ ড: দয়ানন্দ পাঠক আৰু বৰুৱা এজেন্সিৰ স্বত্বাধিকাৰী শ্ৰীবদন চন্দ্ৰ বৰুৱা এম, এ দুজনৈও মোৰ কৃতজ্ঞতা নিবেদন কৰিলোঁ। গ্ৰন্থখন সময়মতে ছপা ৰূপত দেখিবলৈ পাই অতি আনন্দিত হৈছোঁ। গ্ৰন্থখনে অসমীয়া ভাষাৰ চিন্তা-চৰ্চা কৰোঁতাসকলৰ পৰা আদৰ পালে মোৰ পৰিশ্ৰম সাৰ্থক হ'ব।

গুৱাহাটী — উপেন্দ্ৰনাথ গোস্বামী

জুলাই, ১৯৯১

## দ্বিতীয় প্ৰকাশ

এইবাৰ পৰিশিষ্ট তিনি আৰু চাৰিত ক্ৰমে 'হৰিদেৱৰ গদ্য ৰচনা' আৰু 'জ্যোতি-প্ৰসাদ আৰু অসমীয়া ভাষা' এই দুটা আলোচনা দিয়া হৈছে আৰু আৱশ্যকতা অনুসৰি পুথিখনৰ সংশোধন কৰা হৈছে।

ডিচেম্বৰ, ১৯৯৪ — উপেন্দ্ৰনাথ গোস্বামী

# অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ

## প্ৰথম অধ্যায়

### অৱতৰণিকা

১ ভাৰতৰ একেবাৰে পূব প্ৰান্তত কথিত নব্য-ভাৰতীয় আৰ্য ভাষাটোৱে অসমীয়া ভাষা। অসমৰ বিস্তৃত ব্ৰহ্মপুত্ৰ উপত্যকাত এই ভাষাটো প্ৰধানকৈ কোৱা হয়। অসমৰ ওচৰ পাজৰত থকা মেঘালয়, নাগালেণ্ড আৰু অৰুণাচল প্ৰদেশতো অসমীয়া ভাষাৰ প্ৰচলন আছে। অৰুণাচলৰ বিভিন্ন ভাষা-ভাষীৰ মাজত পাৰস্পৰিক ভাৱ বিনিময়ৰ একমাত্ৰ ভাষা হৈছে অসমীয়া। নাগালেণ্ডত অসমীয়াৰ এটা মিশ্ৰিত ৰূপ (নাগামিজ) সাৰ্বজনীন ভাষাৰূপে ব্যৱহৃত হৈছে। ভাষাক সাধাৰণতে নৈৰ লগত তুলনা কৰা হয়। অসমীয়া ভাষাৰ প্ৰথম প্ৰকাশিত অভিধান ৰচক মাইলছ ব্ৰনছনে পুথিখনৰ পাতনিত এইদৰে লেখিছিল: "অচমীয়া ভাষা ব্ৰহ্মপুত্ৰ নদীৰ সোঁতৰ নিচিনাকৈ বাজাৰ মাজত একেদৰে চলি আছে আৰু আগলৈকো চলিব।" এখন নৈৰ এটা মূল প্ৰৱাহ থাকে। তাত ঠায়ে ঠায়ে বহুতো উপনৈ আহি লগ লাগি মূল-প্ৰৱাহক পৰিপুষ্ট কৰে। কেতিয়াবা নৈৰ গতিও আনফালে বয়। তেনেদৰে এটা ভাষাৰ মূল-প্ৰৱাহৰ লগত আন আন ভাষাৰ প্ৰভাৱ মিহলি হোৱাৰ ফলত ভাষাটোৱে স্বকীয়া ৰূপ লোৱা একো নতুন কথা নহয়। অসমীয়া ভাষাৰ আঁতিগুৰি বিচাৰি গ'লে ইয়াৰ সুন্দৰ প্ৰমাণ পোৱা যাব।

২ নব্য-ভাৰতীয় আৰ্য্যভাষাহিচাপে অসমীয়া ভাষাটো যথেষ্ট প্ৰাচীন ভাষা। ইয়াৰ প্ৰাচীনত্বৰ বুজ ল'বলৈ হ'লে ভাৰতীয় আৰ্য-ভাষাৰ বুৰঞ্জী চাব লাগিব। ভাৰতীয় আৰ্য-ভাষাৰ বুৰঞ্জীক সাধাৰণতে তিনিটা ভাগত ভগোৱা হয়: (ক) প্ৰাচীন ভাৰতীয় আৰ্য-ভাষা, (খ) মধ্য-ভাৰতীয় আৰ্য-ভাষা, আৰু (গ) নব্য ভাৰতীয় আৰ্য-ভাষা। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ সময় খৃষ্টপূৰ্ব দ্বাদশ শতিকাৰ পৰা খৃষ্টপূৰ্ব ষষ্ঠ শতিকালৈ। মধ্য ভাৰতীয় আৰ্য-ভাষাৰ সময় খৃষ্টপূৰ্ব ষষ্ঠ শতিকাৰ পৰা দশম শতিকা পৰ্যন্ত। নব্য-ভাৰতীয় আৰ্য-ভাষাৰ সময় খৃষ্টীয় দশম শতিকাৰ পৰা। মধ্য ভাৰতীয় আৰ্য-ভাষাক আৰু তিনিটা স্তৰত বিভক্ত কৰা হয়। প্ৰথম স্তৰৰ সময় খৃষ্টপূৰ্ব ষষ্ঠ শতিকাৰ পৰা খৃষ্টীয় প্ৰথম শতিকালৈ। দ্বিতীয় স্তৰৰ সময় খৃষ্টীয় প্ৰথম শতিকাৰ পৰা

ষষ্ঠ শতিকালৈ আৰু তৃতীয় স্তৰৰ সময় খৃষ্টীয় ষষ্ঠ শতিকাৰ পৰা দশম শতিকালৈ। প্ৰথম স্তৰৰ প্ৰধান নিদৰ্শন পোৱা হৈছে অশোকৰ শিলালিপিত, খৃষ্টপূৰ্ব-শতিকাৰ আন শিলালিপিত, আৰু বৌদ্ধসকলৰ পালি গ্ৰন্থত। দ্বিতীয় স্তৰৰ নিদৰ্শন পোৱা যায় খৃষ্টীয় প্ৰথম তিনি শতিকাৰ শিলালিপিত, সাহিত্যিক প্ৰাকৃতত (মহাৰাষ্ট্ৰী, শৌৰসেনী, মাগধী, অৰ্ধমাগধী, পৈশাচী) আৰু বৌদ্ধ সংস্কৃতত। তৃতীয় স্তৰৰ নিদৰ্শন আছে অপভ্ৰংশ আৰু অপভ্ৰষ্টত।

৩. অপভ্ৰংশ শব্দটো বিভিন্ন পৰিস্থিতিত বিভিন্ন অৰ্থত ব্যৱহৃত হৈছে। ইয়াৰ প্ৰয়োগ পোণপ্ৰথমে পতঞ্জলিৰ (খৃষ্টপূৰ্ব প্ৰথম শতিকা) মহাভাষ্যত পোৱা হয়। মাৰ্কণ্ডেয়ই নাগৰ, ব্ৰাচড়, আৰু উপনাগৰ এই তিনিবিধ অপভ্ৰংশৰ কথা কৈছে। পতঞ্জলিৰ মতে সংস্কৃত 'শাস্ত্ৰ জনাসকলৰ শুদ্ধ ভাষা' আৰু অপভ্ৰংশ 'শাস্ত্ৰ-নজনাবোৰৰ অশুদ্ধ ভাষা'। প্ৰাকৃত বৈয়াকৰণসকলৰ অপভ্ৰংশয়ো পতঞ্জলিৰ সংজ্ঞা অনুসৰণ কৰে। গ্ৰিয়াৰ্ছনকে আদি কৰি কিছুমান পণ্ডিতে মধ্য-প্ৰাকৃতৰ শেষ স্তৰক অপভ্ৰংশ নাম দিছে। "মধ্য-ভাৰতীয় আৰ্য-ভাষাৰ যিটো সাৰ্বজনীন ৰূপ অশিষ্ট লোক-সাহিত্যৰ বাহনৰূপে দেখা দিছিল সিয়ে অপভ্ৰংশ বা প্ৰাচীন অপভ্ৰংশ। এই প্ৰাচীন অপভ্ৰংশৰ যি অৰ্বাচীন ৰূপটো আধুনিক ভাৰতীয় আৰ্যৰ জনক বা পূৰ্বাৱস্থা সিয়ে অপভ্ৰষ্ট বা অৱহট্‌ঠ অৰ্থাৎ অৰ্বাচীন অপভ্ৰংশ"।[১] অপভ্ৰংশই "আভীৰ উপভাষাৰূপে থকা নিম্ন স্তৰৰ পৰা খৃষ্টীয় তৃতীয়-ষষ্ঠ শতিকাত উচ্চ স্তৰৰ সাহিত্যিক ভাষাৰূপে ক্ৰমে উন্নতি লাভ কৰে। শতাব্দীৰ পাছত শতাব্দী অতিবাহিত হোৱাৰ লগতে অপভ্ৰংশৰ মৰ্যাদাও বাঢ়ি উঠে আৰু দশম শতিকাত সংস্কৃত আৰু প্ৰাকৃতৰ নিচিনাই সমান মৰ্যাদাপ্ৰাপ্ত হয়।"[২]

৪ নব্য ভাৰতীয় আৰ্য-ভাষাবোৰক কিছুমান প্ৰাকৃত বা সেইবোৰৰ পৰৱৰ্তী অপভ্ৰংশৰ পৰা উদ্ভৱ হোৱাভাৱেও দেখুৱা হয় যেনে—মাহাৰাষ্ট্ৰীৰ পৰা মাৰাঠী, শৌৰসেনীৰ পৰা পশ্চিমী হিন্দী, ৰাজস্থানী, গুজৰাটী, মাগধীৰ পৰা ভোজপুৰী, মৈথিলী, মগহী, বঙলা, উড়িয়া, অসমীয়া, অৰ্ধমাগধীৰ পৰা পূৰ্বী হিন্দী, শৌৰসেনীৰ দ্বাৰা প্ৰভাৱিত পাহাৰী, পাঞ্জাবী আদি। গ্ৰিয়াৰ্ছনে "প্ৰত্যেক প্ৰাদেশিক প্ৰাকৃত আৰু আধুনিক কথ্য ভাষাৰ মধ্যৱৰ্তী একোটা 'অপভ্ৰংশ'ৰ কল্পনা কৰি ভাৰতীয় আৰ্য-ভাষাৰ ইতিহাস ৰচনা কৰিছিল।" কিন্তু আটাইবোৰ প্ৰাকৃত বা সেইবোৰৰ পৰৱৰ্তী ৰূপ 'অপভ্ৰংশ'ৰ নিদৰ্শন একে পৰ্যায়ত পোৱা হোৱা নাই। বিশেষকৈ মাগধী প্ৰাকৃত

১ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, ১৯০৯, পৃষ্ঠা ১৩১

২ Tagare, G. V, *Historical Grammar of Apabhramsa*, 1948 Introduction, p 9

বা অপভ্ৰংশৰ নিবৃত্ত নিদৰ্শনৰ অভাৱ পৰিলক্ষিত হয়। প্ৰত্যেকটো নব্য-ভাৰতীয় আৰ্য-ভাষাৰ পূৰ্ববৰ্তী একোটা অপভ্ৰংশ-স্তৰ থকা কথাটোও সকলো পণ্ডিতে স্বীকাৰ কৰিব নোখোজে। ইপিনে নব্য-ভাৰতীয় আৰ্য-ভাষাবোৰৰ কোনো এটাকে বিশেষ এবিধ প্ৰাকৃত বা অপভ্ৰংশৰ পৰিণতি বুলি কোৱাও টান। "নব্য-ভাৰতীয় আৰ্য-ভাষাবোৰক মধ্য-ভাৰতীয় আৰ্য-ভাষাৰ পৰা উদ্ভৱ হোৱা বুলি ধৰা হৈছে। এনে ধাৰণা বহল দৃষ্টিৰ পিনৰ পৰাহে সত্য। আমাৰ হাতত থকা তথ্য-পাতিৰ সহায়ত যিকোনো এটা অনা মধ্য-ভাৰতীয় আৰ্য-ভাষাৰে সৈতে কোনো এটা বা অধিক নব্য ভাৰতীয় আৰ্য-ভাষাক পোণপতীয়াভাৱে সম্বন্ধিত বুলি সিদ্ধান্তলৈ আহিব নোৱাৰি।"[৩] এই সন্দৰ্ভত তলৰ উক্তিদুটাও মন কৰিবলগীয়া: (ক) "অপভ্ৰংশ সাহিত্যক তিনিটা আঞ্চলিক ৰূপত ভাগ কৰা হৈ'ছে, পূব, পশ্চিম, আৰু দক্ষিণৰ অপভ্ৰংশ। বৰ্তমান সময়ত পশ্চিম অঞ্চলৰ অপভ্ৰংশৰ পৰা হিন্দী আৰু গুজৰাটী ভাষাৰ সৃষ্টি হৈছে। বঙলা আৰু আন মাগধী ভাষাবোৰ পূৰ্ব-অপভ্ৰংশৰ অঞ্চলত কোৱা হয়। মাৰাঠী দক্ষিণ-অপভ্ৰংশৰ অঞ্চলত পৰে। প্ৰাচীন কালত ভাষাবোৰৰ মাজত পাৰস্পৰিক ধাৰ এনেধৰণে চলিছিল যে প্ৰাচীন আঞ্চলিক পাৰ্থক্যসূচক বৈশিষ্ট্যবোৰৰ সহায়ত অপভ্ৰংশ-সাহিত্যক বিচাৰ কৰি বৰ্তমানৰ আঞ্চলিক পাৰ্থক্যবোৰ উলিয়াব নোৱাৰি।"[৪] (খ) আকৌ "নব্য-ভাৰতীয় আৰ্য-ভাষাৰ উত্তৰ পশ্চিমৰ উপভাষাত 'ৰ' ধ্বনিৰ প্ৰাধান্য আছিল। মাগধী ভাষা প্ৰধানকৈ 'ল' ধ্বনিযুক্ত। সময়ত অৰ্থাৎ প্ৰথম মধ্য ভাৰতীয় আৰ্য-ভাষাৰ যুগত এই উপভাষাই 'ল' ধ্বনি সামৰি লয়। তেনেকৈ কিছুমান প্ৰভাৱৰ ফলত মগধীয় ভাষায়ো 'ৰ' ধ্বনি অন্তৰ্ভুক্ত কৰে।"[৫]

৫. অসমীয়া ভাষাটোক সচৰাচৰ মাগধী অপভ্ৰংশৰ পৰা উদ্ভৱ হোৱা বুলি কৈ অহা হৈছে। ড: বাণীকান্ত কাকতিয়ে লেখিছে: অসমীয়া ভাষাটো বঙলা ভাষাৰ পৰা ওলোৱা নাই নাইবা ই বঙলা ভাষাৰ এটা মৃত্যুমুখী উপভাষাও নহয়। অসমীয়া ভাষাটো বঙলাৰে সৈতে সম্পৰ্ক থকা এটা সুকীয়া ভাষা। বঙলা আৰু অসমীয়া দুয়োটা ভাষাই এক মাত্ৰ মাগধী অপভ্ৰংশৰ উপভাষা।[৬] এনে উক্তিৰ

---

৩ Sen, S. K., *Proto New Indo-Aryan,* 1973, p 11

৪ Tagare, G V, *Historical Grammar of Apabhramsa,* 1948, Introduction, p 25

৫ Srivastava, D, *Nepali Language, Its History and Development* 1962, p 65

৬ Kakati, B. *Assamese, Its Formation and Development* 1941, pp. 9-10

যাৰা অসমীয়া ভাষাটোৰ জন্ম-কাল দশম শতিকাৰ পাছৰ বুলি ধাৰণা হোৱাটো স্বাভাৱিক। অসমীয়া ভাষাৰ ইতিহাসে কিন্তু এই কথাটোৰ সমৰ্থন নজনায়। অসমীয়া ভাষাটো মূলতঃ মগধীয় ভাষা। মগধ-বিদেহ-অঞ্চলৰ পৰা আহি উত্তৰ-বঙ্গৰ মাজেদি আৰ্য-ভাষাই প্ৰাচীন কামৰূপত প্ৰবেশ কৰে আৰু সপ্তম শতিকামানৰে পৰা অসমৰ সুকীয়া ভাষাৰূপে গঢ় লয়। হিউয়েনচাঙৰ বিৱৰণিয়ে ইয়াৰ প্ৰমাণ ঃ "তেওঁলোকৰ (কামৰূপৰ মানুহৰ) ভাষা মধ্য ভাৰতৰ ভাষাতকৈ অলপ বেলেগ।" হিউয়েনচাঙৰ এই উক্তিয়েই অসমীয়া ভাষাসম্পৰ্কীয় প্ৰথম উক্তি। এই উক্তিয়ে অসমীয়া ভাষাৰ মগধীয় ভাষাৰ সৈতে সম্পৰ্ক স্পষ্টভাৱে দেখুৱায়। গ্ৰিয়াৰ্চনৰ ভাষাত "মগধৰ পৰা মাগধী প্ৰাকৃত তিনি দিশলৈ গতি কৰিছে। দক্ষিণৰ ফালে ই উড়িয়া ভাষাত পৰিণত হৈছে। দক্ষিণ পূবৰ ফালে ই প্ৰথমতে পশ্চিম আৰু পিছত পূৰ্ব বঙলা আৰু পূবৰ ফালে প্ৰথমতে উত্তৰ-বঙলা আৰু পিছত অসমীয়াৰ ৰূপ লৈছে।"৭

৬. হিউয়েনচাঙৰ উক্তিয়ে মগধীয় ভাষাটোৰে অসমত সুকীয়া গঢ় লোৱা কথাৰ ইঙ্গিত দিয়ে। পিছত প্ৰাচীন কামৰূপৰ হিন্দু ৰজাসকলৰ (ষষ্ঠ সপ্তম শতিকাৰ পৰা দ্বাদশ শতিকালৈ) তামৰ ফলিৰ ভাষাই সেই ভাষাটোৰ ৰূপটো আৰু স্পষ্ট কৰি তোলে। এই তামৰ ফলিবোৰত অসমৰ কিছুমান ঠাইৰ নাম, অসমীয়া কিছুমান গছ-গছনিৰ নাম মানুহৰ নাম অসমীয়া আন শব্দ, আৰু অসমীয়া ভাষাৰ বৈশিষ্ট্যসূচক ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক নিদৰ্শন কিছুমান সংৰক্ষিত হৈ অসমত সুকীয়া প্ৰাকৃত এটাই গঢ় লোৱাৰ প্ৰমাণ দাঙি ধৰিছে। পণ্ডিতসকলে ইয়াক 'কামৰূপী প্ৰাকৃত' নামেৰে অভিহিত কৰিছে। ইয়াৰ নিদৰ্শন কিছুমান তলত উল্লেখ কৰা হ'ল :

(১) মানুহৰ নাম বুজোৱা শব্দ : অনি, নি, সনি, কালিয়া পুন্নো, অৱক্ষি কৈবৰ্ত্ত।

(২) ঠাইৰ নাম বুজোৱা শব্দ : দক্ষিণপাট, মাকখিষান পণ্ডৰী, হাটপ্লেশ্বৰ।

(৩) পৃথিৱী আৰু নৈৰ নাম-বুজোৱা শব্দ : সোৰ্ণৰড়ি (পৃথিৱী), চমালা (জান), জোপল্ল (নদী), সিজড়ি (নদী)।

(৪) গছ-গছনিৰ নাম-বুজোৱা শব্দ : ওড়িঅম্ব (উৰিআম), কণ্টাফল (কঁঠাল), কণ্টাৰকড় (ৰকড় 'বগৰী'), কাশিম্ল (কাশিধলা 'কুঁহিমলা,) ঝৰি, জটি (জৰী), পাকটী (পাকৰী), জাটলী, জিঙ্গণী (জিঙ্গিনী), বহুআল (ঔ টেঙা, বহু ঔ), সুৱৰ্ণদাক (সোণাৰু), বকণ, হিজল, পাৰলি (ফুল), লহুচ, লোচন, ডুম্বৰী (ডিমৰু)।

---

৭ Grierson *The Modern Indo-Aryan Vernaculars* § 34

(৫) অনাৰ্য শব্দ : অম্ব, আম্ৰ ( আম ), কণ্টা ( কাম, কটা, কাটা , মা অস কাঁইট ), কুৰা ( কুঁৰা ), খোড়া 'মুৰ নথকা' ( কাম. খাড়া-মুৰা ) জাণ ( জান ), জোল ( জান ), ডোবডি ( ডুবি ), ডোল, নাক ( নাক ), ভিঠি, (ভেটি), মুণ্ডা ( মূঢা ), ৱেক ( বেঁকা ) সোত্ত ( কাম. সত্তা, মা. অস সোঁতা), হড্ডি (হাড়ী)[৮]। আৰু ভটাৰক ( প. অস ভাতাৰ, ভত্তাৰ ), হস্তি ( কাম হাথী, মা অস হাতী )।

(৬) ধ্বনিমূলক নিদৰ্শন : (ক) স্বৰ-ধ্বনিৰ হ্ৰস্ব-দীৰ্ঘ ৰূপৰ পাৰ্থক্যহীনতা : ময়ূৰ > ময়ুৰ, ঈশ্বৰ > ইশ্বৰ, স্বামী > স্বামি ( আটাইবোৰ ভাস্কৰবৰ্মাৰ তামৰ ফলিত ), স্থলী > স্থলি ( বনপাল ), দুকূল > দুকুল ( বনপাল ), সুকৰি > সুকৰী ( ইন্দ্ৰপাল ), কামৰূপ > কামৰুপ ( ধৰ্মপাল )।

(খ) স্বৰ-সমীভৱন : পুষ্কৰিণী > পুষ্কিৰিণী (ভাস্কৰবৰ্মা, ইন্দ্ৰপাল, ধৰ্মপাল)।

(গ) ব্যঞ্জন-সমীভৱন : প্ৰদ্যুম্ন > প্ৰদ্যুন্ন, কৰ্ণসুবৰ্ণ > কন্নসুবন্ন, ক্ষেত্ৰ ক্ষেত্ত ( ভাস্কৰবৰ্মা ), সৰ্বা সব্বা (ইন্দ্ৰপাল), সৰ্বান্ > সব্বান্ (ধৰ্মপাল)।

(ঘ) 'ব' আৰু 'ৱ', 'য' আৰু 'জ', 'ড' আৰু 'ৰ', 'শ', 'ষ', স'ৰ এটাৰ ঠাইত আনটোৰ প্ৰয়োগ : বীৰ্য বীজ্য (ইন্দ্ৰপাল), যাগেশ্বৰ > জাগেশ্বৰ ( ভাস্কৰবৰ্মা ), যজুৰ্বেদী > যযুৰ্বেদী ( ইন্দ্ৰপাল ), ক্ৰীড়ং > ক্ৰীৰং ( বনমাল ), শনি সনি, সকল > শকল ( ইন্দ্ৰপাল ), আসক্তি > আশক্তি, নিষেৱিত > নিসেৱিত (বনপাল), মধেষু > মধেসু (ধৰ্মপাল)

(ঙ) 'ক্ষ'ৰ 'খ' ৰূপত ব্যৱহাৰ : ক্ষিতিমথ > খিমথ ( বনপাল )।

(চ) 'ঔ' ধ্বনিৰ ঠাইত 'ও' ধ্বনিৰ ব্যৱহাৰ : ধৌতেশ্বৰ > ধোতেশ্বৰ, কৌশিকো > কোশিকো (ভাস্কৰবৰ্মা)। তু সং ঔষধ > কাম ওখধ > ওখুদ।

(ছ) 'ম'ৰ ঠাইত 'ন' আৰু 'ল'ৰ ঠাইত 'ন' : যৌৱনম্ > যৌৱনন্ বলবৰ্মা ) মণ্ডলং > মণ্ডনং ( হৰ্জৰবৰ্মা )।

(জ) 'হ'ৰ ঠাইত 'ঘ' : সিংহাসন সিংঘাসন ( বলবৰ্মা )

(ঝ) যুক্ত ব্যঞ্জনৰ লোপ : কৃত্ৰিম > কৃতিম, তন্ত্ৰ তন্ত ( ইন্দ্ৰপাল ), ইত্থ > ইথ ( বনপাল )।

(ঞ) স্বৰভক্তিৰ সহায়ত যুক্ত ব্যঞ্জনৰ বিভাজন : শ্ৰী > সিৰি (ইন্দ্ৰপাল)।

(ট) অল্পপ্ৰাণ ধ্বনিৰ ঠাইত মহাপ্ৰাণ-ধ্বনি : প্ৰান্ত > প্ৰানঠ ( বনপাল ), হস্তি > হস্থি ( ধৰ্মপাল )।

(ঠ) মূৰ্ধন্য ধ্বনিৰ ঠাইত দন্ত্য ধ্বনি : বিষ্ণু > বিষ্নু ( বনপাল )।

---

৮ মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব, ১৯৩৬, পাতনি

(৭) ৰূপতাত্বিক নিদর্শন : কামৰূপী প্রাকৃতত ৰূপতাত্ত্বিক বৈশিষ্ট্য তেনেকৈ পোৱা নাযায়, অৱশ্যে সপ্তম শতিকাৰ ভাস্কৰবর্মাৰ তামৰ ফলিৰ 'কালিয়া' শব্দই অসমীয়া শব্দ-গঠনত ভহিত 'আ' আৰু বনমালৰ ( নৱম শতিকা ) তামৰ ফলিত পোৱা কুৰা ( নৌকুৰা ) শব্দই স্বার্থিক 'আ' প্রত্যয়ৰ ব্যৱহাৰৰ সাক্ষী বহন কৰিছে। ভাস্কৰবর্মাৰ তামৰ ফলিৰ 'কালিয়া' শব্দটোতে অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক প্রথম নিদর্শন ৰক্ষিত হৈছে। এইবোৰৰ উপৰি অসমীয়া বহুতো শব্দৰ বিকাশৰ ধাৰা দেখুওৱাত তামৰ ফলিৰ ভাষাই যথেষ্ট-ৰূপে সহায় কৰে। উদাহৰণ : সং বক্র > বেক ( তা ফলি ১২ শ > বেকা > বেঁকা , সং আম্র > আম্ব (তা ফলি ৯-১০ শ) > আম , সং কণ্টক-ফল > কণ্টাফল ( তা ফলি ১১শ ) > *কণ্টাল > কণ্ঠাল > কঁঠাল , সং নক্র নাক্‌ক্ ( তা ফলি ৯ শ ) > নাক , সং উডুম্বৰ > ডুম্বৰী ( তা. ফলি ৭ শ ) > ডুমৰু > ডিমৰু।

৭ কুমাৰ ভাস্কৰবর্মাৰ নিধনপুৰৰ তামৰ ফলিখন ( সপ্তম শতিকাৰ আগ ভাগৰ ) দবাহলতে তেওঁৰ আজো ককাক ভূতিবর্মাৰ ( পঞ্চম শতিকাৰ শেষ ভাগ ) ফলিৰ নতুনকৈ কৰা প্রতিলিপি। গতিকে নিধনপুৰৰ তামৰ ফলিত পোৱা সংস্কৃতৰ পৰা ভিন্ন ৰূপবোৰক পঞ্চম শতিকাৰ বুলি ধৰিব পাৰি। ডিম্বেশ্বৰ নেওগে নিধনপুৰৰ তামৰ ফলিত পোৱা শব্দবোৰত মূল সংস্কৃত ৰূপৰ পৰা ফালৰি কাটি অহা ধ্বনিমূলক বৈশিষ্ট্যকেতবোৰৰ উল্লেখ কৰিছে। তলত সেইবোৰৰ কিছুমানৰ উল্লেখ কৰা হ'ল :

(১) আ > অ : সাৱিত্র > সৱিত্র
(২) ই অ : বিহিত > বহিত
(৩) ঈ > ই : ঈশ্বৰ > ইশ্বৰ
(৪ ঊ > উ : সূনু > সূনু
(৫) ঐ > অ : দ্বৈৰথ > দ্বৰথ
(৬) ও অ : যশোভূতি > যশভূতি
(৭) ঔ > ও : ধৌতেশ্বৰ > ধোতেশ্বৰ
(৮) ং > ঙ : অংশ > অঙ্‌শ
(৯) ত > দ : অনন্ত > অনন্দ
(১০) ম্ম > ন্ম : সম্মুখীনেষু > সন্মুখীনেষু

১ Neog, D, *The Origin and Growth of the Asamiya Language* 1964, p 45

৮ ইপিনে পঞ্চম শতিকাৰ অসমৰ প্ৰাচীন শিলালিপিত (উমাচলৰ) সংস্কৃতৰ লগত নিমিলা ৰূপ এটা পোৱা গৈছে। সেইটো হৈছে 'স্বামিনায়' শব্দৰ প্ৰয়োগ। ইয়াৰ শুদ্ধ ৰূপ স্বামিনঃ বা স্বামিন হ'ব লাগিছিল।[১০] বেণীমাধৱ বৰুৱাই তামৰ ফলিবোৰত প্ৰাকৃত-উপাদানস্বৰূপে বহুতো নিদৰ্শন দাঙি ধৰিছে। সেইবোৰৰ বেছি ভাগ নিধনপুৰৰ তামৰ ফলিতে পোৱা যায়। বৰুৱাই উল্লেখ কৰা প্ৰাকৃত উপাদানবোৰ এনে ধৰণৰ :

(১) দীৰ্ঘ স্বৰৰ হ্ৰস্ব ৰূপ : বাজসনেয়ী > বজসনেয়ী (নিধ)

(২) সংযুক্ত ব্যঞ্জনৰ আগত থকা দীৰ্ঘ স্বৰৰ হ্ৰস্ব ৰূপ : ভাৰ্গৱঃ > ভগগৱো (নিধ)

(৩) স্বৰ-ধ্বনিৰ সাল-সলনি : বিহিত > বহিত (নিধ)

(৪) সন্ধিৰ অনুপস্থিতি : হৰি-অদভূত (নিধ)

(৫) ব্যঞ্জনৰ লগত যুক্ত 'য'ৰ অনুপস্থিতি : কাশ্যপঃ > কাশপো (নিধ)

(৬) শব্দৰ মাজত ব্যঞ্জনৰ আগম : দিৱাকৰ-মৃ-ইয় (হৰ্জৰবৰ্মা)

(৭) শব্দৰ শেষৰ অনুস্বাৰৰ 'ন'লৈ পৰিবৰ্তন : যৌবনম্ > যৌবনন (বলবৰ্মা)

(৮) বিসৰ্গ > ও : ছান্দোগঃ > ছান্দোগো (নিধ)

(৯) ৰ্য > জ্জ : বীৰ্য > বীজ্জ (ইন্দ্ৰপাল)

(১০) 'শ, ষ, স'ৰ এটাৰ ঠাইত আন এটাৰ ব্যৱহাৰ : দৰ্শিত > দৰ্ষিত (নিধ)

(১১) সন্ধিৰ ক্ষেত্ৰত বিসৰ্গৰ লোপ : যশোভূতি > যশভূতি (নিধ)

(১২) ৰেফৰ বৰ্জন : সুৱৰ্ণ > সুৱন্ন (নিধ)

৯ সূক্ষ্মভাবে নিৰীক্ষণ কৰিলে তামৰ ফলিবোৰৰ ভাষাত মধ্য-ভাৰতীয় আৰ্য ভাষাৰ প্ৰথম স্তৰৰ পালি ভাষা, অশোকৰ অনুশাসনৰ ভাষা আৰু আন প্ৰাকৃত ভাষাৰ বৈশিষ্ট্য ভালেখিনি সংৰক্ষিত হোৱা দেখা যায়। অশোকৰ অনুশাসনৰ ভাষাক প্ৰধানকৈ চাৰিটা ভাগত ভগোৱা হয় : (১) উত্তৰ-পশ্চিমা (শাহবাজগঢ় আৰু মানসেহ্ৰা অনুশাসন) (২) দক্ষিণ-পশ্চিমা (গিৰ্ণাৰ অনুশাসন), (৩) প্ৰাচ্য-মধ্যা (কালসী আৰু আন অনুশাসন), আৰু (৪) প্ৰাচ্য (ধৌলী আৰু জৌগড়-অনুশাসন)। তামৰ ফলিৰ ভাষাৰ আদি প্ৰাকৃত বা পালি ভাষাৰে সৈতে থকা সাদৃশ্য কিছুমান এনে ধৰণৰ :

(ক) ঋ > ৰু : পালি : ৰুক্খ (বৃক্ষ), তামৰ ফলি ৰুষি (ঋষি)

(খ) ঔ > ও : পালি : ওপম্যং (ঔপম্যং), তা ফলি কোশিকো (কৌশিকো)

(গ) বিসৰ্গ > ও : পালি : ধম্মো (ধৰ্মঃ), তা ফলি ভগ্গৱো (ভাৰ্গৱঃ)

১০ Sharma, M M, *Inscriptions of Ancient Assam*, 1978, p 2

(ঘ) সংযুক্ত বৰ্ণৰ পূৰ্ববৰ্তী দীৰ্ঘস্বৰ > হ্ৰস্ব : পালি : তক্কিকো ( তাৰ্কিকঃ ) ; তামৰ ফলি ভগ্‌গৰো ( ভাৰ্গৱঃ )

(ঙ) স্বৰভক্তিৰ ব্যৱহাৰ : পালি : সিৰী ( শ্ৰী ), তামৰ ফলি সিৰি

(চ) সং আম্ৰঃ > পালি অম্বা, তামৰ ফলি অম্ব

(ছ) ক্ষ > খ : পালি : খয়ো ( ক্ষয়ঃ ) ; তামৰ ফলি খিমথ ( ক্ষিতিমথ )

(জ) ক্ষ > ক্‌খ : পালি : দক্‌খিনো ( দক্ষিণঃ ), তামৰ ফলি মাক্‌খিযান

(ঝ) আ > অ : পালি : নসিকা ( নাসিকা ), তামৰ ফলি সবিত্ৰ ( সাবিত্ৰ )

(ঞ) ল > ন : পালি : নঙ্গলং ( লাঙ্গলং ), তামৰ ফলি মগুন° ( মগুলং )

১০ তামৰ ফলিৰ ভাষাত পোৱা অশোকৰ অনুশাসনৰ প্ৰাচ্য মধ্য আৰু প্ৰাচ্য অনুশাসনৰ বৈশিষ্ট্যকেইবোৰ তলত দিয়া ধৰণৰ :

(১) শ > শ : সং কাশ্যপঃ > কাশপো ( তামৰ ফলি )

(২) শ > ষ : সং দৰ্শিত > দৰ্ষিত ( তামৰ ফলি )

(৩) ক্ষ > ক্‌খ : সং মক্ষিকা > মাক্‌খিযান ( তামৰ ফলি )

(৪) শ, ষ > স : সং শনি > সনি ( তা ফলি ) সং নিষেৱিত > নিসৱিত ( তামৰ ফলি )

১১ প্ৰাকৃত ভাষাৰ আন বৈশিষ্ট্যকেইবোৰৰ সৈতে তামৰ ফলিৰ ভাষাৰ সাদৃশ্য ধৰা পৰে। উদাহৰণ :

(১) প > ব : প্ৰাকৃত : বি ( অপি ), তা. ফলি ব > প : বাসপা ( বাসৱা )

(২) ভ > হ : প্ৰাকৃত : হোই ( ভৱতি ) তা ফলি সুহংকৰ ( শুভঙ্কৰ )

(৩) ত > দ : প্ৰাকৃত : জানাদি ( জানাতি ) তা ফলি অনন্দ ( অনন্ত )

(৪) য > জ : প্ৰাকৃত : জোগী ( যোগী ), তা. ফলি বীজ্‌জ ( বীৰ্য )

(৫) ক্ষ > খ : প্ৰাকৃত : খিত্ত ( ক্ষিপ্ত ), তা ফলি খিমথ ( ক্ষিতিমথ )

১২ ওপৰত উল্লেখ কৰা তামৰ ফলিৰ ভাষাৰ বৈশিষ্ট্যবোৰে পঞ্চম শতিকাৰ শেষ বা ষষ্ঠ শতিকাৰ আগ-ভাগত প্ৰাচীন কামৰূপত গঢ় লোৱা স্বকীয় প্ৰাকৃত এটাৰ অৱস্থিতিটো উজ্জ্বল কৰি তোলাৰ উপৰি খ্ৰীষ্টপূৰ্ব কালৰে পৰা ভাৰতীয় আৰ্য ভাষাটোৱে প্ৰাগজ্যোতিষ-কামৰূপ অঞ্চলত বিস্তৃতি লাভ কৰাৰ কথাটোও স্পষ্ট কৰে। "খৃষ্টীয় ষষ্ঠ শতিকাৰ আৰম্ভণিমানত কোশী-নদী প্ৰাগজ্যোতিষ ৰাজ্যৰ পশ্চিমৰ সীমা আছিল। গতিকে প্ৰাগজ্যোতিষ ৰাজ্যই পশ্চিমে বিদেহক ( মিথিলাক ) চুইছিল গৈ।[১১] আৰু "কামৰূপী ভাষাটো মূলতঃ পূৰ্ব মৈথিলীৰ এটা ৰূপ। এই ভাষাটো নিশ্চয়

১১ Barua, K L, *Early History of Kamarupa*, 1933, p 3

গোটেই ৰাজ্য জুৰি কথিত আর্য-ভাষা আছিল। তেতিয়া গোটেই অসম-উপত্যকা আৰু উত্তৰ-বঙ্গৰ উপৰি বিহাৰৰ পুৰ্ণেয়া জিলাও এই ৰাজ্যৰ অন্তর্ভুক্ত আছিল।"[২] তামৰ ফলিবোৰৰ ভাষাত পোৱা সংস্কৃত ভাষাৰ শুদ্ধ ৰূপৰ পৰা ফালৰি কটা প্রয়োগবোৰক 'অশুদ্ধ', 'ভুল' নাইবা লেখকৰ দোষোৰ-মোৰ বুলি কোৱা নহওক লাগে, প্রকৃতপক্ষে সেইবোৰক সেই সময়ৰ মানুহৰ কথিত ভাষাৰ প্রভাৱ বুলি নিঃসন্দেহে ক'ব পাৰি। তামৰ ফলিবোৰত প্রাচীন কামৰূপত গঢ় লোৱা প্রাকৃত ভাষা এটাৰ নিদর্শন ৰক্ষিত হৈছে আৰু সিয়ে অসমীয়া ভাষাৰ ইতিহাসৰ প্রাচীনতাৰ প্রমাণ দাঙি ধৰিছে। এইটোৱেই কামৰূপী প্রাকৃত। এই প্রাকৃত সম্বন্ধে বেণীমাধৱ বৰুৱাৰ এই উক্তিটো বিশেষভাৱে উল্লেখ কৰিবলগীয়া: "প্রাক্-আহোম যুগৰ কামৰূপৰ তামৰ ফলি আৰু শিলা-লেখবোৰত প্রাকৃতৰ আন কিছুমান নিদর্শন আছে। সেইবোৰে খৃষ্টীয় ৬ষ্ঠ-১২শ শতিকাত প্রচলিত উপভাষাৰ স্বৰূপ আৰু প্রাকৃতৰ আভাস দাঙি ধৰে বুলি ধৰিব পাৰি। ৰাজকীয় ভূমিদান সম্পর্কীয় ফলিবোৰক বিশুদ্ধ সংস্কৃত ভাষাত লেখিবলৈ যত্নৰ ত্রুটি নকৰা সত্ত্বেও কিছুমান অপ্রচলিত ৰূপ সোমাই পৰিছিল। ই হয়তো স্থানীয় লেখকসকলৰ নাইবা তক্ষকাৰসকলৰ নাইবা দুয়োৰে অসাৱধানতাৰ ফল।" (I H Q Sept 1947)।

১৩ এইখিনিতে প্রাচীন অসমীয়া সাহিত্য, বুৰঞ্জী-সাহিত্য, 'অকণোদই', আৰু আন সাহিত্য আদিত পোৱা আৰু কামৰূপী উপভাষাৰ বৈশিষ্ট্যৰূপে থকা সংস্কৃতৰ উষ্ম ধ্বনি (শ, ষ, স) ৰ 'খ'লৈ হোৱা সুকীয়া পৰিবর্তনৰ কথাটোও চাবলগীয়া। এই পৰিবর্তনটো আন প্রাকৃতত পোৱা নাযায়। শব্দৰ আৰম্ভণিত নথকা সংস্কৃতৰ উষ্ম ধ্বনিবোৰ কামৰূপী উপভাষাত সাধাৰণতে 'খ'লৈ ৰূপান্তৰিত হয়। যেনে, আশা > আখা, দশা > দখা, নাশ > নাখ, পাপশ > পাপখ [তু আদেখ (হে স), বুৰঞ্জী দেখ (দেশ), অকণোদই মানিখ (মাজ নিশা)], ঋষি > ৰিখি, ভাষা ভাখা [তু বিসেখোত (হে স), অকণো. বৰখুন], সংসাৰ > সন্খাৰ [তু সংখাৰ (হে স)], অসুৰ > ওখুৰ ইত্যাদি। সংস্কৃতৰ উষ্ম ধ্বনিবোৰৰ বিকাশৰ এই ধাৰাটোৱেও কামৰূপী প্রাকৃতৰ অস্তিত্বৰ আন এটা দিশ উদ্ভাসিত কৰে। ইয়াতে মৈথিলী ভাষাত 'ষ', খ' হোৱা লক্ষণটোও মন কৰিবলগীয়া, তু বিষ > বিখ দোষ > দোখ।

১৪ কামৰূপী প্রাকৃতৰ ওপৰত গুৰুত্ব দি ডিম্বেশ্বৰ নেওগে এনদৰে লেখিছে: "খৃষ্টীয় পঞ্চম বা ষষ্ঠ শতিকাৰ পৰা দ্বাদশ শতিকালৈ ৰাজত্ব কৰা কামৰূপৰ ৰজাসকলৰ তামৰ ফলিবোৰৰ অধ্যয়ন কৰিবলৈ লোৱাৰ মুহূর্ততে অসমীয়া আৰু তেনেকৈ বঙলা

---

১২ Barua, K L, *Early History of Kamarupa* 1933, p 318

আৰু সম্ভৱতঃ উড়িয়া ভাষাৰ মূল মাগধী প্ৰাকৃতৰ ভ্ৰান্ত ধাৰণা নাটকিয়া হৈ যায়।"[১৩] দেৱানন্দ ভৰালিৰ ভাষাত "সাধাৰণতে মাগধী প্ৰাকৃতৰ পৰাই অসমীয়া ভাষা ওলাইছে বুলি যি এটা ধাৰণা আছে সেইটো ভুল। তেনেহলে অসমত চলা প্ৰাকৃতৰ নাম কি? সেইটো মাগধী প্ৰাকৃততকৈ যে এটা বেলেগ বস্তু সেইটোহে আৱশ্যকীয়। মাগধী প্ৰাকৃতৰ উপৰিও দুটা প্ৰাকৃত ভাষাৰ স্তৰ আগেয়ে থকাৰ প্ৰমাণ পাওঁইক। এটাক বুলিব পাৰি 'সৌমাৰ প্ৰাকৃত'। ই আগেয়ে আসাম আৰু বঙ্গদেশত চলিছিল। এতিয়া তাৰ বিশেষত্বখিনি উজনি আসামত পোৱা যায়। আনটো হৈছে 'কামৰূপীয়া প্ৰাকৃত'। ইও গোটেই কামৰূপত আৰু পশ্চিমে মাগধী ভাষাৰ সীমা বিহাৰলৈকে (গোটেই বঙ্গ দেশত) চলিছিল।[১৪]

## বিবিধ প্ৰাকৃত আৰু অসমীয়া ভাষা

১৫ অসমীয়া ভাষাটোক মূলতঃ মগধীয় ভাষা বুলি উল্লেখ কৰাৰ লগে লগে অসমীয়া ভাষাৰ মগধীয় আন আন ভাষা বা মগধ অঞ্চলত প্ৰচলিত আন প্ৰাকৃত আদিৰে সৈতে সম্বন্ধ থকা কথাটোও অন্তৰ্ভুক্ত হয়। অসমীয়া ভাষা আৰু ইয়াৰ উপভাষাবোৰত মাগধী প্ৰাকৃতৰ বহুতো নিদৰ্শন সংৰক্ষিত হৈছে। মাগধী প্ৰাকৃতৰ লক্ষণবোৰৰ ভিতৰত এইবোৰ বিশেষভাৱে উল্লেখযোগ্য : (ক) সংস্কৃতৰ 'শ', 'ষ', 'স' ধ্বনিৰ 'শ'লৈ (খ) 'ৰ' ধ্বনিৰ 'ল'লৈ, (গ) 'জ' ধ্বনি 'য'লৈ, (ঘ) বিসৰ্গযুক্ত পদান্ত অ > এ, (ঙ) 'ঞ' ধ্বনিৰ 'এঞ'লৈ পৰিৱৰ্তন, (চ) অপিনিহিতিৰ অৱস্থিতি, (ছ) স্বাৰ্থিক 'আ' প্ৰত্যয়ৰ বহুল ব্যৱহাৰ, (জ) শব্দ বিভক্তিৰ বিলুপ্তি, (ঝ) চতুৰ্থীৰ ঠাইত দ্বিতীয়া বা সপ্তমীৰ প্ৰয়োগ আদি।[১৫] উদাহৰণ :

(ক) অসমীয়া মান্য ভাষাত শব্দৰ আৰম্ভণিত সংস্কৃতৰ 'শ, ষ, স' এই উষ্ম ধ্বনি-কেইটা অসংযুক্ত হ'লে 'স' ৰূপে উচ্চাৰিত হয়। শব্দৰ আন ঠাইত সিহঁতৰ সাধাৰণতে 'স'ৰ দৰেই উচ্চাৰণ হয়। কিছুমান শব্দত 'হ' আৰু 'খ' ৰূপেও শুনা যায়। গোৱালপৰীয়া 'দেশী-ভাষা'ত হ'লে এই ধ্বনিকেইটাৰ তালব্য 'শ' ৰূপে উচ্চাৰণ হোৱা উদাহৰণ আছে, যেনে, দশ্, মানুশ্, শাপ (সৰ্প), মৈশ (মহিষ), শেশা (শশ)।

---

১৩ Neog, D, *The Origin and Growth of the Asamiya Language*, 1964, p. 50

১৪ ভৰালি, দেৱানন্দ : অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি, ১৯৩২, দ্বিতীয় সংস্কৰণ, পৃষ্ঠা ৫২

১৫ Goswami, U, *A Study on Kamrupi, Dialect of Assamese*, § 251

(খ) শৰীল (কাম.), [তু. বুৰঞ্জী শৰীল], লাই (বাজিকা), চকল (চক্র > চকৰ > চকল)। *

(গ) যজুর্বেদী > যযুর্বেদী (ইন্দ্রপালৰ তাম্ৰ ফলি)।

(ঘ) প্ৰথমত: > প্ৰথমতে (অশোকৰ অনুশাসনৰ প্ৰাচ্য-মধ্য৷ উপভাষাতো এই বৈশিষ্ট্য আছে)।

(ঙ) পুণ্য > পুঞ্‌ঞ (আমবাৰীৰ শিলা-লিপি : দান পুইঞ সজ)।

(চ) সত্য > সোইত্তো, সইত্ত, সং সাধুক > সাউদ, বাজ্য > বাইজ।

(ছ) চকা, চাকা (কাম), কণা, সনা (কাম), কপা (কাম.)।

(জ) বিশেষভাবে বুৰঞ্জীৰ অসমীয়াত দ্বিতীয়া বিভক্তি 'ক' যোগ নহয়, যেনে, মাহনু / মানুহ মাৰে। অকৰ্মক ক্ৰিয়াৰ কৰ্তাৰ পাছতো সৰচাচৰ প্ৰথমা 'এ' বিভক্তি যোগ নহয়, যেনে ৰাম যায়।

(ঝ) ক'ক যাহ / ক'ত যাহ (কাম), [তু বুৰঞ্জী চক্ৰানফাৰ ঠাইক মানুহ পঠালে। পাছে কিংলুঙ্গ এই কথা বজাদেৱক ক'লে]। চতুৰ্থী আৰু দ্বিতীয়া বিভক্তি একে লগ হোৱাৰ এটা সুন্দৰ নিদৰ্শন হৈছে অসমীয়া ভাষাত সম্প্ৰদান-কাৰকৰ অনুপস্থিতি। কাৰবাক কোনো এটা বস্তু দিয়াটোৱে সম্প্ৰদান। সম্প্ৰদান-কাৰকত সংস্কৃতত চতুৰ্থী বিভক্তি হয়, যেনে, দৰিদ্ৰায় ধনং দদাতি। অসমীয়াত কিন্তু সম্প্ৰদান-কাৰক নাই। কাৰবাক কোনো এটা বস্তু দিয়া অৰ্থত কৰ্ম-কাৰকহে হয়, যেনে, ভিখাৰীক চাউল দিছে। অসমীয়াত অৱশ্যে প্ৰতি, অভিমুখ, নিমিত্ত আদি অৰ্থত ক্ৰিয়াৰ লগত কিছুমান শব্দৰ সম্পৰ্ক ঘটে। এইবোৰক নিমিত্ত-কাৰক বোলা হৈছে। নিমিত্ত-কাৰকত চতুৰ্থী বিভক্তি হয়, যেনে, ভাণ্ডৰকৈ ভক্তিভাৱ ৰাখিবা (প্ৰতি), তেওঁ শিৱসাগৰলৈ গ'ল (অভিমুখ), এইটো তোমালৈ আনিছোঁ (নিমিত্ত)।

---

* 'ৰ' টোৰ 'ল'লৈ হোৱা পৰিবৰ্তনটো মাজে-সময়ে আন প্ৰাকৃততো পোৱা যায় (মাহাৰাষ্ট্ৰী দলিদ্দ < দৰিদ্ৰ, মুহল < মুখৰ। পালি তলুণো < তৰুণো)। বৈদিক ভাষাতো ইয়াৰ উদাহৰণ আছে : অলম্ কৃ < অৰম্ কৃণোতি, লুচ্ < ৰুচ্। বোধহয় নাটকীয় মাগধীৰ এই পৰিবৰ্তনটো পূৰ্বদেশীয় উপভাষাবোৰৰ বিশিষ্ট ধাৰাৰ পৰম্পৰাগত অভিব্যঞ্জন—(*Introduction to Prakrit*, ed 2, pp, 59—60)। অশোকৰ অনুশাসনৰ প্ৰাচ্য-মধ্য৷ আৰু প্ৰাচ্য উপভাষাতো 'ৰ' 'ল' হৈছে।

১৬ অসমীয়া ভাষাত শৌৰসেনী, অৰ্ধমাগধী, আৰু পৈশাচী উপাদানো নথকা নহয়। অসমীয়া ভাষাটো 'শৌৰসেনী আৰু মাগধী অপভ্ৰংশৰ মিশ্ৰণ' বুলি কালিৰাম মেধিয়ে লেখিছে। সংস্কৃতৰ 'ক্ষ' শৌৰসেনীত 'খ' আৰু 'কখ' হৈছে। অশোকৰ অনুশাসনৰ প্ৰাচ্য-মধ্যৰ উপভাষাতো ক্ষ > কখ। অসমীয়া ভাষাত সংস্কৃতৰ 'ক্ষ'ৰ 'খ' আৰু 'কখ' লৈ পৰিৱৰ্তন হোৱা উদাহৰণ আছে, যেনে ক্ষিতিমথ > খিমথ ( বলুপালৰ তামৰ ফলি ), মাকিখমান ( ইন্দ্ৰপালৰ তামৰ ফলি ) সং, ক্ষীণ > অস খীণ, সং. মক্ষিকা > অস মাখী, সং. দক্ষিণ > দোকখিন/দোখিন ( কাম ), মা অস দকিখন, সং, লক্ষ্মী > লোকিখ ( কাম ) লকিখ/লখিমী ( মা অস )। সং. কাৰ্যম্ > শৌ কজ্জং, কাম কাইজো। শব্দৰ মধ্যৱৰ্তী -ন্ত- কেতিয়াবা শৌৰসেনীত -ন্দ- হয় ( সং হন্ত > হন্দ )। তামৰ ফলিৰ ভাষাত ইয়াৰ নিদৰ্শন আছে, যেনে, অনন্ত > অনন্দ ( নিধনপুৰৰ তামৰ ফলি )। কেতিয়াবা শৌৰসেনী আৰু মাহাৰাষ্ট্ৰীত -দ- > -ল-, যেনে, বিজ্জুলিআ < * বিদ্যুত্তিকা, তু অস বিজুলী। সংস্কৃতৰ শব্দৰ শেষত থকা বিসৰ্গৰ 'ও' ৰূপে হোৱা পৰিৱৰ্তনক অৰ্ধমাগধী উপাদানৰূপে ধৰা হয়। তামৰফলিৰ ভাষা আৰু কামৰূপী উপভাষাত ইয়াৰ নিদৰ্শন আছে: সং ভাৰ্গৱঃ > ভগগৱো ( নিধনপুৰৰ তামৰ ফলি ), সং, ধৰ্মঃ > ধাৰ্মা ( কাম ), তু. পালি ধম্মো। মাহাৰাষ্ট্ৰী আৰু অৰ্ধমাগধীত সং ষ > ছ, যেনে ষট্ > ছ, তু গোৱা. ছই। অৰ্ধমাগধীত সংস্কৃতৰ চ- > ত-, যেনে, চিকিৎসা > তেইচ্ছা, তু কাম তিকিচ্চা। মাহাৰাষ্ট্ৰী প্ৰাকৃতত 'ভ'- আৰু শব্দৰ মাজত থকা উষ্ম ধ্বনিৰ 'হ লৈ পৰিৱৰ্তন হয়। তামৰ ফলিৰ ভাষা, কামৰূপী উপভাষা, আৰু অস মান্য ভাষাত এই লক্ষণ বিদ্যমান: উদাহৰণ: সং ভৱতি > হোই ( মাহা ), হোই ( কাম ), হই ( হয় ) মা অস। তু শুভঙ্কৰ > সুহংকৰ তামৰফলি ]। সং আকাশ > আকাহ ( কাম ), বস > বহ ( কাম ), তু মা অস বহখৰা বিষ > বিহ, ভিক্ষু > ভিকহু, আশুসিদ্ধি > আহুদি। তেনেকৈ সং, কাংস্য > কাঁহ, সং, হংস > হাঁহ তু গোৱা হাশ। সং আত্মন > মাহা অপ্পা, তু অস আপোন। অসমীয়া ভাষাত সংস্কৃতৰ উষ্ম ধ্বনিৰ চ ৰূপে হোৱা পৰিৱৰ্তনৰ উদাহৰণো আছে, যেনে, সৰ্ব > সব্ব > চোব/চোপ, চপা ( কাম ) [ তু চপাৰাতি ]। সং, স্নেহ > সনেহ ( চনেহ ) > চেনহ চেনাহ ( কাম ) চেনেহ ( মা অস ) সং. স্নানং > পালিত সিনানং ( চিনানং ) > চিনান ( কাম )। সং. 'ঘ'ৰ 'খ'লৈ হোৱা পৰিৱৰ্তনক পৈশাচী প্ৰাকৃতৰ এটা বৈশিষ্ট্যৰূপে ধৰা হয়, যেনে, সং ঘৰ্ম > পৈ খম্ম, তু সং ঘুন্টিকা > অস খুঁটি গকৰা মহৰ )।

## অসমীয়া ভাষা আৰু আন মগধীয় ভাষা

১৭ অসমীয়া ভাষাৰ বিদেহ-মগধীয় পৰিয়ালৰ ভাষা বঙলা, উড়িয়া, ভোজপুৰী, মৈথিলী আদি ভাষাবোৰৰে সৈতেও সম্বন্ধৰ আঁতভালি বিচ্ছিন্ন হৈ যোৱা নাই। সেই সেই ভাষাবোৰৰে সৈতে অসমীয়া ভাষাৰ এটা সম্পৰ্ক আছে, অথচ তাৰ ভিতৰতে অসমীয়া ভাষাই এটা স্বকীয়া বৈশিষ্ট্যও ৰক্ষা কৰিছে। ইয়াৰ দ্বাৰাও অসমীয়া ভাষাটো মগধীয় ভাষাহিচাপে প্ৰতিষ্ঠিত হৈছে। তামৰ ফলিৰ ভাষাই অসমীয়া ভাষাৰ চিত্ৰটো স্পষ্ট কৰি তোলে কিন্তু অসমীয়া ভাষাৰ বিস্তৃত নিদৰ্শন চৰ্যা-পদবোৰৰ (অষ্টম-দ্বাদশ শতিকা) ভাষাতহে পোৱা যায়। চৰ্যা-পদৰ পাছত অসমীয়া ভাষাৰ নিদৰ্শন আছে প্ৰাচীন অসমীয়া সাহিত্যত। এই ক্ষেত্ৰত বিশেষ উল্লেখযোগ্য হ'ল মাধৱ কন্দলীৰ (চৈধ্য শতিকা) ৰামায়ণৰ ভাষা। ইয়াৰ লগত শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰে সৈতে থকা সম্পৰ্কই (শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষাৰ লগত চৰ্যা-পদৰো সম্পৰ্ক আছে) অসমীয়া ভাষাৰ পূৰ্ব-ভাৰতৰ একেবাৰে মিথিলাৰ ভাষাৰে সৈতে যোগ-সূত্ৰভালি আৰু দৃঢ় কৰি তোলে। চৰ্যা-পদৰ ভাষাক মৈথিলী ভাষাৰ উত্তৰপূৰ্বীয় উপভাষা বুলি কোৱা হয়।[১৬]

১৮ অসমীয়া ভাষাৰ আন আন ভাষাৰ লগত সাদৃশ্য-বৈসাদৃশ্যৰ আলোচনা কৰিবলৈ হ'লে অসমীয়া ভাষাৰ আটাইবোৰ উপভাষাৰ সহায় ল'ব লাগিব। উত্তৰ-বঙ্গৰ ভাষাৰ লগত অসমৰ পশ্চিম-অঞ্চলৰ ভাষাৰ ৰূপতত্ত্বমূলক আৰু শব্দমূলক অনেক সাদৃশ্যৰ উপৰি প্ৰৱাদ বচন আদিৰো সামঞ্জস্য ধৰা পৰিছে। শ্ৰীচাৰুচন্দ্ৰ সান্যালৰ উক্তিমতে "দাৰ্জিলিঙৰ শিলিগুৰি মহকুমা, অবিভক্ত জলপাইগুৰি, কোচবিহাৰ, অসমৰ গোৱালপাৰা, আৰু উত্তৰ-ৰংপুৰৰ উপভাষাটো বঙলাৰ এটা 'স্থানীয় উপভাষা'। সুনীতিকুমাৰ চট্টোপাধ্যায় আৰু সুকুমাৰ সেনে ইয়াক 'উত্তৰ-পূব-বঙলা উপভাষা' বুলি অভিহিত কৰিছে। প্ৰকৃতপক্ষে ই ওপৰত উল্লিখিত অঞ্চলৰ গাৱঁলীয়া লোকসকলৰ কথিত (চলিত) ভাষা। এই কথিত ভাষাটোৰ মাজ কথিত বঙলা ভাষাৰ লগত বহু ক্ষেত্ৰত পাৰ্থক্য আছে।"[১৭] ইফালে অসমীয়া ভাষাৰ পশ্চিম-অঞ্চলৰ কামৰূপী উপভাষাৰ লগত এই উপভাষাটোৰ 'বহুক্ষেত্ৰত' সাদৃশ্য ৰক্ষিত হৈছে। উত্তৰ-বঙ্গৰ

---

১৬ Jha, S, *The Formation of the Maithili Language*, 1958, pp 32-42

১৭ Sanyal, C, *The Rajbansis of North Bengal*, 1965, p 250

ভাষাৰ লগত পশ্চিম-অসমৰ গোৱালপৰীয়া উপভাষাৰো সাদৃশ্য প্ৰচুৰ। শ্ৰীসান্যালে উল্লেখ কৰা উত্তৰ-বঙ্গৰ উপভাষাৰে সৈতে থকা কামৰূপী উপভাষাৰ শব্দমূলক সাদৃশ্য-বোৰ তলত দিয়া হ'লঃ*।

| উত্তৰ-বঙ্গৰ উপভাষা | কামৰূপী উপভাষা |
|---|---|
| (ক) ঘৰ-দুৱাৰ আৰু আন বস্তুবাহ্যানসম্পৰ্কীয় : | |
| আখা | আখা |
| আয়না | আয়না |
| আংটি | আউঙ্‌থি তু গোৱা আঙ্‌ঠি |
| কুলা | কুলা |
| খিৰ্‌কি | খিৰ্‌কি |
| খোন্তা | খন্তা |
| গাছা | গাচা |
| ঘৰ | ঘৰ |
| ঘোটি | ঘোন্তি |
| ঘোসি | ঘঁহি ( বামনিয়া অঞ্চল ) তু গোৱা, ঘোশি |
| চাল | চাল ( ঘৰৰ ) |
| ছিপ | চিপ |
| জোখাই | জাখা, জাখে |
| ডালা | দালা |
| ভেগ | দেগ |
| ভোৰ্‌সি | ভৰ্‌হি, ভৰ্‌থি |
| দৰ্‌জা | দৰ্‌জা > দজ্জা |
| দাও | দাউ |
| দুআৰ | দুআৰ |
| দুন | দুন |

* কামৰূপী উপভাষাৰ ৰূপবোৰ দেখুৱাওঁতে সাধাৰণ বানান-পদ্ধতি এৰি কামৰূপীৰ [illegible] । উত্তৰ-বঙ্গৰ উপভাষাৰ উদাহৰণবোৰত 'চ, ছ'ক তালব্য স্পৰ্শ-ধ্বনি আৰু 'স'ক উষ্ম-ধ্বনিৰূপে শ্ৰীসান্যালে দেখুৱাইছে।

| উত্তৰ-বঙ্গৰ উপভাষা | কামৰূপী উপভাষা |
| --- | --- |
| লোলোক | নলক |
| পিৰা | পিৰা |
| পোইলা | পাইলা |
| ফুল | ( নাক ) ফুল |
| বোটিদাও | বোখি তু গোৱা বোটি |
| কলা | কলা |
| হাইসাল | হাঁইহাল |
| হাতা | হাতা, হাথা |
| হামোদিস্তা | হামূদিস্তা তু গোৱা হামূ |

(খ) ফল-মূল, মছলাপাতিসম্পৰ্কীয় :

| | |
| --- | --- |
| আদা | আদা |
| এ'লাচি | এ'লাচি |
| কঠোআল | কথাল তু গোৱা কাঠোল |
| কলম | কলমদাখি ( এবিধ ধান ) |
| খাৰ্মা | খৰ মা ( এবিধ ধান ) |
| জিৰা | জিৰা |
| তামুকু | তাও খু |
| দালচিনি | দালচেনি |
| বাঙি | বাঙি |
| বে'ল | বে'ল |
| বোগাৰি | বৌগ ৰি |
| বোন্নি | বন্নি ( এবিধ ধান ) |
| হাম্‌কু | হাম্‌খু |
| হোল্‌দি | হালখি |

(গ) খেতি-বাতিৰ সা-সঁজুলি :

| | |
| --- | --- |
| কোদাল | কদাল তু গোৱা কোদাল |
| জোঙাল | জঙ্‌লি তু গোৱা জোঙাল |
| জুআ | জুআ ( গৰুৰ গাড়ীৰ ) |
| ধুৰ | ধুৰা |

| উত্তৰ-বঙ্গৰ উপভাষা | কামৰূপী উপভাষা |
| --- | --- |
| নাঙল | নাঙাল / লাঙাল |
| ফাল | ফাল তু. গোৱা ফাল |
| মৈ 'জখলা' | জখ্‌লা তু গোৱা. মৈ |
| (ঘ) নামবাচক শব্দ : | |
| আগ্‌না | আঘ্‌না |
| আসাক | আঁহাক |
| জেঠিঅ' | জেউঠা |
| দোমাসু | দ'মাহু |
| দেবাক | দে বাক |
| পুসু | পুহ |
| ফাগু | ফাউগ্‌ন |
| বাইসাগু | বৈ'হাগু |
| বুধ | বুধ বুধা, বুইধা |
| মাঘু | মাঘু অ' মাউঘা |
| মোঙ্গলা মোঙ্গলু | মঙ্‌লা মাঙালু |
| ৰোবিবাৰ | ৰৈব |
| সাবনা | সাউনা |
| সোইনা | সোইনা |
| (ঙ) সম্বন্ধবাচক শব্দ . | |
| আই | আই ( মা ) |
| আবো | আবু তু গোৱা আবো |
| কাকা | কাকা |
| ঘৰ্‌নি | ঘন্নি |
| জাঁঐ | জঁউঐ, জাঁউঐ |
| দে'ওৰ | দে'উৰ |
| ঢেম্‌না | ধে'ম্‌না |
| বাই | বাই |
| বাপ | বাপ তু গোৱা বাপ |
| বে'টা | বে'ডা তু গোৱা. বেটা সাউজা 'মতা মানুহ' |
| বেটি | বেডি তু গোৱা, বেটি সাউজা 'মাইকী মানুহ' |

| উত্তৰ-বঙ্গৰ উপভাষা | কামৰূপী উপভাষা |
|---|---|
| বোহিনি | বৈনি তু. গোৱা. বৈনি |
| বৈনজাঁত্ৰৈ | বৈনজঁউএ, বৈনজঁাউএ |
| ভাই | ভাই তু গোৱা. ভাই |
| ভাতাৰ | ভতাৰ, ভাতাৰ তু. গোৱা ভাতাৰ |
| মাইঅ | মাইহনাক তু গোৱা. মাইআ |
| মাম | মামা, মমা তু. গোৱা মামা |
| মামী | মামি তু গোৱা মামি |
| সালপাইত | সাল্‌পাতি |

(চ) বিবিধবিষয়ক :

| | |
|---|---|
| অঝা | অজা |
| আঠিঅ-কল | আইথ্যা কল |
| আজি | আজি |
| আন্ধাৰ | আন্ধাৰ |
| ইন্দুৰ | ইন্দুৰ তু গোৱা ইন্দুৰ |
| কাকৰা | কাকৰা তু গোৱা কাকৰা |
| কান | কানা |
| কোচু | কোচু |
| কিসানো, কিসাতো | কিচ্‌নো তু কিস্তু ( কিন্তু |
| কোইনা | কোইনা |
| কিলকানি | কিলাকানি |
| কামাৰ | কামাৰ, কমাৰ |
| কোকৰা | ককৰা |
| কিৰা | কিৰা, ‘শপত’ |
| কাপাল | কাপাল, কপাল |
| খায়া | খাইআঁ, ‘নৰ্দমা’ |
| গটায় | গতাই ‘একেবাৰে’ |
| গোক | গোক |
| গাজা | গাজ ‘গজালি’ |
| ঘৰা | ঘৰা |

| উত্তৰ-বঙ্গৰ উপভাষা | কামৰূপী উপভাষা |
|---|---|
| চৰক | চৰাপ 'বজ্ৰপাত' |
| চেকোআৰ | চে'কৰ |
| চোখু | চোখু |
| চেঙ্‌ৰা | চে'ঙৰা তু গোৱা চে'ঙৰা |
| √চিৰ্ | √চিৰ |
| চোপোৰ ( দিন ) | চপা ( ৰাতি ) |
| চুৰ নি | চুৰ্‌নি চুন্নি |
| চাবন | চাবন |
| জোমি | জোমি |
| জোলপৈ | জলপে তু গোৱা. জলপাই |
| তেত্‌লি | তে'তলি |
| তিবি | তিবি |
| তিনটা | তিনতা |
| তে | তে 'তেনেহ'লে' |
| টিহা | তি*আ ( এবিধ চৰাই ) |
| দাম্‌ৰা | দাম্‌ৰা |
| দিগলা | দিঘ্‌লা |
| ঢুমুৰ | ঢ়মোক |
| ডাং | দাং 'মাৰি' |
| ডিমা | দিমা তু গোৱা ডিমা |
| নুন | নুন |
| লাউ | লাউ |
| পাছেৰা | পচৰা, পাচৰা |
| পন্থা ভাত | পন্তা ভাত |
| পাৰোআ | পাৰা, পাউৰা |
| পাটা | পাতা 'মৰাপাট' তু গোৱা. পাটা |
| পিগিবি | পিখিমি |
| পাপ্‌ৰা | পিপ্‌ৰা |
| পে'ত | পে'ত |
| বুৰা | বুৰা |

| উত্তৰ-বঙ্গৰ উপভাষা | কামৰূপী উপভাষা |
|---|---|
| বুৰি | বুৰি |
| বৰ | বৰ 'বৰা' |
| বেঙ | বে'ঙ |
| বয়া | বইআ তু পোৱা বইআ |
| বাও | বাউ 'বতাহ' |
| বালা | বালা 'বালি' |
| বোগুলা | বৌগ্‌লা |
| ভাত্‌ছোআ | ভাইচেনি 'অন্নপ্ৰাশন' |
| √ভুৰ কা | √ভুৰ্‌কা |
| √ভিজ্‌ | √ভিজ্‌ |
| ভুই | ভুঁই |
| ভোকাভাকিআ | ভকভেকা 'বথকী' |
| মাক্‌লা বাস | মাকাল বাঁহ |
| মুখ √ বে'ক্ক | মুখ √ বে'ক্ক |
| মে'ঘ | মে'ঘ |
| মাক্‌ৰা | মাকৃৰা |
| লোহা | লহা |
| লে'ঙলেঙা | লে'ঙলেইঙা |
| লাঙ্‌টিআ | লাঙতা |
| সোনা | সনা |
| সোক | সোক |
| √হান্‌ | √হান্‌ 'খোঁচ' |
| হাৰগিলা | হালগিলা |
| হোটভ্‌কাৰ | হথাভ্‌কাৰ |

১৯ ৰূপ তত্ত্বৰ ফালৰ পৰা চালেও উত্তৰ-বঙ্গৰ উপভাষা আৰু কামৰূপী উপভাষাৰ মাজত যথেষ্ট মিল দেখা পোৱা যায়। উদাহৰণস্বৰূপে স্ত্ৰীবাচক ই, নি' প্ৰত্যয়, বহু-বচনাত্মক গিলা-প্ৰত্যয়, সৰ্বনামৰ ৰূপ কিছুমান, নিৰ্দিষ্টতাবাচক খান-প্ৰত্যয়, নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়াৰ আগত ব্যৱহাৰ, তুমুনন্ত ইবাৰ-প্ৰত্যয়, শব্দ-বিভক্তিৰ সংযোগত ব্যঞ্জনান্ত প্ৰকৃতিৰ তিৰ্যক ওকাৰান্ত ৰূপ, শব্দ-বিভক্তি পৰ-সৰ্গৰ ব্যৱহাৰ, বাক্য-বিন্যাস, ক্ৰিয়া-বিভক্তি, প্ৰবাদ-বচন আদিৰ সাদৃশ্যলৈ আঙুলিয়াব পাৰি। তলত আটাইবোৰৰ চানেকি দাঙি ধৰা হ'ল:

| উত্তৰ-বঙ্গৰ উপভাষা | কামৰূপী উপভাষা |
|---|---|
| (ক) বুৰা, বুৰি, চোৰ, চুৰনি | বুৰা, বুৰি, চুৰ চুৰ-নি > চুন্নি |
| (খ) মানুসি, মানুসি-গিলা | মাহনু, মানুহ-গিলা তু গোৱা মানুশি-গুলা |
| (গ) মুই, তুই, মোক, তোক, মোৰ, তোৰ, হাঁয় হামুৰা | মঁই, মুই (বামদিয়া অঞ্চল), তঁই, তুই (বামদিয়া অঞ্চল), মোক, তোক, মোৰ, তোৰ, কাই (পশ্চিম কাম), হামুৰা (মাই-হামৰা) তু গোৱা মুই, তুই। |
| (ঘ) কুলা-খান | কুলা-খান তু গোৱা কাপোৰ-খান |
| (ঙ) নাখাওঁ নাজানে, নাবুঝে | নাখাওঁ নাজানে, নুবাজে তু গোৱা নাখাও |
| (চ) ফুল তুলিবাৰ গেলো | ফুল তুইলব গেনু ভাত খাবাৰ হৈছি। তু গোৱা খাবাৰ। |
| (ছ) খাল, খালো-ত চাল, চালো-ত | খালো-ত, চালো-ত। |
| (জ) মোক মোৰ | মো-ক মো-ৰ |
| (ঝ) পুৰোৰ নাগিআ মোৰথাকি চতো। | পুৰাৰ লেগি পুৰাক গেলি, মোৰ থাকি > মোতথাকি সক। |
| (ঞ) পাক না কাচা, | পক না কাচা |
| গোৰুৰ চাৰিটা ঠেঙ আছে | গোৰুৰ চাইৰখান ঠেং আছে |
| গোৰুৰ ভালেগিলা নাম আছে | গোৰুৰ ভালোগিলা নাউ আছে |
| (ট) মুই জাম, মুই গেইছু মুই গেইছিনু গিনু। | মঁই জাম, মঁই গেইচু মঁই গেইচালু, গেলু, গেনু (বামদিয়া-অঞ্চল) |
| (ঠ) উত্তোৰে গুআ, দোখিনে ধুআ | পুবে হাঁহ পোচ্চিমে বাঁহ। |
| পুবে হাস, পোচ্চিমে বাস॥ | উত্তেৰে গুআ, দোকৃখিনে ধুআ॥ |
| আছে গোৰু না বয় হাল। | আচে গোৰু নাবৈ হাল |
| তাৰো ছুকো চিৰোত কাল॥ | হত কে নহই ভাল॥ |
| ঘাটাত পাইনু কামাৰ। | বাতোতো পালু কমাৰ। |
| দাও গৰে দে হামাৰ॥ | দাউ গৰে দি আমাৰ॥ |
| বোসিবাৰ জানিলে মাটিআ পিৰা। | বোইহবা জাইনলি মাতিএ পিৰা। |
| খাইবাৰ জানিলে চাউলিআ চিৰা॥ | খাবা জাইনলি চাউলে চিৰা॥ |

২০ উত্তৰ-বঙ্গৰ উপভাষাত প্ৰাচীন অসমীয়াৰ ৰূপো সংৰক্ষিত হৈছে, যেনে, -গুলা, -গটা (তিনগটা), হতে (মানসি হতে), কোৰিআ, কোৰিল, ডিজিল, দিল,

তোহোৰ, পিতাল, গিদাল, কোৰিলেৰ ইত্যাদি। তু. কতো-গুলাক (ভট্টদেৱ), সাত গাটা কোৰ (ৰামসৰস্বতী), দুগুটি সন্ততি (হৰিহৰ বিপ্ৰ), তোহোৰ বোলত (মাধৱ কন্দলী) গীতাল (মনকৰ), স্বৰ্গহাত নামিলেক (মনকৰ), কষ্টাসৱে পাৰিল (মা কন্দলী), বিশ্বকৰ্মে জানিল (মনকৰ), জানকীক ৰক্ষা দিল (মা কন্দলী), কান্ধে কৰিয়া দুৰ্গা বিৰচিলা কেশ (মনকৰ)। উত্তৰ বঙ্গৰ উপভাষাত মাজে অসমীয়াৰ ৰূপ কিছুমানো ভুৰভুৰ্কাপ পোৱা যায়, যেনে—গোহালি খুৰা (দেউতাকৰ ভায়েক), এক, গছ, টকা, নাৰিকল, গুআ (গুৱা) ইত্যাদি। উত্তৰ-বঙ্গৰ উপভাষাৰ লগত পশ্চিম অঞ্চলৰ অসমীয়া ভাষাৰ অতি ওচৰৰ সম্পৰ্কৰ পৰিচয় দেখা গ'ল। মগধ-বিদেহ-অঞ্চলৰ পৰা উত্তৰ-বঙ্গৰ মাজেদি আৰ্য ভাষাই প্ৰাচীন কামৰূপত প্ৰৱেশ কৰাৰ ইয়ে প্ৰমাণ। প্ৰাচীন কালৰ পৰা কোচ-ৰাজত্বৰ শেষলৈকে (সোতৰ শতিকা) অসমখন কামৰূপ নামেৰে জনাজাত আছিল। প্ৰাচীন কামৰূপ কোচ বিহাৰকে ধৰি সমগ্ৰ উত্তৰ-বঙ্গ আৰু বঙ্গদেশৰ ৰংপুৰ আৰু জলপাইগুৰি জিলাকো সামৰি লৈছিল।[১৮] কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰ অনুযায়ী কৰতোয়া নদী ইয়াৰ পশ্চিমৰ স্থায়ী সীমা আছিল। সুনীতিকুমাৰ চট্টোপাধ্যায়ে পূৰ্বমাগধী প্ৰাকৃতক চাৰিটা উপভাষাত ভগাই অসমীয়া ভাষা আৰু উত্তৰ বঙ্গৰ উপভাষাবোৰক সাঙুৰি 'কামৰূপ উপভাষা' নাম দিছে। বাণীকান্ত কাকতিৰ ভাষাত ক'বলৈ হ'লে "উত্তৰ-বঙ্গ আৰু পশ্চিম অসমৰ কথিত ভাষাটো মূলতঃ এক আৰু ইয়াক এটা উপভাষাৰ গোট যেন লাগে।[১৯] "ৰংপুৰ, দিনাজপুৰ, কোচবিহাৰ প্ৰভৃতি ঠাইৰ ভাষা পৰীক্ষা কৰি চালে ফটফটীয়াকৈ দেখি যে সেই ভাষা অসমীয়া ভাষাৰহে নিজস্ব, আপৰ অসমীয়া ভাষাৰহে নিজা বস্তু, আজি-কালিৰ বলী বঙলা ভাষাৰ অধিকাৰ তাত নাই"—বেজবৰুৱা।

২১ বঙলা ভাষাৰে সৈতে অসমীয়া ভাষাৰ কামৰূপী উপভাষাৰ কোনো কোনো ঠাইত মিল আছে। দুয়ো ঠাইতে ওচৰাউচৰাকৈ থকা অক্ষৰ দুটাত 'আ' ধ্বনি থাকিব পাৰে, যেনে, চাকা (কাম বঙলা), চকা (মা. অস)। দুয়ো ঠাইত শব্দৰ আদি বা প্ৰথম অক্ষৰত বলাঘাত পৰা হেতুকে মধ্যৱৰ্তী অক্ষৰ লুপ্ত হয়, যেনে, কুম্ৰা, কাক্ৰা (কাম), কুমড়া, কাকড়া (বঙলা)। দুয়ো ঠাইত স্বৰ-সঙ্গতিৰ ফলত কিছুমান শব্দই সমৰূপতা লাভ কৰে যেনে, মধু > মোধু (কাম বঙলা), ম'ধু (মা অস)। বঙলাত পোৱা চ, জ, শ, ট, ড আদি ধ্বনি গোৱালপৰীয়া উপভাষাত আছে, কিন্তু

১৮. Kakati, B, *Aspects of Early Assamese Literature*, p

১৯ Kakati, B, *Assamese, Its Formation and Development*, 1941, p. 5

কামৰূপী আৰু মান্য অসমীয়াত নাই। অসমীয়াত সকৰ্মক আৰু অকৰ্মক ক্ৰিয়া অনুযায়ী কৰ্তাৰ পাছত প্ৰথমা বিভক্তি যোগ হয়। বঙলাত এনে নিয়ম নাই। অধিকৰণ-অৰ্থত পৰ-সৰ্গ 'মধ্যে'ৰ ব্যৱহাৰ কামৰূপীত আছে, যেনে, ঘৰমধ্যে ( ঘৰত )। বঙলাত এনে নিয়ম নাই। সৰ্বনাম, শব্দ বিভক্তি, ক্ৰিয়া-বিভক্তি, বহু বচনৰ প্ৰত্যয়, ক্ৰিয়া-বিশেষণ, ক্ৰিয়াৰ নাস্ত্যৰ্থক ৰূপ, প্ৰতিধ্বন্যাত্মক শব্দৰ গঠন পদ্ধতি, তুমুনন্ত ক্ৰিয়া ৰূপ, অসমাপিকা ক্ৰিয়া ৰূপ, বিশেষণৰ তুলনা আদিৰ ক্ষেত্ৰত অসমীয়া ভাষাই স্বকীয়া ৰূপ ৰক্ষা কৰিছে। উদাহৰণ : মই ( অস ), আমি (বঙলা), মোক ( অস ), আমাকে/আমায় (বঙলা), তোমালোক (অস ), তোমৰা ( বঙলা ), তাই (অস ), সে ( বঙলা ), কোন (অস), কে (বঙলা), সি (অস ), সে ( বঙলা ), গছত (অস , গাছে গাছেতে (বঙলা), ক'লে (অস ), বললো (বঙলা), ধুম (অস ), ধোঁৱা (বঙলা), গছবোৰ (অস ), গাছগুলো (বঙলা) মানুহবোৰ ( অস ), লোকগুলো ( বঙলা ), মাইকী মানুহবোৰ (অস ), স্ত্ৰী লোকগুলি (বঙলা), আৰো (অস ), আবাৰ ( বঙলা ), আজি (অস ) আজ (বঙলা), কেতিয়া (অস ), কখন কবে (বঙলা), ক'ত (অস ), কোথায় (বঙলা) তাত ( অস ), সেখানে/ ওখানে (বঙলা) ইতা/এইতা ( কাম ) এতিয়া (মা অস ), এখন ( বঙলা ), নাচাবা/ নেচাবা (অস), চেওনা (বঙলা), নথ'বা (অস ), ৰেখো না (বঙলা), , দাত-চাত (কাম ), দাঁত চাঁত (মা অস ), দাঁত-টাঁত (বঙলা), খাবলৈ (অস ), খেতে (বঙলা), দি (অস.), দি'য় (বঙলা), খাই (অস ), খেয়ে বঙলা), তোমাতকৈ ডাঙৰ (অস ), তোমাৰ চেয়ে বড়ো ( বঙলা ), সকলোতকৈ ভাল (অস ) সব চেয়ে ভাল (বঙলা)।

২ : অসমীয়া আৰু বঙলাৰ মাজত থকা আনকেইটামান পাৰ্থক্য তলত দিয়া ধৰণৰ :

(১ শব্দমূলক :

| অসমীয়া | বঙলা |
|---|---|
| আইতা | ঠাকুৰ মা |
| উৰহ | ছাৰপোকা |
| ওচৰত | কাছে |
| কুঁহিয়াৰ | আখ |
| ককাদেউতা | ঠাকুৰ দাদা / দাদামশাই |
| গোমধান | ভুট্টা |
| চিলা ( উৰাবা ) | ঘুড়ি |
| চুবুৰীয়া | প্ৰতিবাসী |

| অসমীয়া | বাংলা |
|---|---|
| চোতাল | উঠান |
| ছোৱালী | মেয়ে |
| জেঠী | টিকটিকি / গিৰগিটি |
| ভেউকা | বোলতা |
| থিয় | খাড়া |
| পথাৰ | মাঠ |
| বতাহ | হাওয়া |
| বৰষুণ | বৃষ্টি |
| বাঢনী | ঝাঁটা |
| ভোক | ক্ষুধা |
| মধুৰীআম | পেয়াৰা |
| মাত্ৰ | শুধু |
| ৰাতিপুৱা | ভোৰ |
| ৰাতি | ৰাত / ৰাত্ৰি |
| ল'ৰা | ছেলে |
| শহাপহু | খৰগোস |
| শিপা | শিকড় |
| সৈতে | সঙ্গে |

(২) বাক্যগঠনমূলক :

| | |
|---|---|
| তোমাৰ দেউতাৰা কোন ? | তোমাৰ বাবা কে ? |
| তাৰ মাক ক'ত আছিল ? | তাৰ মা কোথায় ছিল ? |
| মই ইয়াত আছোঁ। | আমি এখানে আছি। |
| সি ঘৰত আছিল। | সে বাড়িতে ছিল। |
| হাবিত ভালুক থাকে। | ভালুক বনে থাকে। |
| পানীত কাঠ ওপঙে। | কাঠ জলে ভাসে। |
| ঘৰটো নৈখনৰ দাঁতিত। | বাড়ীটা নদীৰ ধাৰে। |
| নৈখন বহুত দূৰত। | নদীটা অনেক দূৰে। |
| মোৰ ভোক লাগিছে। | আমাৰ খিদে পেয়েছে। |
| তুমি ক'লৈ যোৱা ? | তুমি কোথায় যাচ্ছ ? |
| তোমাক কি লাগে ? | তুমি কি চাও ? |

| অসমীয়া | বঙলা |
|---|---|
| তুমি কি ক'লা ? | কি বললে ? |
| মই তাক ক'ম নে ? | ওকে বলব কি ? |
| তোমাৰ দেউতাৰা ক'ত ? | তোমাৰ বাবা কোথায় ? |
| তুমি বিয়া কৰাইছা নে ? | তোমাৰ কি বিবাহ হয়েছে ? |
| তাক কি লাগে ? | ও কি চায় ? |
| ভেকুলীটোৱে টোৰটোৰাই আছে। | ব্যাঙ ডাকছে। |
| ছোৱালীজনী পানী আনিবলৈ গৈছে। | মেয়েটি জল আনতে গেছে। |
| আমি দূৰলৈ যাওঁ ব'লা। | চল আমৰা আৰও এগই। |
| সেইটো সঁচা নে ? | তা কি সত্যি ? |

২২ উড়িয়া ভাষাৰ লগত অসমীয়া ভাষাৰ বৈসাদৃশ্য কিছুমান এনে ধৰণৰ :

(ক) আধুনিক উড়িয়াত সকলো শব্দ স্বৰান্ত।

(খ) মূৰ্ধন্য 'ণ' আৰু মূৰ্ধন্য 'ল উড়িয়া ধ্বনি-তত্ত্বত বিশিষ্ট-ধ্বনি।

(গ) কৰ্তাৰ বচন অনুসৰি ক্ৰিয়া-ৰূপৰ সলনি ঘটে (মণিস আছি, মণিসমানে অছন্তি)।

(ঘ) উড়িয়াত প্ৰতিধ্বন্যাত্মক শব্দৰ গঠন এনেকুৱা : কাঠ ফাঠ, ঘৰ-ফৰ, ইটা-ফিটা।

(ঙ) উড়িয়াত পঞ্চমী বিভক্তি আছে (বসা-ৰু 'থকা ঠাইৰ পৰা', গছ-ৰু 'গছৰ পৰা')।

(চ) একে শব্দ কিছুমানৰ হুঁ'য়া ভাষাত অৰ্থবোধ বেলেগ বেলেগ, যেনে, ঘৰ (অস ঘৰ, উ ঘৰ কোঠা), পৰিবাৰ (অস ঘৈণী উ পৰিয়াল)।

(ছ) সকৰ্মক আৰু অকৰ্মক ক্ৰিয়া অনুযায়ী কৰ্তাৰ পাছত প্ৰথমা বিভক্তি যোগ হোৱা বা নোহোৱা প্ৰথা উড়িয়া ভাষাত পোৱা নাযায়

২৩ উড়িয়া ভাষাৰ লগত অসমীয়া ভাষাৰ সাদৃশ্যও নথকা নহয়। অসমীয়াৰ নিচিনা উড়িয়াতো আৱৰ্তনিত থব, সংস্কৃতৰ 'য' আৰু 'ৰ' 'জ' আৰু 'ব' ৰূপ উচ্চাৰিত হয় যেনে, উড়িয়া জাই < যাত্ৰা, কাম জাই, যা অস গৈ। উড়িয়া বাঘ < ব্যাঘ্ৰ অস বাঘ। অসমীয়াৰ নিচিনা উড়িয়াতো নিৰ্দিষ্টতাবাচক প্ৰত্যয়— টাৰ ব্যৱহাৰ আছে, যেনে, অসুৰ-টা বলদ ট গাই-টা (অস অসুৰ টো বলদ-টো গাইজনী, এটা, দুটা)। প্ৰাচীন অসমীয়াৰ বহু বচনৰ প্ৰত্যয় 'মানে" উড়িয়াত

বহু-বচনৰ প্ৰত্যয়ৰূপে ব্যৱহৃত হয়, যেনে, মণিসমানে মানুহবোৰ'।[২০] ইয়াৰে মান্য উড়িয়া আৰু তাৰ পশ্চিমৰ উপভাষাৰ মাজত বিদ্যমান পাৰ্থক্য দেখা যায়। সেইবোৰৰ কিন্তু আন আৰ্য-ভাষাৰ লগত মিল আছে। এই উপভাষাটোত সকলো শব্দ স্বৰান্ত নহয়। মূৰ্ধন্য 'ল'ৰ ব্যৱহাৰ ইয়াত নাই আৰু তৎসম শব্দত মূৰ্ধন্য 'ণ' দন্ত্য 'ন'ৰূপে উচ্চাৰিত হয়। পশ্চিম-উড়িয়া উপভাষাৰ লগত কামৰূপী উপভাষাৰ কোনো কোনো ক্ষেত্ৰত সাদৃশ্য ধৰা পৰে: (কামৰূপী আৰু মান্য অসমীয়াৰ দৰে) পশ্চিম উড়িয়াৰ উচ্চ স্বৰ-ধ্বনি মান্য উড়িয়াত নিম্ন স্বৰ-ধ্বনিলৈ ৰূপান্তৰিত হয়, যেনে উদা (প উ), ওদা (মা উ) [তু তামুল (কাম), তামোল (মা অস)] পশ্চিম উড়িয়াত অপিনিহিতিৰ স্বৰ 'ই'ৰ প্ৰয়োগ দেখা যায় যেনে, পানী (মা উ) > পাইন (প উ)। [তু পানীটোপা মা. অস) > পাইন টপা (কাম)]। পশ্চিম উড়িয়াত শব্দৰ মাজৰ অক্ষৰ লোপ হোৱাৰ লক্ষণ আছে, যেনে মাকড়সা (মা উ), মাকৃড়া (প উ)। [তু একৰা (মা অস), মাকৃৰা (কাম)] [১] ইত্যাদি।

২৪ মাগধী গোষ্ঠীৰ একেবাৰে পশ্চিমৰ ভাষা হৈছে ভোজপুৰী। অসমীয়া মান্য ভাষা পূৰণি অসমীয়া ভাষা, আৰু বিশেষকৈ কামৰূপী উপভাষাৰ ভোজপুৰী ভাষাৰে সৈতে সম্বন্ধ অতি ঘনিষ্ঠ। ভোজপুৰী আৰু কামৰূপীৰ মাজৰ সাদৃশ্যবোৰ এনে ধৰণৰ: থইলী (কাম থৈলা) বখান্ (কাম বাখান্, মা অস. বখান্), পুৰাণ, খেপ, আখড়া (কাম আখৰা), খন্তা, পন্তা, পাঁতি (কাম পাতি), কৈকৃৰি (কাম কাইকৃৰাল), ভিজ, সপন, কইলান (কাম কৈল্লান), ভৰথ (কাম ভৰথা), মটুৰ, দোখ, ভাখা, মচিয়া (কাম মাইচা), গাঁছ (কাম গাছ), ঢেমনী কাম ঢেমৃনী), ৰূপ, নূন (কাম নুন), লোহা (কাম লহা), পুৰাঠ, দৰমাহা, গোৰু, বছৰু (কাম গোৰু-বাছৰু), তিন তিৰকা নৱ (কাম তিনতিৰকা নউ), তোহন কাম তুহ না), তুহাৰ (কাম তুঁহাৰ)। ভোজপুৰীত পূৰণি অসমীয়া আৰু মান্য অসমীয়াৰ শব্দও পোৱা যায়, যেনে, ভিখাৰী গৰম, জনম, কৰম, মুকথ সুকুল (মা অস শুকুলা), নগদ, দুৱাৰ, কদম, পদুম ইত্যাদি। ভোজপুৰীত 'ৱ' ধ্বনিৰ প্ৰাধান্য দেখা যায়,

---

২০ অসমীয়া আৰু উড়িয়া ভাষাৰ বহল আলোচনাৰ বাবে দ্ৰষ্টব্য: Dutta Baruah, P, *A Comparative Analysis of the Morphological Aspects of Assamese and Oriya* (Ph D thesis).

২১ দ্ৰষ্টব্য: Tripathi, K B, *The Evolution of Oriya Language and Script*, 1962 pp, 214-17

যেনে কৌৰা ( অস কোলা ), কাজৰ ( অস কাজল ), ৰবৰ ( অস বলৰ, বলদ ), কাৰ ( অস কাল )। সংখ্যাবাচক শব্দবোৰত ভোজপুৰীত সংস্কৃতৰ 'ষ'ৰ বেভিন্না 'ছ' উচ্চাৰণ হয়, অসমীয়াত বেভিন্না স (চ) উচ্চাৰণ হয়, যেনে, ষট্ > 'ছৰ, অস. চই (ছয়)। ভোজপুৰীত 'ষ'ৰ বেভিন্না স (চ) উচ্চাৰণ হয়, অসমীয়াত ভেভিন্না 'স' উচ্চাৰণ হয়, যেনে, ষোড়শ > সোৰহ > সোল (ষোল), ষষ্টি . সাঠি > সাথি (ষাঠি)। প্ৰতিধ্বন্যাত্মক শব্দবোৰ ভোজপুৰীত এনেকুৱা, হাট বাট, বাসন-ওসন, হাথী-ওথী, তেল-সেল। ভোজপুৰীৰ আন কিছুমান প্ৰয়োগ এনে ধৰণৰ : উ ভাগে চাহতা সি পদাবলৈ বিচাৰে', উ জাএ চাহ তা সি যাবলৈ বিচাৰে' আইল কৰল 'অহা কৰ', পঢ়ল কৰল্ 'পঢা কৰ্', কহল কৰল 'কোৱা কৰ' ইত্যাদি

২৫ চৰ্যা পদৰ ভাষা আৰু অসমীয়া ভাষাৰ সম্বন্ধই অসমীয়া ভাষাৰ বিদেহ-অঞ্চলৰ মৈথিলী ভাষাৰ লগত সম্বন্ধৰ বাভৰি দিয়ে, কিয়নো "মৈথিলী ভাষাত ৰচনা কৰা প্ৰাচীনতম পুথি হৈছে বৌদ্ধ সিদ্ধাচাৰ্যসকলে ৰচনা কৰা চৰ্যা-পদ নামৰ গীতবোৰ।" অসমীয়া মাতৃ ভাষা, উপভাষা, পুৰণি অসমীয়া ভাষা আদি বিবিধ স্তৰত অসমীয়া ভাষা আৰু মৈথিলী ভাষাৰ মিল প্ৰকট হয়। অসমীয়াৰ লগত সাদৃশ্য থকা মৈথিলী ধ্বনি শব্দ আৰু প্ৰয়োগ কিছুমান এনে ধৰণৰ : বনীজ (অস বণিজ), গমছা ( অস গামোচা ), ভুখ ( কাম ভুথ/ভখ, সুকজ অস সুকজ ( সুকৰ ), হো ( কাম ), নুৰী ( মা অস নুৰা, কাম লুৰা ), গন্তি ( কাম ) কমুন্তি ( কাম ), ভূখল ( পু অস ভুখিল ) মাৰামাৰি ( কাম ) গাৰাগাৰি ( কাম গালাগালি ), ঘৰামী ( অস ঘেৰামী ), বাতোলা অনাৱশ্যক কথা', দিনেক '(কোনো এদিন' ( পু অস ) তুহু ( পু অস তুহু ), তা দেখি ( পু অস তা দেখহ), জাক, জাহৰি (পু অস জাহাৰ), ঝাট ( পু অস ঝাণ্টে ), ধ্বনিৰ দিনৰ পৰা চালে কামৰূপী উপভাষাত 'এ্যা' ধ্বনি ( এ' ) ধ্বনিৰ সংধ্বনি কিন্তু মৈথিলীত 'এ্যা' বিশিষ্ট ধ্বনি। মৈথিলীতো অপিনিহিতিৰ প্ৰয়োগ আছে : গাৰি, গাইৰ 'গালি'।

২৫.১ ভোজপুৰীৰ নিচিনা মৈথিলী ভাষাটোও ৰ প্ৰধান ভাষা। উদাহৰণ, মৈ কপাৰ, অস কপাল মৈ কাজৰ অস কাজল, মৈ গাৰি অস গালি মৈ চাউৰ অস চাউল, মৈ ভৰৰা, অস ভৰলা ( খেতি-পথাৰৰ ) মৈ বড়দ, অস বলদ/বলধ। মৈথিলীৰ কিছুমান সুকীয়া প্ৰয়োগো আছে। সেইবোৰ অসমীয়া ভাষাৰে সৈতে নিমিল :

২২ Jha, S *The Formation of the Maithili Language*, 1958 p 32

(ক) কিছুমান ক্রিয়াবিশেষণাত্মক শব্দ : জোৰে 'বাভিপূৰা', খাই 'তৎক্ষণাৎ', নীচ 'তলত', উঁচ 'ওপৰত', লধু লধু 'লাহে লাহে', অনুদিন 'দিনে দিনে'

(খ) দাম-ডাম 'টকা চকা', আম-ভাম 'আম চাম'।

(গ) কেত্ত 'কিমান', জেত্ত 'যিমান', তেত্ত 'তিমান' এত্ত 'ইমান'।

(ঘ) অসমীয়া ভাষাৰ নিচিনা নাস্ত্যর্থক ৰূপটো ক্রিয়া-ৰূপৰ লগত লগ লাগি থাকায় ইত্যাদি।

২৬ ওপৰত দেখুৱা ধৰণৰ সাদৃশ্যই অসমীয়া ভাষাৰ ভাৰতীয় আন আৰ্য-ভাষাবে সৈতে সম্বন্ধ স্থাপন কৰে আৰু ইয়াৰ দ্বাৰা এইটো প্ৰমাণিত হয় যে অসমীয়া ভাষাৰ প্ৰধান সুঁতিটো পশ্চিম ফালৰ পৰা বোৱা আৰ্য সুঁতি। অসমীয়া ভাষাৰ প্ৰধান সুঁতিটো আৰ্য ভাষাৰ সুঁতি বুলি কোৱাৰ আন এটা কাৰণ এয়ে যে ইয়াত ব্যৱহাৰ হোৱা বেছিভাগ শব্দ প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ পৰা ধ্বনিৰ কিছু সলনি ঘটি নাইবা প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ পৰা মধ্য ভাৰতীয় আৰ্য-ভাষাৰ মাজেদি বিকশিত হৈ হোৱা অৰ্ধতৎসম আৰু তদ্ভৱ শব্দ। দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা অনেক অসমীয়া শব্দ ( অঙ্গপ্ৰত্যঙ্গবাচক শব্দ সংখ্যাবাচক শব্দ বিশেষণ-শব্দ, সৰ্বনাম শব্দ ক্ৰিয়া শব্দ আদি ) অৰ্ধতৎসম আৰু তদ্ভৱ। এই সংক্ৰান্তত ঘৰ, দুৱাৰ, হাত, ভৰি, চকু, কাণ, নাক দাঁত জুই পানী, বাঘ ভালুক, হাতী ঘোঁৰা গৰু মাছ, কাছ, গছ, নৈ, সোঁত সঁচা মিছা, ভাল, দীঘল, মৰম, চেনেহ, এক, দুই, দহ মই আমি, তুমি, দি, খা, যা, ক, পঢ় আদি শব্দবোৰ চাব পাৰি। অসমীয়া শব্দ, বিভক্তি আৰু ক্ৰিয়া-বিভক্তি কিছুমানৰ মূল সংস্কৃত ভাষাত পোৱা যায়। অসমীয়া ভাষাৰ মূল আৰ্য সুঁতিত আন সুঁতিও আহি মিলিছে। এই ক্ষেত্ৰত অসম আৰু অসমৰ ওচৰ পাজৰৰ ৰাজ্যসমূহত প্ৰচলিত অষ্ট্ৰিক আৰু বিশেষভাৱে চীনতিব্বতীয় ভাষা পৰিয়ালৰ ভাষা-সমূহৰ কথা উল্লেখ কৰিবলগীয়া। অনা-আৰ্য বা জনজাতীয় বা থলুৱা এই ভাষাবোৰৰ প্ৰভাৱত অসমীয়া ভাষাটোৱে এটা স্বকীয়া গঢ় ল'বলৈ সমৰ্থ হৈছে। অসমীয়া ধ্বনি-তত্ত্ব, ৰূপ-তত্ত্ব, শব্দ-ভাণ্ডাৰ, অসমৰ ঠাইৰ নাম নদীৰ নাম আদি সকলো দিশতে এই ভাষাবোৰৰ প্ৰভাৱ আৰু অৱদান প্ৰচুৰ।

২৭ কোনো কোনো পণ্ডিতে অসমীয়া ভাষাৰ প্ৰাচীনতাৰ ওপৰত গুৰুত্ব আৰোপ কৰি অসমীয়া ভাষাৰ লগত প্ৰাক্-বৈদিক আৰু বৈদিক ভাষাৰ যোগ সূত্ৰ স্থাপন কৰে। এই ক্ষেত্ৰত কালিৰাম মেধিয়ে অসমীয়া ভাষাত প্ৰাক্ বৈদিক উপাদানৰ বিষয়ে আলোচনা প্ৰসঙ্গত অসমীয়া শব্দ, অসমীয়া ধ্বনি, ধ্বনি-তত্ত্ব, আৰু ৰূপ তত্ত্বৰ কিছুমান বৈশিষ্ট্যলৈ আঙুলিয়াইছে। শব্দ মালাৰ ক্ষেত্ৰত আতা 'ককাদেউতা', আবু 'আইতা',

ওৰ, গোৰি, দেও, দেউত্তা', 'মেঘ', বন 'কাম' আদি শব্দৰ যথাক্রমে গ্রীক অত্ত, গোথিক অত্তন, লেটিন অর উহ, লেটিন ওৰ, গ্রীক গেৰ্যহ, জেন্দ দএর, গ্রীক দেও, গ্রীক পোমোষ্, বৈ. বন শব্দৰ লগত সম্বন্ধ দেখুওৱা হৈছে। ধ্বনিৰ ক্ষেত্ৰত অসমীয়াত (কামৰূপী আৰু মান্য অসমীয়াত) মূৰ্ধন্য ধ্বনিৰ অনুপস্থিতি আৰু সংস্কৃতৰ উষ্ম ধ্বনি (শ, ষ, স) ৰ এটা ধ্বনিত পৰিণতি [ তু গ্ৰীক 'X' ], ধ্বনি-তত্ত্বৰ ক্ষেত্রত সংস্কৃতৰ 'স' ধ্বনিৰ 'হ' লৈ হোৱা পৰিবৰ্তন বৈ / সং অসুৰ > অহুৰ (ঈৰানী), সং সম > গ্ৰীক হোমোচ ] আৰু সংস্কৃতৰ 'ক্ষ' ধ্বনিৰ ঈৰানীত 'খ ষ' ধ্বনি আৰু অসমীয়াত হোৱা 'খ' ধ্বনি, ৰূপ তত্ত্বৰ ক্ষেত্ৰত বহুবচনৰ প্ৰত্যয় 'হঁত' (ঈৰানী হেন্তি) আৰু অপাদান কাৰকৰ বাবে ব্যৱহাৰ হোৱা পৰ সৰ্গ 'পৰা'ৰ (ঈৰানী পৰা উল্লেখ কৰা হৈছে। বৈদিক উপাদানৰ ভিতৰত শব্দ মালাৰ ক্ষেত্ৰত আপি 'জোৱালী', ওত / উত 'এলাহ', এনা/এনে, কুলী চৰাই, দাতৰী, ভেম, মেনা (ম'হ) শব্দৰ যথাক্রমে বৈদিক আপি, উতি, এনা, কুলীক, ভাতৰী, ভেম, মেনা শব্দেৰে সৈতে সম্বন্ধ দেখুওৱা হৈছে। আকৌ কিছুমান অসমীয়া শব্দৰ সংস্কৃতত্তকৈ বৈদিক শব্দৰ ৰূপেৰে সৈতেহে ঘনিষ্ঠ সম্বন্ধটো বুজোৱা হৈছে। এই ক্ষেত্ৰত অসমীয়া বাকল / বাকলি সহ, শকত চেতন মখা, বিত আদি শব্দক ক্রমে ৱকল, সস, শকত, চেতনম্ মখস, বীত আদি শব্দৰ লগত সাঙোৰা হৈছে। অসমীয়া সৰ্বনাম শব্দ 'আমি' আৰু 'তুমি'ৰ ক্ৰমে প্ৰাক্-বৈদিক 'অস্মে' আৰু 'তুস্মে', কাই (কোন) ৰ বৈদিক 'কাম্ন', অসমাপিকাসূচক প্ৰত্যয় 'ই' (.ৰ ন্থি) আদিৰ উল্লেখো মন কৰিবলগীয়া।

২৮ ইফালে দেৱানন্দ ভৰালিয়ে লেখিছে : 'আমাৰ মতে অন্তত' দ্বিতীয় প্ৰাকৃত-যুগৰ আগতে অসমত এক যদ আৰ্যে বসতি কৰিছিল আৰু সেই আৰ্যবিলাকৰ যিটো ভাষা আছিল সেইটো এবিধ আৰ্যভাষাৰ্গত আদি প্ৰাকৃত সেই ভাষা দ্বিতীয় প্ৰাকৃত-যুগত কিছুদূৰ পৰিবৰ্ত্তিত হৈ বৈষ্ণৱ যুগত বাহিৰৰ পৰা আৰু কিছুমান শব্দ-সম্পদ লৈ বৰ্ত্তমান অসমীয়া ভাষাৰূপে দেখা দিছে। উচ্চাৰণৰ পৰা ধৰিব পাৰি যে অসমত বসতি কৰা প্রথম আর্য-খেল মাগধী আদি ভাৰতীয় প্ৰাকৃত ভাষ কওঁতা আৰ্যসকলতকৈ পৃথক। দৰ্দী আৰু আৱেষ্টিক ভাষা কওঁতা খেলৰ লগত অসমীয়া আৰ্য-খেলৰ ওচৰাউচৰী সম্বন্ধ আছিল"২৩ মূঠৰ ওপৰত অনা-বৈদিক ভাষা, বৈদিক ভাষা, আদি প্রাকৃত ভাষা, মাগধী, অৰ্ধমাগধী শৌৰসেনী, মাহাৰাষ্ট্ৰী পৈশাচী, কামৰূপী আদি প্ৰাকৃত ভাষা, আৰু অসমৰ থলুৱা জনজাতীয় ভাষাৰ বিবিধ উপাদানৰ সংমিশ্ৰণত অসমীয়া ভাষাটো গঠি

২৩ ভৰালি, দেৱানন্দ : অসমীয়া ব্যাকৰণ আৰু ভাষা-তত্ত্ব'ৰ সমালোচনা : কালিৰাম মেধি স্মৃতি-মালা, ১৯৭৮, পৃষ্ঠ ১০৩।

উঠিছে আৰু সমস্ত সাহিত্যিক ভাষাৰূপে সি সুপ্ৰতিষ্ঠিত হৈছে। এই ক্ষেত্ৰত দেৱানন্দ ভৰালিৰ এই মন্তব্যটোও মন কৰিবলগীয়া। ভৰালিৰ মতে অসমীয়া ভাষাটো অনা-বৈদিক আৰ্যসকলৰ মুখ্য বা প্ৰথম প্ৰাকৃত ভাষা, বৈদিক আৰ্যসকলৰ সংস্কৃত ভাষা, মধ্য-যুগৰ ভাৰতীয় প্ৰাকৃত ভাষা, উত্তৰ ভাৰতৰ আধুনিক ভাষা, আৰু অসমৰ ওচৰে পাজৰে থকা অনা-আৰ্য ভাষাৰ উপাদানেৰে গঠিত।[২৪]

## অসমীয়া ভাষাৰ মূল প্ৰৱাহ

২৯ সোতৰ শতিকালৈকে কামৰূপ নামেৰে প্ৰসিদ্ধ অসমখনৰ ভাষাটোক কামৰূপী ভাষ বোলা হৈছিল। এই ভাষাটো মূলতঃ দুটা প্ৰৱাহৰ সমষ্টি। এটা বৰ্তমানৰ পশ্চিম-অসমৰ উপভাষাই প্ৰতিনিধিত্ব কৰা প্ৰৱাহ আৰু আনটো পূব-অসমৰ মান্য ভাষাটোৱে প্ৰতিনিধিত্ব কৰা প্ৰৱাহ। প্ৰথম প্ৰৱাহটো প্ৰাচীন কালৰ পৰা অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে বিয়পি আছে। প্ৰাচীন অসমীয়া সাহিত্যত (বৈষ্ণৱ, অনা বৈষ্ণৱ সকলো ৰচনাত) পশ্চিম অসমৰ উপভাষাৰ ধ্বনিগত, ৰূপগত, আৰু শব্দগত বৈশিষ্ট্যৰ প্ৰচুৰ নিদৰ্শন আছে। অসমীয়া সাহিত্যৰ আদি-যুগ আৰু মধ্য-যুগৰ গদ্য-সাহিত্যৰ ভিতৰত প্ৰাচীন চৰিত পুথি, ভট্টদেৱৰ 'কথাগীতা' আৰু 'কথা-ভাগৱত', আৰু আহোম যুগৰ বুৰঞ্জীতো পশ্চিম অসমৰ উপভাষাৰ নিদৰ্শন স্পষ্ট। আহোম যুগৰ আন গদ্য ৰচনাৰ মাজতো এই উপভাষাৰ শব্দই বিশেষ স্থান লাভ কৰা দেখা যায়। অসমীয়া সাহিত্যৰ আধুনিক যুগৰ সাহিত্যিকসকলৰ ৰচনাতো পশ্চিম অসমৰ উপভাষাৰ সুন্দৰ প্ৰয়োগ দেখা গৈছে প্ৰাচীন অসমীয়া সাহিত্যৰ মুখ্য লেখকসকলৰ ৰচনাত সংৰক্ষিত পশ্চিম-অসমৰ উপভাষাৰ বৈশিষ্ট্য কিছুমান তলত দাঙি ধৰা হ'ল:

(ক) ধ্বনিমূলক:

(১) স্বৰ সঙ্গতি: পতি > পোতি, যদুপতি যোদুপোতি (হে স)

(২) ক্ষ > খ: পোখি (হে স)

(৩) শ ষ, স > খ: আদেখ, কোখিপু (হে স

(৪ ৱ > উ: জীউ, সদাশিউ (মা ক)

(৫) মূলৰ 'ল' ধ্বনিৰ অৱস্থিতি: লোম, লাঙ্গল, লেঞ্জ (মা ক), লুম, লাঙাল, লেজ (কাম)।

(৬) মহাপ্ৰাণীকৰণ: সিথান ভাঠি, ঠোঁঠ (মা ক)

(৭) নিম্ন স্বৰ ধ্বনিৰ ঠাইত উচ্চ স্বৰ-ধ্বনিৰ প্ৰয়োগ: দামুদৰ (হে স), সিন্দুৰ (মা ক)।

---

২৪ ভৰালি, দেৱানন্দ: অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি, ১৯১২, পাতনি।

(খ) ৰূপতত্ত্বমূলক :

(১) নিৰ্দিষ্টতাবাচক প্ৰত্যয় : খান : প্ৰাণ-খানি ( হে স ), বধখান ( মা ক )।

(২) পৰ-সৰ্গ : (ক) -ক লেগি : পৃ অ-ক লাগি : উৰ্বক লাগিয়া হৰি খেপিয়া পঠাইলা ( হে. স ), কিৰিজ্জাক লাগি বেগে চলিলা দুন্দুভি ( মা ক ), সাগৰ সিপাৰে যাইবো বণিজক লাগি ( দুৰ্গাবৰ )। (খ) জাই : নন্দৰ ব্ৰজত মই কি কহিবো জাই ( শঙ্কৰদেৱ )।

(৩) তুমুনন্ত : ইবাৰ, ইবাক লাগি ( কাম ইবাক লেগি ) : ৰাত্ৰি দিনাত একোতে নমৰে মাৰিবাৰ বুধি নাই ( হে স )। তাক মাৰিবাক লাগি কৰাহা যতন ( হে স )।

(৪) তুলনা কৰা প্ৰথা : তপ্ত সুবৰ্ণত কৰি অধিকে জলন্তি ( হে স )।

(৫) ক্ৰিয়া বিভক্তি : (ক) বৰ্তমান কালৰ প্ৰথম পুৰুষৰ-উ ( কাম উ ) : তেবেজানু সবাতে আছন্ত নাৰায়ণ ( হে স )। (খ) অনুজ্ঞাৰ দ্বিতীয় পুৰুষৰ ( তুচ্ছাৰ্থ ) -উ : পাৰ কৰ বাপু হে পাৰ কৰি থো ( মনকৰ )

(৬) শব্দ-বিভক্তিৰ (ক) চতুৰ্থীৰ ঠাইত সপ্তমী : শীঘ্ৰে ৰাজ্য লয়োক দেশত নাহি যাব ( মা ক )। (খ) অভিমুখ-অৰ্থত দ্বিতীয়া বিভক্তিৰ প্ৰয়োগ : আপুন থানক দেৱগণ চলি গৈলা ( হে স )। সত্বৰে চলিয়ো এবে যাও কিস্কিন্ধাক ( মা ক )। তপ এৰি ঋষি ঘৰক আইল ( মনকৰ )। ৰাজ সমাজক জাই দুয়ো গায়ো গীত ( শঙ্কৰদেৱ )

(৭) বহুবচনাৰ্থক ঠে : আমাঠৈৰ ইষ্টদেৱ ( শঙ্কৰদেৱ )

(৮) ধাতু : হাঠ ( কাম হাঠ্ ), লাৰ, আটাস পাৰ্, জোত্ৰা ( মা ক. ), ভিজ্, চতক ( কাম চত্ক )—দুৰ্গাবৰ, গণ্ ( দুৰ্গাবৰ, মাধৱদেৱ )।

(৯) জতুৱা ঠাচ : গা খেলা ( মা ক ), জান দি মনকৰ, দুৰ্গাবৰ), জোকৰ মুখত চূণ দি ( শঙ্কৰদেৱ ), সাং কৰ ( মাধৱদেৱ )।

৩০ প্ৰাচীন অসমীয়া সাহিত্যত পশ্চিম-অসমৰ উপভাষাৰ ধ্বনিতত্ত্বমূলক আৰু ৰূপতত্ত্বমূলক বৈশিষ্ট্যবোৰৰ উপৰি বৰ্তমানত ব্যৱহাৰ হোৱা অনেক শব্দ হুবহুৰূপ বিভিন্ন লেখকসকলৰ ৰচনাত সোমাই আছে। সেইবোৰৰ কিছুমান এনেকুৱা : গল ( ডিঙি), বৰ ( দৰা ), ছলি ( সন্তান ), সুতাৰ ( বাটৈ ) মৈৰা ( ম'ৰা ) আধাৰ ( চৰাইৰ আহাৰ), আম্‌ৰা ( অমৰা ), কাস্থি ( পিৰালি, কাম কাথি ), ঘুমটি, ডিমা, মহৰি ( আঠুৱা ), চৰে ( চৰাই ), কাউৰ ( কাউৰী ), বেং ( ভেকুলী ), ভেল ( ভুৰ ) লোক ( এজাৰি ),

কাঁহে ( কণি, কাম কাকে ), জোকাৰ ( উকলি, কাম. জকাৰ ), দাক ( ঔষধ ), মায় ( মা, কাম মাই ) , চকৃবি ( পখিলা ), লেঙুৰ ( নেঙৰ ), চিৰা ( কটা ) । পশ্চিম অসমৰ গোৱালপৰীয়া উপভাষাৰ শব্দ কিছুমানো প্ৰাচীন অসমীয়া সাহিত্যত সোমাই আছে। সেইবোৰৰ কেইটামান এনেকুৱা : কেনে ( কিয় ) : কেনে মাটি খাইলি অৰে গোপাল ( শ. কীৰ্তন ), মোকে দেখিয়ো না কেনে ( মা বৰগীত ) , আটকুৰা ( নিঃসন্তান ) : আছিলা জনম আঠকুড়ি ( মা বৰগীত ) , কেমনে ( কেনেকৈ ), তোৰ ( তোমাৰ ) : কেমনে পাইবো হৰি চৰণ তোৰে (মা বৰগীত) । ইয়াতে মাধৱদেৱৰ 'তেজহে কমলাপতি' নামৰ বিখ্যাত বৰগীতটোৰ কথা বিশেষভাৱে মন কৰিবলগীয়া। বৰ-গীতটোত আছে : "তেজ বে কমলাপতি পৰভাত নিন্দ। তেৰি চান্দ মুখ পেখোঁ উঠহে গোবিন্দ ॥ দাম সুদাম ডাকে তেৰি লৈয়া নাম। হেৰ দেখা উঠিয়া আসিল বলৰাম। নন্দ গেল বাথানে গোৱাল গেল পাল। সুৰভী চাৰিতে লাগে উঠহে গোপাল ॥ ক্ষীৰ লবণু লৈয়া শিঙা বেত বেণু। সকালে মেলিয়ো বৎস হাম্বালাৱে ধেনু ॥ কতয় মাধৱ মাই কিনু উপসাইলা। ত্ৰিজগত পতি হৰি বাখোৱাল পাইলা ॥ গীতটোৰ কথাকেইফাকিৰ নিন্দ, চান্দ ( চান ), ডাকে, গেল গোৱাল, বাখোৱাল, বাথান, উঠিয়া, লৈয়া, উঠ হে, সকালে ( শকালে) আদি এধাৰতো শব্দই গোৱালপৰীয়াৰ কথিত শব্দ।

৩১ চৰিত-পুথি, 'কথা-গীতা', 'কথা-ভাগৱত', আৰু বুৰঞ্জীৰ ভাষাত পশ্চিম-অসমৰ উপভাষাৰ চানেকি এনেধৰণে পোৱা যায় :

(ক) পাছে শুভৰাৰ চাই উৰ্ব্বশী আপীক বিবাহ দিলে। তেওঁ বোলে কি পাঠা পাঠা কৰা তেনে পাচক লাগি মাণিক তেজি এদিন গৈ আক সোমাল যাই। দূৰত গুৱালে দেখি দাউৰি গেৰি দি হা হা নাইলে মাইলে কৈ ( কথা-গুৰুচৰিত : প্ৰথম খণ্ড ) ।

(খ) মনুষ্য সহস্ৰৰ মধ্যতো কোনো জনেসে পূণ্যবসে জ্ঞানক লাগি যত্ন কৰে। এমনে দুৰ্লভ জ্ঞানো তুমাত কৃপায়ে কহোঁ ( কথা-গীতা ) ।

(গ) যশোদায়ো পুত্ৰক কোলা লৈয়া সুন্দৰ মুখ নিৰখি স্তন পান কৰাইলা। এতেকতে আখাতে দুধ উতলিবাৰ দেখি কৃষ্ণক থৈয়া সত্বৰে গৈলা। পাচে উকখলৰ উপৰত বসি বানৰক নৱনীত দিবাৰ শুনি ধীৰে ধীৰে গৈলা ( কথা-ভাগৱত, দশম স্কন্ধ, অধ্যায় ৯ ) ।

(ঘ) আকে শুনি লক্ষ্মীনাৰায়ণ খিলাক খেদি আছিল। বঙ্গালে খাইবাক নাপাই গড়ৰ ভিতৰতে শুখাই মৰে তাহ্নাৰ মুখত আহ্নাৰ সঙ্গে। তেবে গুৱাহাটীত ধৰিলে যাই। ...আৰু অজ্ঞানত মাৰিছাঁহ ( কামৰূপৰ বুৰঞ্জী : সোতৰ শতিকাৰ পৰাৰ্দ্ধত ৰচিত : সম্পাদনা : সূৰ্যকুমাৰ ভূঞা, ১৯৩০ চন ) ।

(ঙ) তাৰ পাখাৰ ছায়াত পাদস্যাহসকল থাকে। তাৰ ডিমাৰ বৰলোকে হোকা কৰে। সি মৰিবৰ সময়ত ভুখান দেখনা খৰ কৰি মাটিতে কোবায়। তোক মাৰবাক, যেনা বৰি পাৰাত পলাই যাব। তোঠৈৰ আমাৰ বৰ প্ৰীতি-মিত্ৰতা আছে। কাজ্জিক অচৰক মাতি আনি বহুৱাই খাবাক হুকুম কৰিলে। পাচ গোলাম সহিতে ঘৰক আহি গোলামত কহিলেক। কোন হাৰামখোৰ হৈছি তাৰ কথা মোত ক (পাদস্যাহ বুৰঞ্জী: ১৬৭০-৮২ খৃ ত ৰচিত: সম্পাদনা: সূৰ্যকুমাৰ ভূঞা, ১৯৩৫ চন)।

(চ) এই গঙ্গাজল মাহেকত এক-বাৰ নায়ত কৰি অনায়। আন দিনত কৰি পাছে মোত জনাব। পালকিৰ বাৰিত বানাতৰ গিলিপ দিছে। মই কোন-খান কৰিব পাৰোঁ চাই (ত্ৰিপুৰা বুৰঞ্জী: ১৭২৪ চনত ৰচিত: সম্পাদনা: সূৰ্যকুমাৰ ভূঞা, ১৯৩৮ চন)।

৩২ আহোম যুগত ৰচনা কৰা 'ঘোৰা নিদান' আৰু 'কামৰত্ন তন্ত্ৰ' নামৰ পুথি দুখনত পোৱা পশ্চিম-অসমৰ উপভাষাৰ নিদৰ্শনকেইবোৰ এনে ধৰণৰ: "ঘোৰা-নিদান"ত পোৱা ৰূপ: বয়া লোম মাঠ লেজ দাগনা, জৰি পাৰোৱা, মধুফল, বাহা (ওহাৰ), গাচ, গুথান পিপৰা, দাৰু, চানা,চনা (মাছৰ) কাকিবল (কাম কাইববাল), ঠাৰা, খৰা লেকলি, (গোবৰ) সুঠা, ডিমা, বাজনা, ধুথৰা (কাম ধোথ্ৰা), ডুমৰু, কাকৰা (কৈ'বাৰা), নাজাই, নাখাই, ফিৰে, বটি, লিপি, ধুমাই হবো, দিবো, নৰে ডাউৰি যুৰে, গুৰা কৰি, সুখুৱাই, ঠৰিহা দেই জেইদিকি যিপিনে), পাখি দি (পাখিৰে), অ'ক (ইয়াল), সুখনাই (শুকানক) ভাঠ নৰি, ঘৃৰাৰ পৰা, তিনি খোজ মানক লগি পানিলৈ কামৰত্ন তন্ত্ৰ'ত পোৱা ৰূপ: ভৰ (হয়), (পোকে) খাৱা দূৰৱ (ঘোৱা), আঙ্গাৰ (কাম আঙাৰ) মৌদি (মৌৰে, সেৱ-বেহাৰ, ভোমৃৰ (কাম ভমৃৰা), যংচেন, চিটা (ছটিয়া), জল, নাগেশ্বৰ, শিহা (শলিতা), ভিজাই, (ম'হৰ) ছাৱা, গপ (ভিভি), সোনালু (কাম সনোলু), ইন্দুৰ, ঠানি (ডাল), মৈৰা, বেঙ, ছায়া কাউৰ ইত্যাদি।

৩৩ অসমীয়া সাহিত্যৰ আধুনিক যুগৰ ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য', গুণাভিৰাম বৰুৱাৰ 'ৰামনৱমী' নাট, আৰু হেমচন্দ্ৰ বৰুৱাৰ ৰচনাতো পশ্চিম অসমৰ উপভাষাৰ প্ৰয়োগে স্থান পাইছে। অৰুণোদয়-যুগৰ ৰচনাত পশ্চিম-অসমৰ উপভাষাৰ শব্দৰ ব্যৱহাৰ বিশেষভাৱে মন কৰিবলগীয়া। সেইবোৰৰ উপস্থিতিয়ে প্ৰাচীন কামৰূপী ভাষাটোৰ বিস্তৃতিৰ কথাটোকে সোঁৱৰাই দিয়ে। সীতাহৰণ-কাব্য'ত পোৱা ৰূপ কিছুমান এনেকুৱা: পিপৰা, আড়াল (আঁৰ), লেজ বৰা (গাহৰি), ইন্দুৰ, লাংটা,

আছাত, ৰাজা, তোইঁতে (তইঁতে), তাকিলা (মাতিলে)। 'ৰামনৱমী-নাটক'ত পোৱা ৰূপ : শৰীল, ফুলে ( ফুলেশ্বৰী ), সিদিনাখোনেৰে পেৰা, সাঁজ লাগিল, লগ-সমৰীয়া ( কাম লগ-সমেইৰা ), ভুক্‌কিয়া ( কাম ভুইৰ্‌কা ), মানুহ হেন, বিকচিনা লাগিল, কিয়া আহ্‌লি, কি শোধাত, মকাত্তমা ব ৰবা আহছোঁ, পুতখা চৰবী, তহেটীৰ পে, জানাহ না, এনাই, নবেই দে, নাজনাহনা, গঁহে (গোসাঁই) ৰায়াত, জলখাল, নাইতে ( হেনেহ'লে ), কাকা, আৰ ( আৰু ), থাকাৰ ( থকাৰ ), তনচাহনা, সীহৰাম ( শীতৰাম ), ছিৰী-চলি। হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন' আৰু 'কোৰাভাতুৰী'ত পোৱা প্ৰয়োগ কিছুমান এনে ধৰণৰ : ৰহোক, ধৰোক, আহোক, ৰাপা, পজু', নাও ( নাম ), বৈষ্টৱ, ঠগি ( শৰাই ), সভাখান, মুখখান, পাহ ( পায়স ), আজিৰ হক, বন ( কাম ), আঁউহী, কলা কল), সাহ আমৰা গুটি, জাতিলাউ, ৰেঘা, সাঁজৰ বেলা ইত্যাদি।

৩৪ কামৰূপী ভাষাৰ দ্বিতীয় প্ৰৱাহটোৱে অকল উজনি অসমকে নহয় অসমৰ পশ্চিম অঞ্চল আৰু প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম-অঞ্চলকো সিক্ত কৰি তুলিছে। চৰ্যা-পদৰ ভাষাত মাগ্ধ অসমীয়া ভাষাৰ সকলো ধৰণৰ নিদৰ্শনে ইয়াৰ প্ৰমাণ। তদুপৰি ভোজপুৰী ভাষাতো প্ৰাচীন অসমীয়া আৰু আধুনিক অসমীয়াৰ মান্য ভাষাৰে সৈতে শব্দগত সাদৃশ্য সংৰক্ষিত হৈছে। ধৰম, জনম, মুকুতি, মুৰুখ, পদুম, দুৱাৰ আদি )। চৰ্যা পদৰ ভাষাই মাগ্ধ অসমীয়া আৰু পশ্চিম অসমীয়াৰ বিশেষকৈ কামৰূপী উপভাষাৰ বিবিধ বৈশিষ্ট্য সংৰক্ষণ কৰি অসমীয়া ভাষাৰ দুয়োটা প্ৰৱাহৰ প্ৰাচীনতা উজ্জ্বল কৰি ৰাখিছে। দেৱানন্দ ভৰালিয়ে উল্লেখ কৰা 'কামৰূপীয়া প্ৰাকৃত' আৰু 'সৌমাৰ প্ৰাকৃত'ৰ দ্বাৰা অসমীয়া ভাষাৰ এই দুয়োটা প্ৰৱাহকে বুজোৱা হৈছে। ভৰালিৰ ভাষাত 'কামৰূপীয়া' আৰু 'সৌমাৰ প্ৰাকৃত'ৰ মাজৰ বিভিন্নতা কম। সৌমাৰ প্ৰাকৃত'ত দুটা 'আ' অগাপিচাকৈ নবহে। কামৰূপী'ত সি স্বাভাৱিক ৰাজা ~ ৰজা, মাৰা > মৰা। কিছুমান শব্দত 'কামৰূপী প্ৰাকৃত'ৰ 'ল'ৰ ঠাইত 'সৌমাৰ প্ৰাকৃত'ত 'ন' হোৱা দেখি, যেনে, লেজ ~ নেজ। এই 'কামৰূপীয়া' আৰু সৌমাৰ প্ৰাকৃত'ৰ কিছুমান শব্দ তল পৰিল। বাকীবোৰ আজিলৈকে আছে। তাতে আধুনিক যুগৰ বিশেষত্ব যোগ হৈ আৰু সংস্কৃতৰ প্ৰভাৱ পৰি আধুনিক অসমীয়া হৈছে যদিও 'কামৰূপীয়া' আৰু "সৌমাৰ প্ৰাকৃত'ৰ বিশেষত্বখিনি অসমীয়া ভাষাত দীঘে-বানিয়ে সোমাই আছে। 'সৌমাৰ প্ৰাকৃত'ৰ বিশেষত্ব উজনি-অসমত স্পষ্টকৈ জিলিকে আৰু 'কামৰূপী প্ৰাকৃত' বিশেষকৈ নামনি-অসমত ৰক্ষিত আছে।[২৫] কাছাৰ-জিলাৰ কাছাৰী উপভাষা আৰু

২৫ ভৰালি, দেৱানন্দ : অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি, ১৯৩২, পৃষ্ঠা ৬১-৬২

সেই জিলাতে কথিত বিষ্ণুপুৰীয়া বা বিষ্ণুপ্ৰিয়া ভাষাতো ( § ১০৭ ) অসমীয়া ভাষাৰ দুয়োটা প্ৰৱাহৰ চিহ্ন বিদ্যমান। অসমীয়া ভাষাটোৱে এইদৰে প্ৰাচীন কামৰূপে সামৰি লোৱা ক্ষেত্ৰখনৰ পৰা দিকৰাইলৈকে বিস্তৃত ভূখণ্ডৰ ভাষাগত ঐক্যৰ স্বাক্ষৰ বহন কৰিছে।

৩৫ অসমীয়া ভাষাৰ প্ৰচলন মেঘালয়, নাগালেণ্ড, আৰু অৰুণাচল-প্ৰদেশতো আছে। অৰুণাচলৰ বিভিন্ন ভাষা-ভাষীৰ মাজত পাৰস্পৰিক ভাৱ-বিনিময়ৰ একমাত্ৰ ভাষা হৈছে অসমীয়া। নাগালেণ্ডত অসমীয়াৰ এটা মিশ্ৰিত ৰূপ ( নাগামিজ ) সাৰ্বজনীন ভাষাৰূপে ব্যৱহৃত হৈছে। নাগামিজত অসমীয়া ভাষাৰ আগতে উল্লেখ কৰা দুয়োটা প্ৰৱাহৰ ছাপ দেখা যায়। উদাহৰণস্বৰূপে নাগামিজত ব্যৱহাৰ হোৱা এই ৰূপবোৰ চাব পাৰি : ওৱাচ 'উৰহ', তু গোৱা ওৱাশ, কুম্বা 'কোমোৰা', বাম কুম্বা, জাখলা 'জখলা', কাম. জাখলা জখলা, ছেন্দা 'বিন্ধা', ধুল 'ঢোল', কাম ধুল, ঝাপি 'জাপি', মিকুৰি মেকুৰী', 'লুম 'নোম, কাম লুম, গাছ 'গছ', কাম গাছ, অলছি 'এলেহুৱা' গোৱা আলসিয়া, চুআলি 'ছোৱালী, চোৰ 'আটাইবোৰ, 'সকলো', কাম চোৰ, ওলাপ অলপ', পুহু 'হৰিণা', কাম পোহু, লিঙুৰ 'নেজ,' কাম লেঙুৰ, ৰোয়া 'বেয়া', কাম বয়া ; দাঙোৰ 'ডাঙৰ', ধুঙা 'ধোঁৱা', গোৱা. দুঙা, মুক মোক', মুৰ 'মোৰ', মোয় 'মই', মোয়খান 'আমি', ইতু 'এইটো', কাম ইতু, ইতুখান 'এইবোৰ', মোয় জাইচে 'মই গলোঁ', মোয় জাবো 'মই যাম', জাবোলে 'যাবলৈ', জাবি 'যোৱা', জায় 'যায়', জায়লে 'গলে, মোয় বি আহিবো ময়ো আহিম', নোদি পোৰা 'নদীৰ পৰা', ভাত জাবি "ভাতে যাবি', ইতু কুকুৰ 'এইটো কুকুৰ' ইত্যাদি। অসমীয়া ভাষাৰ বহুবচনাত্মক প্ৰত্যয় বোৰ,—বিলাক, —লোক নাগামিজত ক্ৰমে—বুৰ,—বুলাক,—লুক হৈছে। অসমীয়াৰ নিৰ্দিষ্টতাবাচক প্ৰত্যয়-খান ( কাম ) নাগামিজত বহুবচনাৰ্থক প্ৰত্যয়ৰূপে দেখা দিছে, উদাহৰণ : ইবুৰ বোস্তু, নাগাবুলাকোৰ মোবোমতু, আপুনালুকতু কোত জাই আচে ; তুমিখান, আপুনিখান। নাগামিজতো অসমীয়াৰ পদ্ধতিতে লিঙ্গ-ভেদৰ ব্যৱস্থা কৰা হৈছে : মোতা মানুহ, মাইকি মানুহ মোতা কুকুৰা, মাইকি কুকুৰা, বাবা, মাই ; লোৰা, চুৱালি, বুৰা, বুৰি মাস্তোৰ মাস্তোৰনি। নাগামিজত অপাদান-কাৰক বুজোৱা প্ৰথা এনেকুৱা : কোত/কোৰ পোৰা। নাগামিজৰ আনকেইটামান বাক্যৰ নমুনা তলত দিয়া হ'ল :

(ক) কোত জাইচে ?

(খ কিবাতু খাইচে নাকি ?

(গ) তুমিখান কি কোৰিচে ?

(ঘ) বালুটু পিবি জাইচে না ?

(ঙ) ইতু কুম ভেৰা কোৰি দিচে হৌ ?[২৬]

নাগামিজ নাগালেণ্ডৰ "সকলো ঠাইতে বুজি পোৱা একমাত্ৰ ভাষা। ইয়াৰ শব্দ-মালাৰ মূল অসমীয়া শব্দই। আজি কালি হিন্দী আৰু ইংৰাজী শব্দ কিছুমানে অসমীয়া শব্দৰ ঠাই ল'বলৈ ধৰিছে। কিন্তু ৰূপ গঠন আৰু বাক্য-বিন্যাস পদ্ধতি অসমীয়াৰে সৰলীকৃত ৰূপৰ।"[২৭]

৩৬ এইখিনিতে অসমত বস বাস কৰা চাহ-বাগিচাৰ বনুৱাসকলৰ ভাষাটোৰ কথাও চাবলগীয়া। অসমত থকা আটাইবোৰ "কোল-গোষ্ঠীৰ লোক অসমত চাহ-বাগান খোলাৰ পাছত বাগানৰ বনুৱাৰূপে চালানী হৈ অহা। বিবাট বিপৰ্যয় আৰু সমস্যাৰ সমাধানৰ হেতু বহু আশা-আকাঙ্ক্ষা বুকুত বান্ধি এইসকল গিৰমিট জিখোৱাই অসমলৈ আহিছিল। এই আশাৰ সপোন সপোনতে ব'ল। আজি-কালি অসমত থকা সকলো চাহ-বাগিচাৰ বনুৱা আৰু থলুৱা কোল লোকে অসমীয়া সুন্দৰকৈ ক'ব পাৰে। সকলোবিলাক ল'ৰা ছোৱালী অসমীয়া স্কুলত পঢ়ে। কোনো কঠিন ভাবৰ শব্দকে অসমীয়া শব্দ দি প্ৰকাশ কৰে। ঘৰত কথা বাৰ্ত্তা হওঁতে এটা সানমিহলী ভাষাত কথা পাতে। অসমৰ জলবায়ুৱে বনুৱা জীৱনৰ গীত-মাত, কথা-বাৰ্ত্তাৰ ভঙ্গী সকলোতে নতুন সুৰ দিলে। (এতিয়া) অসম দেশৰ শীতল মাটিয়েই আপোন মাটি—'অসম দেশের শীতলা মাটি, পিচল পাবে পাব" ।[২৮] আৰু "চাহ-মজদুৰ ডেকা-গাভৰুৱে বিহু গীত গায়, বিহু নাচ নাচে। অসমৰ বায়ু-পানী-মাটিৰেই নিৰ্মিত আৰু অসমৰ অন্ন খায়েই জীৱিত চাহ মজদুৰসকলে অসমৰ দুখেই তেওঁলোকৰ দুখ, অসমৰ সুখেই তেওঁলোকৰ সুখ বুলি বিবেচনা কৰে। সেয়েহে তেওঁবিলাকে নিজক অসম-মাতৃৰ প্ৰকৃত সন্তান ভাবি স্পষ্টভাৱে এই বুলি ক'ব পাৰিছে: আসাম হামনিকে লাগে হামনি আসামকে। ভুইল গেলি হামনি আপন দেশকে, সবকুছ সমঝলি আসাম দেশকে" ।[২৯] চাহ-বাগিচাৰ এই বনুৱাসকলৰ গীত-মাতৰ ভিতৰত উল্লেখযোগ্য গীত হৈছে ঝুমুৰ গীত। এই গীতবোৰৰ ভাষাই অসমীয়া ভাষাৰ দুয়োটা প্ৰবাহ সামৰি থোৱাৰ উপৰি প্ৰাচীন অসমীয়াৰ ৰূপবো সংৰক্ষণ কৰিছে। উদাহৰণ:

---

২৬ Borua, Bhimkanta, *Nagamiz Kothalaga* Niyom, 1985

২৭ Sreedhar, M.V, *Naga Pidgin A Sociolinguistic* Study, 1974

২৮ গোহাঞি, কন্দ্ৰধৰ: কৰম-পূজা আৰু ঝুমুৰ গীত

২৯ কুৰ্মী, সুশীল: চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়, ১৯৮৩

বাঙ 'বঙা', কাঁচা 'কেঁচা', চেপ্‌টা 'চেপেটা', ইন্দুৰ 'এন্দুৰ', ছাতা ছাতি', গামছা 'গামোচা' গাছ 'গছ', ঝিঙা 'জিকা', গোৱা ঝিঙা, ছাগল 'ছাগলী,' গোৱা. সাগল, মণ্ডল 'মণ্ডলা', সোণা 'সোণ', ৰূপা 'ৰূপ', কাঞ্চা 'কেঞ্চা' গোলা 'দোকান', চানা 'পোৱালী', ভাটাৰ গিৰী', সাৰা 'গোটেই', বাস 'গোন্ধ', বাতি চাকি', ডাক 'মাত', ঝুলি 'মোনা', কাঁটা কাঁইট', চকুৰা 'ল'ৰা', হৰিণ, ডালিম বগৰী, পাহাৰ, পৰ্বত, ভাল-পাত, কলী, বগী, পাঠ, পৃথুৰী, গোসাঁই, ডুইৰে বুৰমাৰি', ভাল কৰি 'ভালকৈ', হেমূলা 'হেমেলিয়া, ভিজ্‌ 'তিত্‌' টুং 'ছিঙ', ঘুমা 'শো', ছাৰ্‌, 'এৰ্‌', মাগ 'খোজ্‌', ভাবাভাবি 'সোনকাল' ধানাগলা 'ধানবোৰ', পাৱ ভৰি', লাগৰ প্ৰিয়', আজু 'আজি', বৰিষ 'বছৰ' বৰিষণ 'বৰষুণ', বহু বোৱাৰী, ভেল চল, হেট 'তল' গাছে কাঁঠাল উঁঠে তে। 'গছত কঁঠাল উঠত তেন' ইত্যাদি।

৩৭ বিশাল ব্ৰহ্মপুত্ৰই দুই বাহু মেলি গোটেই অসমখন আৰু অসমৰ দাঁতি-কাষৰীয়া ৰাজ্যক সাবটি ধৰাৰ নিচিনা অসমীয়া ভাষাটোৱে অসম আৰু অসমৰ ওচৰ-পাজৰৰ সকলো অঞ্চলৰ লোকক সাবটি ৰাখিছে। আকৌ বিশাল ব্ৰহ্মপুত্ৰত ভিন ভিন ঠাইৰ পৰা নানা উপনদী লগ লাগি নদীখনক পৰিপুষ্ট কৰাৰ নিচিনাকৈ অসমত অতি প্ৰাচীন কালৰ পৰা বিভিন্ন জনজাতীয় বা থলুৱা ভাষাই অসমীয়া ভাষাৰ বিভিন্ন ক্ষেত্ৰত পৰিপুষ্টি সাধন কৰি আহিছে।

## জনজাতীয় ভাষা আৰু অসমীয়া ভাষা

৩৮ অসমত অসমীয়া আৰ্য-ভাষাটোৰ উপৰি অনা আৰ্য ভাষা-গোষ্ঠীৰ বহুতো ভাষাৰ প্ৰচলন আছে। এই ক্ষেত্ৰত চীনতিব্বতীয় ভাষা গোষ্ঠীৰ ভাষা কিছুমানৰ অৱস্থিতি বিশেষভাৱে গুৰুত্বপূৰ্ণ। বৰ্তমান অসমৰ উপৰি অসমৰ ওচৰ পাজৰৰ ৰাজ্যবোৰত প্ৰচলিত ভাষাবোৰ প্ৰধানকৈ এই গোষ্ঠীৰ অন্তৰ্ভুক্ত। চীনতিব্বতীয় ভাষা-পৰিয়ালৰ প্ৰধান দুটা শাখা. শ্যামী-চীনা আৰু তিব্বতবৰ্মীয় শ্যামী-চীনাৰ এটা শাখা টাই। টাই শাখাৰ অন্তৰ্গত ভাষাৰ ভিতৰত প্ৰধান শ্যাম-দেশৰ ভাষা শ্যামী। ইয়াৰ বাহিৰেও আছে লাও, লু, ছান, খামটি, নোৰা, ফাকিয়াল, আহোম আদি ভাষা। খামটি ভাষা অৰুণাচল আৰু অসমৰ পূৰ্ব অঞ্চলৰ ভাষা। আহোম ভাষা এসময়ত অসমত কথিত আছিল। তিব্বতবৰ্মীয় শাখাৰ তিনিটা প্ৰধান উপশাখা হৈছে--তিব্বতহিমালয়ী, উত্তৰ-অসম শাখা (অৰুণাচল শাখা), আৰু অসম-বৰ্মা শাখা। তিব্বতহিমালয়ীক ভোটীয় আৰু হিমালয়ী এই দুটা উপশাখাত বিভক্ত কৰা হয়। ভোটীয় উপশাখাৰ ভিতৰত তিব্বতী লাডাখী, ছিকিম, ভোটীয় আদি ভাষা আৰু অৰুণাচলৰ একাংশৰ

ভাষা খামা, খাম্বা মোনপা, মেম্বা, ছেৰডুকপেন আদি ভাষা ধৰা হৈছে। উত্তৰ-অসম শাখা বা অৰুণাচল-শাখাৰ ভাষাবোৰৰ কিছুমান হ'ল : অকা, ডফলা বা নিচি, মিৰি বা নিচিমিৰি মিচিং, মিচমি ( ইন্দু, ডিগাৰু, মিজু ), আপাটানি, গালং, মিঞং, পাদাম, টাগিন আদি। অসম-বৰ্মা শাখাক বড়ো', নগা, আৰু কুকি চীন এই তিনিটা উপশাখাত বিভক্ত কৰা হৈছে।

৩১. বড়ো'-উপশাখাৰ ভিতৰত বড়ো ভাষা-কোৱা লোকৰ সংখ্যা যথেষ্ট বেছি। বড়োৰ আন দুটা নামৰ এটা কছাৰী আৰু আনটো মেচ। আন এটা সৰুসংখ্যক লোকে কোৱা বড়ো উপশাখাৰ ভাষা হৈছে গাৰো। এই উপশাখাৰ আনকেইটামান ভাষা হ'ল ৰাভা, ত্ৰিপুৰী, লালুং, তিৱা, ডিমাছা, আৰু দেউৰী-চুতীয়া (দেউৰী)। ককবৰক আৰু কাৰ্বি ভাষা বড়ো উপশাখাৰে অন্তৰ্গত। গ্ৰিয়াৰ্চনে কোৱা অনুসৰি "বড়ো ভাষা-বোৰৰ ভিতৰত আটাইতকৈ পূৰ্বদেশীয় ভাষা হৈছে চুতীয়া ভাষা। এই ভাষাটো চুতীয়া সকলৰ পুৰোহিত শ্ৰেণীৰ লোকসকলে কয়। বড়ো ভাষাৰ অন্তৰ্গত আটাইবোৰ ভাষাৰ ভিতৰত এই ভাষাটোৱে অতি প্ৰাচীন বৈশিষ্ট্যবোৰ সংৰক্ষণ কৰিছে যেন বোধ হয় আৰু ইয়েই মূল ভাষাৰ নিচেই ওচৰ চপা। বড়ো শাখাৰ ভাষাবোৰৰ ভিতৰত চুতীয়া আৰু কছাৰী এই দুটা ভাষাই দুটা সীমাৰ সংকেত দিয়ে— এটা আটাইতকৈ কম বিকশিত আৰু এটা আটাইতকৈ বেছি বিকশিত" ।[৩০] বড়ো-কছাৰী আৰু দেউৰী চুতীয়া ভাষাত শব্দৰ তিনিটাকৈ সুৰ পোৱা যায়। দেউৰী-চুতীয়া ভাষাত তালব্য স্পৰ্শ চ জ' ধ্বনিৰ উপৰিও অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাৰ বিশিষ্ট-ধ্বনি 'স'ৰ ব্যৱহাৰ আছে। বড়ো-কছাৰীত হ'লে এইবোৰ ধ্বনি নাই। দেউৰী-চুতীয়া ভাষাত মহাপ্ৰাণ ধ্বনিৰ অনুপস্থিতি এটা বিশিষ্ট লক্ষণ। কিন্তু বড়ো-কছাৰী ভাষাত মহাপ্ৰাণ-ধ্বনি তিনিটা ( খ, থ, ফ )[৩১] আছে। নগা-শাখাৰ ভিতৰত আঙ্গামী চেমা, ৰেংমা, আও, লোথা, কাবুই, মাও, মাৰাম টাংখুল, কোন্যাক, টাংচা, ৱাঞ্চু নক্টে আদি ভাষা পৰে। কুকি-চীন-শাখাৰ ভাষাৰ ভিতৰত বিশেষকৈ উল্লেখযোগ্য হৈছে মণিপুৰী বা মেইতেই। এই শাখাৰ আনকেইটামান ভাষাৰ ভিতৰত লাখেৰ, লুচাই বা মিজো আদি ভাষা আছে। এসময়ত অসমৰ ভিতৰত আৰু এতিয়া অসমৰ গাতে লগা খাচিয়া-জয়ন্তীয়া পাহাৰত কথিত খাচি ভাষা অষ্ট্ৰিক ভাষা-গোষ্ঠীৰ।

---

৩০ *L. S I* Vol I Part I

৩১ Bhattacharya, P C *A Descriptive Analysis of the Boro Language.*

৪০ অষ্ট্ৰিক আৰু প্ৰধানভাৱে চীনতিব্বতীয় পৰিয়ালৰ বিভিন্ন ভাষাৰ পৰিবেষ্টনৰ মাজত সোমাই অসমীয়া ভাষাটো বিকাশৰ পথত আগবাঢ়িল। বাণীকান্ত কাকতিয়ে কোৱাৰ দিচিনা "অসমীয়া ভাষাটো বিভিন্ন অনা-আৰ্য ভাষাৰ সাগৰৰ মাজত এটা সৰু দ্বীপৰ দিচিনা।" গতিকে অসমীয়া ভাষাটোৰ ওপৰত এই ভাষাবোৰৰ প্ৰভাৱ ভালকৈয়ে পৰিল। তাৰ ফলত অসমীয়া ভাষাটোৱে এটা সুকীয়া ৰূপ গ্ৰহণ কৰিলে। অসমীয়া ভাষাৰ সুকীয়া ৰূপ বুলি ক'লে প্ৰধানকৈ ধ্বনি-তত্ত্ব আৰু ৰূপ-তত্ত্বৰ ক্ষেত্ৰত দেখা কিছুমান বিশেষত্বৰ কথাই ক'ব লাগিব। ধ্বনি-তত্ত্বৰ দিনৰ পৰা চালে অসমীয়া ভাষাত কেইটামান কথা স্পষ্টৰূপে দেখা যায়। সংস্কৃতত দন্ত্য আৰু মূৰ্ধন্য ধ্বনিৰ ভিতৰত পাৰ্থক্য আছে। হিন্দী মাৰাঠী, বঙলা আদি ভাষাতো এই পাৰ্থক্য ৰক্ষিত হৈছে। কিন্তু অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত এই দুয়োবিধ ধ্বনিৰ ঠাইত দন্ত-মূলীয় ধ্বনিহে শুনা যায়। সংস্কৃতৰ তালব্য ধ্বনি সেইদৰে অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত দন্তমূলীয় ধ্বনিত পৰিণত হৈছে ( অসমৰ গোৱালপৰীয়া 'দেশী-ভাষা'ত দন্ত্য-মূৰ্ধন্য ধ্বনিৰ পাৰ্থক্য ৰক্ষিত হৈছে আৰু তালব্য ধ্বনিৰো ব্যৱহাৰ আছে )। অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত সংস্কৃতৰ উষ্ম ধ্বনিবোৰ অসংযুক্ত হ'লে সচৰাচৰ 'স' ৰূপে উচ্চাৰিত হয় ( গোৱালপৰীয়া 'দেশী ভাষা'ত এই ধ্বনি নাই )। অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত দেখা এই বৈশিষ্ট্যবোৰৰ গুৰিত তিব্বত-বৰ্মীয় ভাষাৰ প্ৰভাৱ বুলি ভাষাবিজ্ঞানীসকলে মন্তব্য দিছে। "অসমীয়া ভাষাত দ্ৰাবিড় ভাষাৰ মূৰ্ধন্য ধ্বনিৰ উচ্চাৰণত বাধা প্ৰদান কৰা প্ৰভাৱৰ ভিতৰত তিব্বতবৰ্মীয় প্ৰভাৱ আছে"[৩১] সংস্কৃতত শব্দ'টো আছিল 'ঘোটক'। কামৰূপী উপভাষাত শব্দটো 'ঘৰা, আৰু মান্য ভাষাত হ'ল 'ঘোঁৰা'। ইয়াৰ মাজ স্বতঃ অনুনাসিকীভৱন। এই প্ৰক্ৰিয়াটোক তিব্বতবৰ্মীয় ভাষাৰ প্ৰভাৱ বুলি স্বীকাৰ কৰা হৈছে।

৪১ শব্দৰ গঠন, প্ৰত্যয় আদিৰ ক্ষেত্ৰতো অসমীয়া ভাষাই সুকীয়া ৰূপ লয়। প্ৰথমতে অসমীয়াত নিৰ্দিষ্টকৈ কোনো বস্তু বা মানুহক বুজাবলৈ ব্যৱহাৰ কৰা নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰৰ কথা ক'বলগীয়া। এই প্ৰত্যয়বোৰৰ কিছুমানক কিছুমান শব্দৰ পাছতহে যোগ দিব পাৰি। কিন্তু তাৰ মাজত এটা বিশেষ নিয়ম থকা বুলি কোৱা টান ; যেনে, হাত খন, কাণ-খন, কপাল-খন চকী খন, মানুহ-টো, আঙুলি-টো, কলম-টো ( কিন্তু পেন্সিল ডাল ), হাতী টো, মাখী-টো। অসমীয়া ভাষাৰ এই বৈশিষ্ট্যটোত চীনতিব্বতীয় ভাষাৰ প্ৰভাৱ আছে। এইখিনিতে কেউৰা চুতীয়া ভাষাত যোগ হোৱা নিৰ্দিষ্টতাবাচক

---

৩১. Grierson : *L S I* Vol I Part I

প্ৰত্যয়ৰ কথা মন কৰিব পাৰি, যেনে, পেমচু-হাচ্চা (এখিলা পাণ), ৰোপি-ফুৰা (এখন কটাৰী), ভ'ই-ভিচ্চা (এখন ভামোল)। টাই ভাষাতো এই বৈশিষ্ট্য আছে, চাঙ তি ট্যু (হাতী চাৰিটা), মুক-ট্যু চৰাইটো), ফা ছিপ-ফুম (কাপোৰ দহখন)।[৩৩] অসমীয়া ভাষাৰ নিচিনা আনকি অসমীয়া ভাষাৰে কিছুমান নির্দিষ্টতাবাচক প্ৰত্যয় বড়ো ভাষাত ব্যৱহাৰ হোৱা দেখা যায়, যেনে, -মুখা, -আখি, -হালি, -জোৰা, দোখলা ইত্যাদি।[৩৪] ডিমাছা ভাষাত নির্দিষ্টতাবাচক প্ৰত্যয় কিছুমান এনে ধৰণৰ: চেমখাইচা (লোণকণ) চিনিখাইচা (চেনিকণ), বনখাথাই (খৰিকোছা), চামৰখাথাই (ঘাঁহকোছা) গোৱাইবাজাৰ (ভামোল থোকা) ইত্যাদি।[৩৫] কাৰবি ভাষাত পোৱা যায়: ব'-এজন 'চৰাই এটা', ক'বে-এপুম, 'ভামোল এটা', চেক-এফ্লাক 'বাঁহ এচটা'।[৩৬] মিচিং ভাষাত কণী, আলু আদিৰ এটা বুজাবলৈ 'আপৃ', টকা আদিৰ ক্ষেত্ৰত এটকা বুজাবলৈ 'আবাৰ' কাগজ আদিৰ ক্ষেত্ৰত এখিলা বুজাবলৈ 'আবৰ', বাঁহ-বেত আদিৰ ক্ষেত্ৰত এডাল বুজাবলৈ 'আচং,' গছ আদিৰ ক্ষেত্ৰত এজোপা বুজাবলৈ 'আমুংক,' এঘৰ বুজাবলৈ 'কংক' আদি প্ৰত্যয়ৰ সংযোগ ঘটোৱা হয়।[৩৭] ৰাভা ভাষাত নির্দিষ্টতাবাচক প্ৰত্যয় হ'ল 'বে', যেনে—কায়-বে 'মানুহজন' পান বে 'গছডাল'। গাৰো ভাষাত এই বিধৰ প্ৰত্যয়বোৰ এনেকুৱা: কিতাপ কিং-ছা 'কিতাপ এখন', গোঙ্গো-মিং-ছা 'গছ এটা', মান্দে চাক ছা 'মানুহ একজন', গুই-তি-ছা 'ভামোল এখন' ইত্যাদি।[৩৮] ককবৰক ভাষাত নির্দিষ্টতাবাচক প্ৰত্যয় কিছুমান এনে ধৰণৰ: য়াখলিক কং চ্ছা 'জখলা এপাত', ৰি-কাং চ্ছা 'কাপোৰ এখন' খেত কান চ্ছা পথাৰ এখন', পাহাৰ-কায়-চ্ছা 'পাহাৰ এখন, কামি খুং-চ্ছা 'গাওঁ এখন', বাথুম ডাং চ্ছা 'কল এটা', খুম বাৰ-চ্ছা 'ফুল এটা'।[৩৯]

---

৩৩ বৰুৱা, বিমলাকান্ত: টাই ভাষা, ১৯৭৪

৩৪ Bhattacharya, P C, *A Descriptive Analysis of the Boro Language*

৩৫ বৰুৱা, নগেন্দ্ৰনাথ: ডিমাছা লিৰৌ আৰুক, ১৯৭১

৩৬ তেৰাং, বংবং: কাৰবি-অসমীয়া পাঠ ১৯৮০

৩৭ পাঙ্গিন, নাহেন্দ্ৰ: মিচিং-অসমীয়া পাঠ, ১৯৮১

৩৮ Choudhury, B N, *Some Cultural and Linguistic Aspects of the Garos*, 1969

৩৯ Pai (Karapurkar), Pushpa *Kok borok Grammar*, 1976

৪২ প্ৰতিধ্বন্যাত্মক শব্দৰ ব্যৱহাৰ অসমীয়া ভাষাৰ আন এটা বৈশিষ্ট্য ; যেনে— ভাত-চাত, চেনি ছেনি। দেউৰী চুতীয়া ভাষাতো এই নিয়ম আছে, যেনে, চিঙ-পিঙ 'নিয়ৰ-চিয়ৰ', ৰিবি-পিবি 'বাটি-চাটি', কিন্তু চু-চু 'কুকুৰা-চুকুৰা', গে'পা-চেপা 'পাচি-চাচি'। কাৰবি ভাষাত এই শ্ৰেণীৰ শব্দবোৰ এনেকুৱা : অক-আক 'মাছ চাছ', হক-ছাক 'ধান চান', লাং লুং 'পানী চুনী'[৪০] বড়ো ভাষাত এই শ্ৰেণীৰ শব্দবোৰ এনে ধৰণৰ : ডিনজাৰ-চিনজাৰ 'মাইকী-চাইকী', মাকৰ চকৰ 'পক-চক' ইত্যাদি[৪১] ৷ ভূ কথাত : হন্নু-হম্পলু 'ফল-চল', তুপ্ল পিপ্ল 'ঘিউ-চিউ', অক্লু ডোক্লু 'আঁকা-বেঁকা'।

৪৩ অসমীয়া ভাষাত সম্বন্ধবাচক শব্দৰ পাছত বিভিন্ন পুৰুষ অনুযায়ী বিভিন্ন প্ৰত্যয় যোগ হয়, এই প্ৰত্যয়বোৰক পুৰুষবাচক-নিৰ্দিষ্টতাবাচক প্ৰত্যয় বোলে, যেনে, মোৰ দেউতাই তোৰ বাপেৰ, তোমাৰ বাপেৰা, তাৰ বাপেক। বাণীকান্ত কাকতিয়ে ইয়াত অষ্ট্ৰিক ভাষাৰ প্ৰভাৱৰ কথা কৈছে, যেনে, ছাওঁতালী এঙ্গ-এঙ 'মোৰ মা', এঙ্গ-ত 'তাৰ মাক'। অসমীয়াত আকৌ বয়স অনুযায়ী সম্বন্ধ বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰা হয়, যেনে ককাই ভাই, বাই-ভনী, ভিনিহি-বৈনাই। গাৰো ভাষাত ককাই-ভাই, বাই-ভনী বুজাবলৈ একে ধৰণৰ ব্যৱস্থা দেখা যায় : আচি 'ককাই', আবিৰ 'ভাই', আজ্ৰি 'বাই', আবিৰ জ্ৰিগম 'ভনী'।[৪২] এই সম্পৰ্কত দেউৰী চুতীয়া ভাষাৰ এটা বিশেষত্বৰ কথা উনুকিয়াব পাৰি। এই ভাষাটোত কোনো এজন লোকক সম্বোধন কৰা আৰু সেইজনক উল্লেখ কৰি কোৱা পৰিস্থিতি দুটাত দুটা ভিন্ন শব্দৰ ব্যৱহাৰ আছে, যেনে, সম্বোধনত 'আজি' (জেঠাই), কিন্তু উল্লিখিত 'পিজি'। তেনেকৈ 'মা' মা, কিন্তু 'মোই' বা 'দেউতা' কিন্তু 'চিপা'। মিচিং ভাষাত পোৱা যায় : বাউ 'দেউতা', কিন্তু অবু 'দেউতাক', কাক্ 'মোমাই', আক্ 'মোমায়েক', ডাঃঙ ককাদেউতা', আত কৰাদেউতাক'।[৪৩]

৪৪ নঞ বা নাস্তি অৰ্থ বুজাবলৈ অসমীয়াত ক্ৰিয়াৰ আগত নাস্ত্যৰ্থক ৰূপ 'ন' যোগ হয় আৰু ধাতুটোৰ প্ৰথম স্বৰ ধ্বনি অনুযায়ী 'ন'ৰ 'অ' স্বৰ ধ্বনিৰ সমীভৱন হয়, যেনে, নমৰে, নামাৰে/নেমাৰে, নুশুনে ইত্যাদি। অসমীয়া ভাষাৰ এই বৈশিষ্ট্যটো সম্পূৰ্ণৰূপে চীনতিব্বতী ভাষাৰ প্ৰভাৱত গঢ়ি উঠা। এই ক্ষেত্ৰত বড়ো গাৰো, দেউৰী, ৰাভা টাই, নগা আদি ভাষাৰ বৈশিষ্ট্যবোৰলৈ আঙুলিয়াব পাৰি।

৪০ টেৰণ, লংকাম : কাৰবি জনগোষ্ঠী, ১৯৭৪
৪১ Bhat Shankara, D N, *Boro Vocabulary*, 1968
৪২ বৰুৱা, যাদবচন্দ্ৰ : গাৰোভাষা, ১৯৭০
৪৩ পাতৃন, নাহেন্দ্ৰ : মিচিং-অসমীয়া পাঠ, ১৯৮১

চীনতিব্বতীয় ভাষাবোৰত নাস্ত্যৰ্থক ৰূপ দুই ধৰণৰ। এবিধ সাধাৰণ ৰূপৰ নাস্ত্যৰ্থক আৰু আন বিধ অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ। বাড়া-কছাৰী ভাষাত অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল দা, যেনে, দা-থাঙ্ 'নাযাবা' আৰু সাধাৰণ ৰূপৰ নাস্ত্যৰ্থক ৰূপ হ'ল—আ, যেনে, আঙহা ফয়চা গয়া 'মোৰ পইছা নাই'। গাৰো, ডিমাছা, আৰু দেউৰী ভাষাতো অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল দা—, যেনে, গাৰো দা-স্ত্ৰু 'থুই নেপেলাবা', ডিমাছা দাথাং 'নাযাবা', দাদাং 'নকৰিবা', দেউৰী দাহা 'নাখাবা'। ৰাভা ভাষাত অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল টা—, যেনে, টা-বেং 'নাখাবা', টা-খাৰ 'নকৰিবা, টা-টং 'নাথাকিবা' [৪৪] কক্‌বৰক ভাষাত এই ৰূপটো হ'ল তা, যেনে তা-চা-দি 'নাখাবা' [৪৫] তিৱা ভাষাতো তা -, যেনে, তা-চা 'নেখাবি', তা-লি 'নেযাবি'।[৪৬] অসমীয়া ভাষাৰ নাস্ত্যৰ্থক ক্ৰিয়া ৰূপৰ আন বৈশিষ্ট্যটো চীনতিব্বতীয় ভাষাত পোৱা যায়। এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখ কৰিবলগীয়া হৈছে আহোম আৰু আও নগা ভাষা। আহোম ভাষাত নাস্ত্যৰ্থক ৰূপটো অকল ক্ৰিয়া-ৰূপৰ আগতেই বহে, ধাতুটোৰ প্ৰথম স্বৰধ্বনি অনুযায়ী তাৰ সমীভৱনো হয়। উদাহৰণ: মা-ডং > মডঙ 'নুবুজঁা মা-কিন > মিকিন 'নাখাও', মা লুক > মুলুক 'নুঠা'।[৪৭] আও নগা ভাষাত অনুজ্ঞাসূচক নাস্ত্যৰ্থক ৰূপ হ'ল তা- আৰু সাধাৰণ নাস্ত্যৰ্থক ৰূপ হ'ল ম-। দুয়োটা ধাতুৰ আগত বহে আৰু ধাতুৰ প্ৰথম স্বৰ-ধ্বনি অনুযায়ী 'আ' স্বৰ-ধ্বনিৰ সমীভৱন হয়। উদাহৰণ: তা আপু > তাপু 'নবজাবা', তা-ইমলা > তিইমলা আশা নকৰিবা', তা-উতান > তুউতান 'নুজুখিবা'; মা-আপু > মাপু 'নবযায়', মা-ইমলা > মিইমলা 'আশা নকৰে', মা-উতান > মুউতান 'নোজোখে' [৪৮] ধাতুত থকা স্বৰ-ধ্বনি অনুযায়ী পূৰ্ব-প্ৰত্যয়ৰ স্বৰ ধ্বনিৰ সমীভৱন ৰীতি বড়ো ভাষাত আছে, যেনে, দেৰ, পে-দেৰ ডাঙৰ কৰ্', মন, প-মন 'বাঢ়', হাম, পা হাম 'মেৰামতি কৰ্' জো, পো-জো বহুওৱা' [৪৯]

---

৪৪ ৰাভা, ৰাজেন: ৰাভা জনজাতি ১৯৭৪

৪৫ Pai (Karpurakar), Pushpa *Kokborok Grammar*, 1976

৪৬ তিৱা শব্দ সম্ভাৰ: অসম-সাহিত্য-সভা ১৯৮১

৪৭ অসম-সাহিত্য-সভা-পত্ৰিকা: দ্বাবিংশ বছৰ, ১ম সংখ্যা

৪৮ Gurubasave Gowda, *K S*, *Indian Linguistics*, vol 32

৪৯ Bhat Shankara, D N *Boro Vocabulary*

৪৫ অসমীয়া ভাষাৰ 'বোৰ' আৰু 'বিলাক' এই বহু বচনৰ প্ৰত্যয়দুটাৰ মূল চীনতিব্বতীয় ভাষা : "বিলাক শব্দ মিচিমি কা-ফ্লাক ( সকলো ) শব্দৰ পৰা ওলোৱাটো বেছি সম্ভৱ। কা ফ্লাক মিজু-মিচমি ভাষাৰ বহুবচনৰ প্ৰত্যয় বা চিন। এনে অনুমান কৰিব পাৰি যে গাৰো 'ফিলাক' আৰু মিচমি 'কা-ফ্লাক' একে শব্দ"।[৫০] 'বোৰ' প্ৰত্যয় বড়ো-কছাৰি 'ফোৰ' প্ৰত্যয়ৰ পৰা অহা : তু বড়ো : মানসি-ফোৰ 'মানুহবোৰ', মো-ফোৰ' 'ঘৰবোৰ'। কথা-গুৰুচৰিতত 'ভোৰ' পোৱা যায়, যেনে, সকভোৰ। বুৰঞ্জীত বোৰ ( ইবোৰেও ), ভোৰ ( ইভোৰে ), বোলাক ( ইবোলাকে ) আদিৰ ব্যৱহাৰ দেখা গৈছে। বোৰ + পিলাক > বোলাক > বিলাক এই ধৰণেও 'বিলাক' প্ৰত্যয়টোৰ ব্যাখ্যা দেখুৱাব পাৰি। অসমীয়া ভাষাত লিঙ্গ-ভেদ বুজাবলৈ অৱলম্বন কৰা তিনিটা উপায়ৰ ভিতৰত এটা হৈছে কিছুমান পুৰুষ আৰু স্ত্ৰী-বুজোৱা মুক্ত-ৰূপৰ ব্যৱহাৰ যেনে, মতা ম'হ, মাইকী ম'হ মতা মানুহ মাইকী মানুহ। এই প্ৰথাটো তিব্বতবৰ্মীয় কেইবাটাও ভাষাত দেখা যায়। দেউৰী ভাষাত এই ব্যৱস্থাটো এনেকুৱা : মুকাগু লে'পেচুৰ 'মতা ছাগলী', মিচিগু লে'পেচুৰ 'মাইকী ছাগলী'। কাৰবি ভাষাত মেথান 'কুকুৰ', মেথান আল 'মতা কুকুৰ', মেথান আপি মাইকী কুকুৰ', মেং আল 'মতা মেকুৰী', মেং আপি 'মাইকী মেকুৰী'। বাডা ভাষাত মাবা গোৰায় 'মতা ঘোঁৰা, মাজু গোৰায় 'মাইকী ঘোঁৰা', মাবা গাধা 'মতা গাধ' মাজু গাধা 'মাইকী গাধ', মাবা মিংকু 'বোন্দা,', মাজু মিংকু 'জ'াই। মিচিং ভাষাত চিমন আব 'মতা পশু' চিমন আনো 'মাইকী পশু অ'ঙ আব 'মতা মাছ', অ'ঙ আনো 'মাইকী মাছ'। গাৰো ভাষাত দো' বিপা 'মতা কুকুৰা, দো বিমা 'মাইকী কুকুৰা' মিছা 'বেঁচুৰা' মেস্সা মিছা 'মতা বেঁচুৰা' মেচিক বিছা 'মাইকী কেঁচুৰা'। লালুং ভাষাত ইকি 'কুকুৰ' ইকি + আব > কিব 'মতা কুকুৰ', ইকি + আনে > কিনে 'মাইকী কুকুৰ'।

৪৬ অসমীয়া ভাষাটো প্ৰধানকৈ পৰ-প্ৰত্যয় প্ৰধান ভাষা। কিন্তু দুই এঠাইত মধ্য-প্ৰত্যয়ৰ ব্যৱহাৰ আছে, যেনে, কিতাপ, কিতাপ-খন, কিতাপ-কেই খন, মানুহ, মানুহ জন, মানুহ-কেই জন, মানুহ-কেই-বা-জন, মানুহ, মানুহ-বোৰ, মানুহ-কেইজ-বোৰ। অসমীয়া ভাষাত মধ্য-প্ৰত্যয়ৰ ব্যৱহাৰৰ ক্ষেত্ৰত জনজাতীয় ভাষাৰ প্ৰভাৱৰ কথা ক'বই লাগিব। তু দেউৰী : হা ন্ 'খাম'' হা চি ন্ 'বাৰে বাৰে খাই থাকিম', অসমীয়া ভাষাৰ পেখম, লেহেম, লোথোমা আদি শব্দৰ -ম/মা অংশ, হেপেচা

---

৫০ মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষা তত্ত্ব

বস্তুৰা আদি শব্দৰ -চা/-চু অংশ বড়ো ভাষাৰ পৰা অহা। তু. বড়ো : দোৱ-মা 'ভাঙৰ নৈ' দোৱ-চা 'সৰু নৈ', নো চা সৰু ঘৰ, জুপুৰী'। দুই-এঠাইৰ বাহিৰে অসমীয়াত সচৰাচৰ বিশেষ্য-শব্দটো স্ত্রী-লিঙ্গৰ হ'লেও বিশেষণ-শব্দটো স্ত্রী-লিঙ্গৰ নহয়, যেনে, ভাল ল'ৰা, ভাল ছোৱালী। ইয়াত তিব্বতবৰ্মীয় ভাষাৰ প্ৰভাৱৰ কথা কোৱা হৈছে।[৫১] অসমীয়া ভাষাত পঞ্চমী বিভক্তি নাই। ষষ্ঠী বিভক্তি 'ৰ'ৰ পাছত 'পৰা' এই পৰ-সৰ্গটো যোগ দি অপাদানৰ অৰ্থ প্ৰকাশ কৰা হয়। জনজাতীয় ভাষাত এই বৈশিষ্ট্যটো পোৱা যায়। এই ক্ষেত্ৰত ডিমাছা ভাষাটো মন কৰিবলগীয়া। ডিমাছাত 'আঞ্চা' মানে ল'ৰা, আঞ্চানি 'ল'ৰাৰ' আঞ্চানি প্ৰাং 'ল'ৰাৰ পৰা,, বো 'সি', বোনি 'তাৰ', বোনি প্ৰাং 'তাৰ পৰা'। বড়ো ভাষাত নো ঘৰ', নোনি 'ঘৰৰ', নোনি ফ্ৰাই 'ঘৰৰ পৰা'। বাভা ভাষাত আং 'মই', আং-ই 'মোৰ' আং-ই পাৰ 'মোৰ পৰা', চিং 'আমি' চিং-ই 'আমাৰ', 'চিং-ই পৰা 'আমাৰ পৰা'।

৪৭. অসমীয়া ভাষাত পৰ-সৰ্গৰ যথেষ্টৰূপে ব্যৱহাৰ হয়। তিব্বতবৰ্মীয় ভাষাতো বিশেষ্যবাচক পৰ-সৰ্গ কিছুমান একে ধৰণৰ : অস. বজাৰৰ পৰা কছাৰক বাজাৰ-নি-থানি, অস মেজৰ তলত কক তে'বুল নি তলা, অস মোৰ লগত কক. আ নি-লগে ইত্যাদি। অসমীয়া ক্ৰিয়াবাচক পৰ-সৰ্গ দে/দেইৰ ক্ষেত্ৰত ডিমাছা ভাষাৰ 'দউ' [ জিলাই দউ 'খোৱা দেই' ] ৰ কথা মনত আছে। তু মিচিং : তেই : ন লাঃতেই 'তুমি আনাচোন। অসমীয়া বাক্যৰ শব্দ ক্ৰমৰে সৈতে তিব্বতবৰ্মীয় ভাষাৰ বাক্যৰ শব্দ-ক্ৰমৰ মিল দেখা যায়। সাধাৰণতে কৰ্ত-কৰ্ম-ক্ৰিয়া এই ক্ৰমতে বাক্য সজা হয়। তু মিচিং : ঙ আপিন্ দদ 'মই ভাত খাওঁ'। অৱশ্যে অসমীয়া ভাষাৰ সকলো বাক্যত ক্ৰিয়া ৰূপৰ প্ৰয়োগ নহয় যেনে, এইটো কাৰ ঘৰ তোমাৰ নাম কি? চীন-তিব্বতীয় ভাষাত এই বৈশিষ্ট্যটো পোৱা যায়। দেউৰী : নিয় মৃ দামদি ( তোমাৰ নাম কি )। খামটি ভাষাত : চি মউ বাহিনে ( নাম তোমাৰ কি )। বড়ো ভাষাত : আং-অ মানসি ( মই মানুহ ) : বামা গোথো ( বাম সৰু ল'ৰা ), মানুসিয়া গাজ্‌বি ( মানুহটো বেয়া )। অসমীয়া ভাষাত সংযুক্ত শব্দৰ ব্যৱহাৰ যথেষ্টৰূপে পোৱা যায়। ইয়াতো জনজাতীয় ভাষাৰ প্ৰভাৱৰ কথা চিন্তা কৰিব পাৰি। গাৰো ভাষাত এই বৈশিষ্ট্যটো আছে। উদাহৰণ : আমবিন-আম 'ধান-চাউল', হমেন-পেন্ড্ভা 'পশু পক্ষী', ক্ৰিল-ক্ৰিমে স্ত্ৰী-পুৰুষ', দক্ৰি-পল 'চন্দ্ৰ-সূৰ্য্য, ইচি-এমে 'জুই পানী', ইত্যাদি।

---

৫১ মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষা-তত্ত্ব

## জনজাতীয় ভাষাৰ অৱদান

৪৮ ভাষা এটাৰ গঠন-পদ্ধতি যদি ভাষাটোৰ 'প্ৰধান হাড়-ছাল' হয় তেনেহ'লে শব্দ-ভাণ্ডাৰ তাৰ 'তেজ মঙহ'। অসমীয়া ভাষাৰ গঠন পদ্ধতিটোৰ এটা সুকীয়া ৰূপ দিয়াৰ পাছত অসম আৰু অসমৰ ওচৰে-পাজৰে, পৰ্বতে-ভৈয়ামে থকা জনজাতীয় ভাষাবোৰে অসমীয়া ভাষাক নানা ধৰণৰ শব্দ-সম্ভাৰৰ যোগানেৰে পুষ্ট কৰালে। অসম আৰু ইয়াৰ দাঁতিকাষৰীয়া ৰাজ্যৰ বিভিন্ন ঠাইৰ নাম, নদীৰ নাম উৎসৱ-পৰ্বৰ নাম, উপাধি, বিষয়া আদিৰ নাম আৰু দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা অনেক শব্দ চীনতিব্বতীয় ভাষা-গোষ্ঠীৰ ভাষাৰ পৰা অহা। অষ্ট্ৰিক ভাষা-গোষ্ঠীৰ পৰা কিছুমান শব্দ অহাৰ সম্ভাৱনা ড. কাকতিয়ে দেখুৱাইছে, যেনে, খাচিৰ পৰা অহা: ৰাবৌ, খং, (হেনো, জহা ধান) কোল মুণ্ডাৰ পৰা অহা: এৰা (হয়), লাটুম, উবুৰিয়া, মুগা, ডভুৰা; চাঁওতালীৰ পৰ অহা: ঢোপ, ঢুমা, গোহাৰি, পাহাৰ, গোন্ধোৰা, মালয়ৰ পৰা অহা: ৰগা, বুটল, চেলাউৰি চেঙা, সাঁফৰ, ডিঙি, গাহৰি হোলোঙা, জং, মৈদাম নাহৰফুটুকী, মোলা, টই, সিজু ইত্যাদি।[৫২] ডাং,' (মুণ্ডা, ডাং) দাকুৰা 'ছাগলীৰ ডিঙিত আৰি দিয়া কাঠ বা বাঁহৰ টুকুৰা' (মুণ্ডা টাকু), ডুন (মু ঢুৰ), আচ বা 'ধান ছটিওৱা এবিধ প্ৰথা' মু. আচড়া) আদি শব্দবোৰ মুণ্ডা ভাষাৰ পৰা অহা।[৫৩] গণ্ডা, কুৰি পোন আদি শব্দকো পণ্ডিতসকলে অষ্ট্ৰিক ভাষাৰ পৰা অহা বুলি দেখুৱাইছে। স্থানবাচক শব্দৰ ভিতৰত প্ৰাগজ্যোতিষপুৰ, কামৰূপ, কামাখ্যা, হাৰুপ্পেশ্বৰ আদি শব্দক অষ্ট্ৰিক ভাষাৰ লগত সাঙোৰা হৈছে। শেষাংশত -ত -তা, তু আদি থকা শব্দবোৰ অষ্ট্ৰিক বুলি ধৰা হৈছে যেনে, কাম-তা, চাম তা, বক তা, চাপতগ্ৰাম ধৰমতুল। চাংচাৰি শব্দটোৰ মূল মুণ্ডা চানচাড়ি চাৰিচুকীয়া পাচি'। যিবোৰ নদীবাচক শব্দৰ শেষাংশত ই আং-লাও আদি আছে সেইবোৰ অষ্ট্ৰিক যেনে দিহিং, দিৰং, দিচাং, তিলাও (ব্ৰহ্মপুত্ৰ)। তিলাও শব্দৰ পৰা লাও তি লুইত হৈছে গৈ বুৰঞ্জীত পোৱা অনুযায়ী ব্ৰহ্মপুত্ৰৰ নাম যদি নাম তি-লাও হয় আৰু 'লাও' অংশ অষ্ট্ৰিক হয়, তেতিয়া হ'লে 'তি' অংশটো মিচমি আৰু 'নাম' অংশটো টাই-আহোম। মিজু-মিচমিত 'তি' মানে নৈ।

৪৯ তিব্বতবৰ্মীয় বড়ো ভাষাৰ পৰা কিছুমান সৰল আৰু মিশ্ৰ ধাতু আৰু নানা তৰহৰ শব্দ আহিছে। ডঃ কাকতিয়ে উল্লেখ কৰা অনুযায়ী এনে ধাতু আৰু শব্দবোৰৰ কিছুমান এনেকুৱা: চেলেক্ বেপ্, আগচ্, গচক্, চেপ্, খাম হাঙ্,

৫২ Kakati, B, *Assamese Its Formation and Development* 19-1

৫৩ Sinha, N K, *Mundari Grammar*, 1975

পৰা মাৰ্, বিৰ দি হাঁফলু, জোং, হেংদাৰ, হাওঁ ফাওঁ লফা ডাউক আদি। আন কিছুমান ধাতুও বড়ো ভাষাৰ পৰা যে অহা তাত সন্দেহ নাই: যেনে, গম্‌ৰা (অকাৰণত নষ্ট কৰ্, হেকৰা), হাঠি (কাম) [তু বড়ো হাম্থি, পু অস হাঠি] 'খোজ কাঢ়', হোৰ 'খেদ' (কাম গৰু খেদাত ব্যৱহাৰ হয়), মুদ্ (বাড়ো মুদু), জোকা (বড়ো জোখা) ইত্যাদি। বড়ো ভাষাৰ বহুতো শব্দক কামৰূপী আৰু গোৱালপৰীয়া উপভাষাৰ শব্দেৰে সৈতে একে ৰূপত পোৱা যায় আৰু সেই শব্দবোৰৰ মূল সংস্কৃত বা আন ভাষাত বিচাৰি উলিওৱাটো কঠিন হৈ পৰে। সেই শব্দবোৰ বড়ো ভাষাৰ পৰাই অসমীয়ালৈ আহিছে বুলি নিঃসন্দেহে ধৰিব পাৰি। তলত কেনে শব্দ তালিকা এখন দাঙি ধৰা হ'ল।*

| বাড়ো | কামৰূপী |
|---|---|
| আগুৰি 'আগুৰ্' | আগুৰ মা অস আগুৰ |
| আগ্‌ৰা 'এবিধ বন' | আগ্‌ৰা |
| আঙবাঙ 'অৰ্থহীন' | আঙবাঙ |
| আথা 'এঠা' | আথা |
| আথিয়া 'সৰু নৰ্দমা' | আইতা |
| আনাজি 'কষ্ট' | আনাজি |
| আত্ৰা 'এৰা নজনা লোক' | আৰ |
| আৰ্‌জি 'এবিধ বন' | আগ্ৰি |
| আলায় 'ওলামা' | আল |
| আৰজায় 'আউজ' | আউজ |
| আলায়জাবৰা 'অজ্ঞ' | আলজাবৰা |
| উখ্‌ৰা 'খেৰৰ সৰু জুমুঠি' | উকৰা |
| উৰান 'পিছৰ ফালে বেছি ওজন হোৱা বাবে পিছফাল তললৈ গৈ গাড়ীৰ আগৰ অংশ ওপৰলৈ উঠা কাৰ্য' | উৰাল |
| ওগ্ৰা 'মৃত্যুৰ আগ-মুহূৰ্তত মুখত দিয়া বস্তু' | অগ্ৰা |

* এই শব্দবোৰৰ ডঃ ড়ি এন এছ ভটৰ 'বৰো ভোকেবুলেৰি', ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ 'এ ডিছক্ৰিপটিভ এনালিছিছ অৱ ডি বৰো লেঙ্গুৱেজ', আৰু পূৰ্বোক্তৰ ভাষা-সমিতিৰ 'অসমীয়া বড়ো শব্দকোষ' নামৰ পুথিৰ পৰা লোৱা হৈছে।

| বড়ো | কাছাৰী |
|---|---|
| খিথিয়া 'কটীয়া' | কৈথা |
| খবম 'খবম | খবাম |
| খন্নুৰ এবিধ গছ' | খৈৰা |
| খলমৌ 'এবিধ শাক' | কলমৌ |
| খাঙখিলা 'এবিধ মাছ' | কোইকুলা |
| খাদা গোৰুৰ-ভাৰৰ পেলোৱা বাঁহেৰে সজা এবিধ পাচি' | খাদা |
| খাৰ 'বিশভাল বেতৰ গোট' | কাৰ |
| খাচি 'ধান কটা কাচি' | কাচি |
| খাচি 'কঁহুৱা-বন' | কাঁহি |
| খুখুৰ 'বেৰখন ধৰি ৰাখিবলৈ তলত দিয়া সৰু খুঁটি' | কুকুৰ |
| খুথি 'শাক-পাচলি কাটি' | খুন্ত্ |
| খৰখুথা 'কেৰ্কেটুৱা' | কৰ'ৰাত্তা |
| খোঙ্গা 'কোঙা' | কঙ্গা |
| খোদৰা 'আধাৰি' | কধ্ৰা |
| খোফৰা 'শোৱা কোঠা' | খপ্ৰা |
| গৰিয়া 'হুৰাবডলি' | ( ডুবাৰ ) গৰা |
| গাওথি 'কাৰলতি বা তেনেকুৱা ঠাইত উঠা বিহ-ফোৰা' | গাউন্তি |
| গাম্বলা 'এবিধ চৰিয়া' | গাম্লা |
| গাৰখাদা 'ভাৰৰ আদি পেলাবলৈ ব্যৱহাৰ কৰা বাকচ বা পাচি' | গা'ৰাগৰা 'এবিধ ডাঙৰ বাটি' |
| গুগলা 'ঘুগুলা' | ঘুগলা |
| গুনচা ঘুন্নুচা-জৰী' | ঘুন্চা |
| গেদ্ৰ' 'গেদ' | গেদা |
| গোৰখা 'তাঁত-শালৰ গৰক' | গৰ ৰা |
| গমা চেকৰা' | গমা |

| বড়ো | কামৰূপী |
|---|---|
| ছাঙন 'টাঙন | জাহান |
| থিখা 'চিটা' | ভিকা |
| থিখিনি' টিকনি' | ভিকনি |
| থিঙ্খ্লি 'টেকেলি' | ভে'কৃলি |
| থুথ্বি 'থুঁতবি' | ধুথ্বি |
| থুম্স্রা 'ঘূৰণীয়া | ভুপ্ৰা |
| থেৰ না 'গৰুৰ গাড়ী এখন দাঙি বাখিবলৈ সমুখৰ ফালে দিয়া দুডাল বাঁহেৰে সজা সঁজুলি' | থেকনা |
| থেফ্লা 'পাত্ৰ আদি কৰবাত খুন্দা খাই কোনো অংশ বহি যোৱা কাৰ্য' | ভেপ্লা |
| থেমা 'সৰু পাত্ৰ' | ভে'মা 'টেমা' |
| থোফা 'টোম' | ভপা |
| থো 'এবিধ পাত্ৰ' | ভো |
| দবগ 'এবাল' | দবাখ |
| দব্ৰাই 'ডব.' | দব্ৰা |
| দল 'পানীত বগাই যোৱ এবিধ ঘ'ঙ' | দল |
| দাঙ বি ডাঙবি' | দাঙ্বি |
| দাফ্না 'ভগিনী' | দাপ্না |
| দাখ্চা 'এবিধ বন | দাব্চা |
| দাবৰ 'চৰিয়া' | দাবাৰ |
| দামঙ 'দলং | দামাগ |
| দামৃত্ৰি 'দামুৰি' | দাত্ৰি |
| দালখোলিয়া 'এবিধ ডাঙৰ জাতৰ নিগনি | দাল'সাইল |
| দিঙ্খি 'ঢেঁকী' | ঘেঁকি |
| দিঙ্খিয়া 'ঢেঁকীয়া' | ঘেইকা |
| দুখ্না 'পটুৱা' | ধোঙকুনা 'তামোল গছৰ চকুৱা' |

| বড়ো | কামৰূপী |
| --- | --- |
| ৰয়থালা 'এবিধ গালি' | বৈতাল 'দুষ্ট |
| ৰখি 'বাম মাটি' | বোৰি |
| ৰয়গ্রি 'বগৰী' | বোগ্‌ৰি |
| ৰাম্থা 'শৰাই' | বাতা |
| বুথুৱা 'ভোটা' | বুতা |
| বুন্দা 'মতা মেকুৰী' | বন্দা |
| বুন্দি 'মাইকী মেকুৰী' | বুন্দি |
| বাজন্ 'হালবোৱাত লগোৱাৰ আগৰ অৱস্থাৰ মতা গৰু' | বাজান |
| বিচ্‌ৰায় 'বিচাৰ্' | বিচাৰ্ |
| বিজলায় 'ঠাট্টা কৰ্' | বিজাল ধৰ্ |
| বেচু/বেঙচু 'এবিধ চৰ্ম-ৰোগ' | বেউঁচ |
| বেলথায় 'ওপৰৰ পৰা তলৈল মূৰ কৰ্ মুখ ঘুৰা' | বেলতা |
| বেলবুঙ 'মূৰ্খ' | বেলবুঙ |
| মাখু 'তাঁত-শালৰ মাকো' | মাকু |
| মনিয়া 'পূৰ নোহোৱা' | মোইনা |
| মাননা 'কলেৰা' | মান্না |
| মুখা 'ভেঁট-ফুল' | মোকা |
| মেথা 'বাহী হৈ টেঙা লগা' | মে'কা |
| মেলা 'যথেষ্ট' | মে'লা |
| মই 'মৈ' | মৈ |
| মোনা 'মোনা' | মনা |
| ৰেপি 'ৰেপ্' | ৰে'প্ |
| ৰাচ 'ৰাঁচ' | ৰাচ |
| কৱা 'ঘৰৰ চালৰ সঁজুলি' | কওা |
| লাথুৱা 'দুষ্ট' | লাউথা |
| লাফা 'লফা' | লাফা |
| লেবৰা 'বাওঁহাতেৰে কাম কৰাজন' | লে'বৰা |

| বড়ো | কামৰূপী |
|---|---|
| লেঙ্ৰা 'লেঙেৰা' | লে'ঙ্ৰা |
| চৰখি 'চড়ি' | চোড়ি |
| চাঙ্ 'চাঙ' | চাঙ |
| চাফি 'চাপ্' | চাপ্ |
| চাক্ৰা 'চপৰা' | চাপ্ৰা |
| চাম্লি 'পাখীৰৰ সৰ' | চাম্লি |
| চিন্নায় 'ঘৰ ছা' | চিঙা |
| চুলুঙ 'চোৰ' | চুলুং |
| চুচ্নি 'কল গছৰ শুকান পাত' | চচ্নি |
| চেঙ্ৰা 'ডেকা' | চে'ঙ্ৰা |
| চোৰ্কা 'উৰি ফুৰা আৰু জীৱ-জন্তুক কামোৰা এবিধ সৰু পোক' | চৰ্পা |
| চোহ্ৰা 'খোঁকা' | চহ্ৰা |
| জমখ 'খং' | জমক |
| জাথায় 'জাকৈ' | জাখা |
| জাথ্লা 'জখলা' | জখ্লা / জাখ্লা |
| জাবৰাঙ 'এবিধ মছলা জাতীয় বস্তু' | জাবৰাঙ |
| জাবা 'জবা-টেঙা' | জাবা |
| জালি 'পোৱালি' | জালি ( মাণ্ডৰ মাছৰ ) |
| জাহামালায় 'জহামাল' | জাহামাল্লা |
| জিনাৰ 'এবিধ জন্তু' | জিনাৰ |
| জুঙ্থি 'জুমুথি' | জুঙ্তি |
| জুথি 'সোৱাদ' | জুতি |
| জেকা 'জেকা' | জে'কা |
| জেঙা 'জেঙা' | জে'ঙা |
| জেৱৰা 'জেওৰা' | জে'উৰা |
| জোলায় 'বেগেত' | জলে |
| হাংথা 'হাকুঁটি' | হাউঙ্তা/হাঙ্তা |
| হাবাঙ 'অজলা, মূৰ্খ' | হাবাঙ |
| হাম্ফলা 'জঁাপ' | হাফ্লা/হাফুল |
| হালায় 'হাল্' | হাল্ |
| হোন্থ্ৰায় 'গুই থাকোঁতে নাকেৰে শব্দ কৰ্' | হণ্ড্ৰা |

৪৩ স্থানবাচক শব্দৰ ভিতৰত হাজো, হাকমা, ডিব্ৰুগড়, বিহপুৰ আদিক বড়ো ভাষাৰ বুলি ধৰা হৈছে। শব্দৰ আগত 'দি' নাইবা শেষত 'দৈ' থকা নদীবাচক শব্দবোৰ বড়ো ভাষাৰ। দিহিং দিৱং, দিখৌ আদি শব্দৰ আদি অংশ আৰু ডোল-দৈ, মঙ্গল-দৈ আদিৰ শেষৰ অংশ বড়ো। দেউৰী ভাষাৰ পৰা যেহি শব্দ অহা নাই। তথাপি ভেকা (দে'কাও), লেখিয়া (লাকিয়া) শব্দচুটাৰ কথা মন কৰিবলগীয়া। দেউৰীত, 'ভঙা' শব্দ এটা আছে। তাৰ অৰ্থ গামোচা। অসমীয়া 'টঙালি' শব্দটো ইয়াৰ পৰা আহিব পাৰে।* স্থানবাচক শব্দৰ ভিতৰত টিবিংচাপৰি (টিবিং 'তলিনা') শব্দটো উল্লেখযোগ্য। অসমীয়া বিহু শব্দটো দেউৰী ভাষাত 'বিচু'ৰূপে পোৱা যায়। তিৱাসকলেও বিহুক 'বিচু' বুলি কয়। তিৱা ভাষাত 'বিচু' শব্দৰ অৰ্থ হ'ল 'বসুমতিৰ পূজা', অৰ্থাৎ ভূমি-পূজা।[৫৪] বিহুৰ লগত সম্বন্ধিত 'গগনা' শব্দটো বড়ো ভাষাত 'গংগনা' ৰূপে পোৱা যায়। অসমীয়াৰ মাছ বিহুৰ লগত সম্বন্ধিত 'মেজি' শব্দ খুবসম্ভৱ চীনতিব্বতীয় ভাষাৰ অৱদান। তিব্বতী, কুকি, কাৰবি ভাষাত 'মে' মানে জুই ; মিজু-মিচমিত 'মাই, মানে জুই , আঙ্গামি আৰু কাছা-নগা ভাষাত 'মি' মানে জুই। গালং ভাষাত 'এমে' মানে জুই , 'ইচি' মানে খৰি। এমে + ইচি>মেচি , তু ইকি আৰ>কিৰ 'মতা কুকুৰ'। মেচি>মেজি। এই শব্দবোৰেৰে সৈতে মিচিং ভাষাৰ শব্দকেইবোৰো চাব পাৰি , বৰালী ( মাছ ), বোকা (মি বুকাদ), কালি 'মাছ-মৰা এবিধ সঁজুলি' (মি কালি ), উককা (মি উককা ), চেঁউৰী ( মি. চেগুৰি ), টোকাৰী ( মি তুকাৰি ), তিয়হ ( মি. তিয়ঙ ), পেঁপা ( মি পেম্পা ), মুজুং-মাজাং ( মি. মুজঙ 'বুঢ়া' ), লব্ গেল' ( মি লবিনী ), আজেবাজে 'অদৰকাৰী' মি আজে বজে 'বেচি' ), ডামোল-ছালি ( মি চালি )।[৫৫] ককবৰক ভাষাৰ শব্দেৰে সৈতে সাদৃশ্য থকা অসমীয়া শব্দ কেইবোৰ এনে ধৰণৰ : জিঙা 'জিকা' তু গোৱা, ঝিঙা, বানৃজি 'বাজী', চুঙা ( তু. তিৱা চুংগা ), কমলা 'কমলা-টেঙা'।[৫৬] অসমীয়া জেং, জাবৰ, থেকেৰা শব্দক গাৰো ভাষাত জেং, জাবোল, আৰু থেপ্ৰা ৰূপত পোৱা

---

* অসম-সাহিত্য সভাৰ ভূতপূৰ্ব প্ৰধান সম্পাদক ডঃ নগেন শইকীয়াই কথাটো আমাক উনুকিয়াই দিয়ে।

৫৪ বোঁৰাৰ অৰুণচন্দ্ৰ : 'তিৱাসকলৰ বহাগ বিহু', (প্ৰবন্ধ) : দূত, তৃতীয় বছৰ, দ্বিতীয় সংখ্যা

৫৫ পাচুন, নাহেন্দ্ৰ : মিচিং-অসমীয়া পাঠ, ১৯৮১ আৰু 'অসমীয়া-মিচিং-শব্দ কোষ', ১৯৮২

৫৬ Pai Karapurkar, Pusbpa : *Kokborok Grammar*, 1976.

যায়।[৫৭] অৰ ( ওৰ ), আল ( আলপৈচান ), আলা ( আৰি থ, ) চাংকাল ( সোনকাল ), চুজি ( সুজ ), থৰক ( কঁপি থকা ), দোৱান, লৰ্ ( লৌৰ ) আদি শব্দ ডিমা ভাষাত পোৱা যায়।[৫৮] ডিমাপুৰ, লংকা ( ডিমাছাঃ আলংকা ) আদি ঠাইৰ নাম ডিমাছা ভাষাৰ পৰা হোৱা।[৫৯] ডিগ্যাক মিচমিৰ ঘৰৰ ভিতৰৰ আটাইতকৈ ওপৰত থকা চাংখনৰ নাম 'হাপুঁ'। নামনি-অসমত 'হাপুৰ দিনৰ' বুলি এবাৰ কথা আছে। তাৰ অৰ্থ অতি পুৰণি। শব্দটো খুবসম্ভৱ মিচমি শব্দ। নামনি-অসমৰ কোক / কুক 'খাদৈ' শব্দটো গাৰো ভাষাত 'কোকচি' ৰূপে পোৱা যায়। বাভা ভাষাত পোনা-নাহক পোংমা বোলে। 'পোনা' শব্দটো তাৰ পৰা আহিব পাৰে। কামৰূপী উপভাষাত ব্যৱহৃত 'চেপন' ( ঢেঁক ) শব্দটো বাভা ভাষাৰ। তেনে'ক বাক্সা 'মুকলি-ঠাই' শব্দটোৰ মূল বাভা ভাষাৰ 'বাক্সা' শব্দ।

৫১ কালিৰাম মেধিয়ে কুৰাং ( কুকুৰ ), কাবু, বাখৰ 'বাকছ', লিভিকাই আদি শব্দ খাচি ভাষাৰ পৰা, আলহী, কেৰেপ, হোৰা 'বোকোচা', কাকদোঙা, কলং ( নৈ ), লামডিং, মেংকুলি ( মেকুৰী ) আদি শব্দ মিকিৰ ( কাৰ্বি ) ভাষাৰ পৰা, কুকুৰা, কেটেঙা, জিক্ হজুৰা, দবং আদি শব্দ দেউৰী ভাষাৰ পৰা, আই 'মা', দোং, পেংলাই, ফতিকা, ফাইদাং, বৰলা, হোজাই ( ঠাই ) আদি শব্দ কছাৰী ভাষাৰ পৰা, আৰু চিচি ( নৈ ) শব্দ মিচিং ভাষাৰ পৰা অহা বুলি দেখুৱাইছে।[৬০] অসমীয়া লেং ( লেং মাৰ্ ) ৰূপটো কাৰবি ভাষাত 'লেং', ক'তো নোবোৱাকৈ থিয় হৈ থকা এই অৰ্থত ব্যৱহাৰ হয়। ডিমাছা ভাষাত কটা অৰ্থত 'দাই'ৰ ব্যৱহাৰ আছে। অসমীয়াত সিয়ে কটাৰ পৰা ধান কটা অৰ্থত ব্যৱহাৰ হোৱাটো যুক্তিসঙ্গত। মান্য অসমীয়াৰ 'অজলা' শব্দটো কামৰূপীত 'আজ্‌লা/আজালা' ৰূপত আৰু ডিমা ভাষাত 'আজালা' ৰূপে পোৱা যায়। তেনেকৈ 'চেপেটা' শব্দটো কামৰূপীত 'চেপ্‌তা' আৰু ডিমা ভাষাত 'চেপতা' ৰূপে আছে।

৫২ টাই-আহোম ভাষাৰ পৰা অহা শব্দ কিছুমান হ'ল : খাং, ফাং, 'মিছা কথা' তু ফাং-ফুং, ফাউ, লাং ( লাং খাই পৰ্ ), পাঙ্, পিং, পুং, জান ( পানী যোৱা ), জিন ( নিস্তব্ধ ), বুৰঞ্জী, কাৰেং, বংঘৰ, ডোঙা, টুপ ( ঘৰৰ ), লিকচৌ, চকলং, জাপ্, পম্, ফুট ( ধৰ্ ), থাপ, হাই, চিপ ( ফাঁচ ), চুপ্ ( চোহ্ )

৫৭ মজুমদাৰ, ধীৰেন্দ্ৰ নাৰায়ণ : গাৰো-সংস্কৃতিৰ ৰূপ-ৰেখা, ১৯৭৪
৫৮ ডিমা শব্দ-সম্ভাৰ : অসম-সাহিত্য সভা
৫৯ হাগজেৰ, নিৰুপমা : ডিমাছা
৬০ মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষা-তত্ত্ব, ১৯৩৬

খুতৰা ( শাক ), চোক। বিষয়া বা উপাধি-বুজোৱা কিছুমান শব্দ আৰু আহোম-সকলৰ মাজত প্ৰচলিত সম্বন্ধবাচক কিছুমান শব্দ আহোম ভাষাৰ, যেনে, ফুকন, চাওডাং, মোহন, নিচাদেউ, এপাদেউ, এনাইদেউ, পুথাও, আথাও, আপুটি ইত্যাদি।[৬১] বিষয়া বা উপাধি-বুজোৱা আন শব্দ কিছুমান আহোম ভাষাৰ অনুবাদ হিচাপে ব্যৱহাৰ কৰা দেখা যায়, যেনে, হাজৰিকা ( ক-ৰিঙ, ক-মুন, ৰিঙ-হাজাৰ ), শইকীয়া ( ক-পাক, পাক-শ ), বৰ ভঁৰালী ( চাও-ৰ্জি, চাও-বৰ, ৰ্জি-ভঁৰাল ), বৰুৱা (ফু-কে, ফু-পুৰুষ, কে-বুঢ়া ) বৰবৰুৱা ( ফু-কে-লুঙ, লুঙ-বৰ ), স্বৰ্গদেও ( চাও-ফা, চাও-দেৱতা, ফা-স্বৰ্গ )।[৬২] অসমীয়াত সচৰাচৰ ব্যৱহাৰ হোৱা আৰু কিছুমান শব্দক আহোম ভাষাৰ অৱদানস্বৰূপে দেখুওৱা হৈছে।[৬৩] শব্দবোৰ এনেকুৱা : আফু, আউনি (পাপৰ), কাকিনী ( ভামোল ), কেক, খাপ ( খলপ ), খেদ, খোবোং, চং ( ভাও ), জঁাই ( উঠ্ ), টোম, থাক 'খলপ', ঠন ( ধৰ্ ), মাইহাং, ৰাইজাই লাগ্, চাংমাই, জেঙা, জাঙুৰ ( খা ), টং ( কৰ্ ), টাং-টিঙালি, টাং-বাং, টাটবি 'মজি', টাপলি ( মাৰ্ ), টিপ্ ( টিপা মাৰ্ ), টেৰ (পা), টৌকোন, টৌকোমা, থুনুপাক, দ'ম, দৈপ, পম (খেদ্), ফকাম ( ধৰৰ চভিত ঠেকা দিয়া ভাং ), ফুকা ( জন্ম দি ), ফেঁহু ( পোৱালি জগাৰ পাছতে খীবোৱা পাখীৰ ), বিতং, বাপ, বিং. বিহা, লাংচিং, লাই ( প্ৰধান ), লিগিৰী, হিলৈ, হেংডান ইত্যাদি। আহোম ভাষাৰ পৰা অহা আন শব্দকেইবোৰ এনে ধৰণৰ : আ ( মেল্ ) তু. আ ( কৰ্ ), আকা ( অকা-জাতিৰ লোক ), উক্ ( দি ) টুঙ্ 'ডিঙ্', পুজিন 'আজো ককা', ফুট 'উভল', ফেট 'ভাঁজ', মাম 'ভাত', লাংকাই, ছা 'চাক্' তু. ঘৰ ছা, থুক্, থুঙ 'মোনা' তু থোঙা, বন্ 'শব্দ কৰ্' তু বনবনা, লিকৃথা 'সক ন'বা-হোৱানী' তু লিখা 'সক ওকণি', লপ্'লপলপা', লম্ 'ওলম্' তু লমলমীয়া 'ওলমি থকা', চুত 'ওৰ' তু কাম চুতান 'অন্ত', হক্ 'ফেকুৰ,' কাটি, কুট 'কপটীয়া', কাই 'বয়সস্থ ভাওৰজন', চুট 'চপৰা', তু গকৰ চুট, লিন ( খা ), আও 'সোণ-ৰূপ আদি পগা' তু আওটা। খামটি ভাষাত 'টি' মানে ঠাই, 'খাম' মানে সোণ। গতিকে খামটি শব্দৰ অৰ্থ হ'ল সোণৰ ঠাই বা সোণৰ ঠাইৰ লোক। এইলোকৰ পৰা অসমীয়ালৈ অহা শব্দবোৰ এনে ধৰণৰ : ফই 'ভাওৰ বহী', ফাঁই ( খামটিত ফাই মানে জুই ),

---

৬১ গগৈ, লীলা : টাই-সংস্কৃতিৰ ৰূপ-ৰেখা, ১৯৮৫

৬২ ৰাজকুমাৰ, সৰ্বানন্দ : আহোম ভাষাত আহোম ৰজাদিনীয়া বিষয়া : অসম-সাহিত্য-সভা-পত্ৰিকা, দ্বাবিংশ বছৰ, প্ৰথম সংখ্যা

৬৩ বৰুৱা, বিমলাকান্ত : টাই ভাষা

ফাক ( দাব ), ম্রাব 'ৰজ্জসেৱৰ লোক', ফিট ( দা ), চকৌ ( খামটি ভংকো ), লাওখানী ( খামটি মৰুলৰ পানীয় দ্ৰব্য লাও ), বান বাটি ( খামটি গ্ৰম )। টাই-আহোম ভাষাৰ পৰা স্থানবাচক শব্দ কিছুমান পোৱা হৈছে। ডঃ কাকতিয়ে 'কলং' শব্দটোৰ মূল টাই 'হাম' ধাতু বুলি বুজি আগ বঢ়াইছে। টি বা তি আগত থকা স্থানবাচক শব্দ কিছুমানক আহোম ভাষাৰ বুলি ধৰা হয়, যেনে, টিয়ক, তিপাম, টিৰাপ, টিংখাং, টিপ্লিং। আন কিছুমান স্থানবাচক আহোম শব্দ হ'ল : মাকুম, নাজিৰা, চৰাইদেউ, চেপন, চিহু চংলা, খোৱাং, নাম নাতভাৰি (নাননাভভাৰি)।[৩৪] পাটকাই, খুমটাই, নামটি, নামৰূপ, হাওবেৰ, চণ্টক, নামডাং, চাৰিং, আদি শব্দও আহোম ভাষাৰ। আহোম ভাষাত নদীবাচক শব্দ হ'ল 'নাম'। আদি অংশত 'নাম' থকা নৈ কেইখনমান হ'ল : নামদাং, নামচাং, নামৰূপ, নামজিন ইত্যাদি।

## জনজাতীয় ভাষাবোৰৈলে অসমীয়া আৰু আন ভাষাৰ বৰঙণি

৫৩. অসম আৰু অসমৰ আশে-পাশে অৱস্থিত জনজাতীয় বা থলুৱা ভাষাবোৰলৈ অসমীয়া ভাষাৰো বৰঙণি নোহোৱা নহয়। প্ৰথমতে যদি বড়ো ভাষাৰ কথাকে চোৱা যায়, তেনেহ'লে দেখা যায় যে বড়ো ভাষাৰ বহুতো শব্দ অসমীয়া মান্য ভাষা, কামৰূপী আৰু গোৱালপৰীয়া উপভাষাৰ শব্দকেইবোৰেৰে সৈতে একে বা প্ৰায় একে ৰূপৰ আৰু সেই শব্দবোৰৰ সংস্কৃত বা আন ভাষাৰ পৰা মূল নিৰ্ণয় কৰিব পাৰি। গতিকে সেই শব্দবোৰ অসমীয়া ভাষাৰ পৰাই বড়ো ভাষাত যে সোমাইছে তাক নিঃসন্দেহে ক'ব পাৰি। বড়ো ভাষাৰ কিছুমান শব্দৰ মূল সংস্কৃত শব্দ আৰু কিছুমান শব্দ মূল সংস্কৃত শব্দৰ বেছি ওচৰ চপা ( ৫।১১৪, ১।১১৪ ১ )। বড়ো ভাষাত প্ৰৱেশ কৰা অসমীয়া শব্দ কিছুমান এনে ধৰণৰ :

| বড়ো | কামৰূপী | মান্য অসমীয়া |
|---|---|---|
| অথ্‌বায় | অথ্‌ৰ | ওথৰ 'ওঠৰ' |
| আও্‌খৰ | আখাৰ | আখৰ |
| আও্‌খাল | আকাল | আকাল |
| উৰা | উৰাহ | উৰহ |
| ওনায় 'শুন্‌' | অনা 'কাণ পাত্‌' | |
| খানা | কানা | কনা 'কণা' |
| খানথাল | কাথাল / কথাল | কঁথাল 'কঁঠাল' |

---

৩৪ বৰুৱা, বিমলাকান্ত : টাই ভাষা

| বড়ো | কামৰূপী | মান অসমীয়া |
|---|---|---|
| খাক্লাল | কাপাল / কপাল | কপাল |
| খুৰি | কুৰি | কুৰি 'বিশ' |
| খুলু | কুল | কুল |
| খুচেৰ / খুচিৰ | কুশেৰ (গোৱা), কুঁহিয়াৰ | কুঁহিয়াৰ |
| খোদাল | কদাল | কোৰ |
| গবৰ | গবাৰ | গোবৰ 'গোবৰ' |
| গম্‌থা | গম্‌থা | গোমোথা 'গোমোঠা' |
| গায়খেৰ / গাখেৰ | গাখিৰ / গাখেৰ | গাখিৰ 'গাখীৰ' |
| গুৰ-খিয়া | গুইল্‌খা | গৰখিআ 'গৰখীয়া' |
| গোৰায় | ঘৰা | ঘোঁৰা |
| দেৱ | দেউ | দেও 'দেওবাৰ' |
| দোখোন | দকান | দোকান |
| দোন | দুন | দোন 'দোণ' |
| নমিলা | নামইলা | নুমলিআ 'নুমলীয়া' |
| নৱ | নউ | ন |
| পোখ-ৰি | পুখ-ৰি | পুখুৰি 'পুখুৰী' |
| বাথাৰ | বাথাৰ | বাথৰ |
| বাবাৰ | বাৰ | বাৰ |
| বিগ্‌নি | বিঘ্‌নি | বিঘিনি |
| বিস্‌থি | বিবাচ পোতি / বিবাহ-পোতি | বৃহস্পতি |
| বৃদ | বুধ | বুধ |
| ময়ৰা | মৈৰা | ম'ৰা |
| মোগোল | মণ্ডাল | মণ্ডল |
| ৰুপা | ৰুপা | ৰূপ, 'ৰূপ', (সোণ-ৰূপ) |
| লাঙ-থা | লাঙ ভা / লাঙাভ, লাথা | নাঙথ 'নাঙঠ', লথা 'লঠা' |
| চোকোৰ | চকাৰ | চকৰ |
| চোয় | চই | চই 'ছয়' |
| জহ্‌ৰা | জহ্‌ৰা | জহৰা |
| হাঙ্‌গাৰ | আঙাৰ | এ'ঙাৰ 'এঙাৰ' |

৫৪ কিছুমান শব্দ অসমীয়া ভাষাৰ পৰা বড়ো ভাষালৈ যাওঁতে অসমীয়া 'স' ধ্বনিটো 'খ' ধ্বনিলৈ ৰূপান্তৰিত হোৱা দেখা গৈছে। তলত সেইবোৰৰ কেইটামান উদাহৰণ দাঙি ধৰা হ'ল :

| বড়ো | অসমীয়া |
|---|---|
| খফনায় | সপোন দেখ্ |
| খমন্দিয়া | সম্বন্ধিয়া ( সম্বন্ধীয়া ) |
| খয়ন | সৈন্য ( সৈন্য ) |
| খৰিল | সোৰিল, স'ৰিল ( শৰীৰ ) |
| খৰ্গ | সৰ্গ, চৰ্গ ( স্বৰ্গ ) |
| খাগৰ | সাগৰ |
| খাৰ | সাৰ |
| খাৰি | সাৰী ( শাৰী ) |
| খাচ্থি | সাস্তি ( শাস্তি ) |
| খুথুক | স'তুক ( শতুক ) |
| খো | স ( শ ) |
| খোথ্বাৰ | সত্তৰ, সোত্তৰ |
| খোদ্ | সদ, সোআদ ( সোৱাদ ) |
| খোদাগোৰ | সদাগৰ |
| খোম | সোম |
| খোমায় | সমাই, সময় ( সময় ) |
| খোল্লাৰ | সল্ল, সোল ( ষোল ) |
| খোহায় | সহাই ( সহায় ) |

৫৫ বড়ো শব্দ কিছুমান আৰবী, পাৰশী, তুৰ্কী, হিন্দী আদি ভাষাৰ পৰা লোৱা। উদাহৰণ :

আনজাদ 'ধাৰণা', পাৰ অনদাজ  
উৰমাল 'ৰুমাল', পাৰ ৰুমাল  
খাখদ 'কাকত', পাৰ কাগজ  
খেম্চি 'কেঁচী', তুৰ্কী. কেঞ্চী  
খোবোৰ 'কবৰ', আৰ কব্ৰ  
খোথ্থা 'তক্তা', পাৰ তখ্তা

থোফি 'টুপী', হি টোপী

থোৰ্‌চি 'ভাত-খোৱা থাল', পাৰ তশতৰী

দৰ 'মূল্য', পাৰ. দৰ

দাগ 'দাগ', পাৰ দাগ

দিস্তা 'কাগজৰ দিস্তা', পাৰ দস্তা

দোখোন 'দোকান', পাৰ দুকান

ফোচোল 'ফছল', আৰ ফসল

বিচানা 'বিছনা', হি বিছৌনা

ময়দান 'পথাৰ', পাৰ মৈদান

চচ মা 'চছমা', পাৰ চশমা

চাদৰ 'চাদৰ', পাৰ চাদৰ

জনজিৰিঙ 'শিকলি', পাৰ জঞ্জীৰ

হাজোম 'হজম', আৰ হজম

৫৬. বড়ো ভাষাত ইংৰাজী শব্দ কিছুমানো সোমাই পৰিছে, যেনে, ফাথলুঙ (ইং পেণ্টালুন), ফেনচোল (ইং পেন্সিল), বেনচি (ইং বেঞ্চ) ইত্যাদি। বড়ো ভাষাৰ আচাৰ, আনাক (আনাৰস) ফাতুৰি (পাতুৰি), বায়নান (গেঞ্জি) আদি শব্দ পর্তুগীজ ভাষাৰ। বড়ো ভাষাত ধ্বন্যাত্মক শব্দ কিছুমানো আছে, যেনে, দোব্‌দোফায় (দপদপা), দোব্‌ফোবায় (ধৰফৰা), ফেৰ-ফেৰ (পেৰপেৰ), ফোফায় (ফোপা) ইত্যাদি।

৫৭ মিচিং ভাষাত অসমীয়া ভাষাৰ শব্দকেতবোৰে প্ৰৱেশ কৰিছে। সেই শব্দ-বোৰৰ কেতিয়াবা অসমীয়া ৰূপটোৰ কোনো পৰিৱৰ্তন ঘটা নাই আৰু কেতিয়াবা সামান্য ধ্বনিগত পৰিৱৰ্তন হৈছে। কেতিয়াবা অসমীয়া 'স' (শ, স) বা 'হ' ধ্বনিটো নাইকিয়া হৈছে, কেতিয়াবা 'ভ' ধ্বনিৰ 'ব' ধ্বনিলৈ পৰিৱৰ্তন হৈছে। কিছুমান শব্দ সংস্কৃতৰ ওচৰ চপা। তলত দিয়া শব্দবোৰৰ পৰা কথাখিনি স্পষ্ট হ'ব ঃ

| অসমীয়া | মিচিং |
|---|---|
| কাম আক 'এক' | আক |
| ঈশ্বৰ | ইচৰ |
| কাছ তু কাম কাচু | কাচু |
| কেৰাহি | কেৰাই |
| কেৰেলা | কেৰেলা |

| | |
|---|---|
| অসমীয়া | মিচিং |
| গুৱা 'তামোল' | গুয়ে |
| গাখীৰ | গাক্ৰ |
| গোবৰ | গুবৰ |
| ঘোঁৰা | গুৰে |
| চাকি | চাকি |
| চালনী | চালনি |
| জুঁঅ'লি 'ধুঁৱলি,' তু কাম জড় লি | জুঙলি |
| তুলসী | তুলকিঃ |
| তেঁতেলী | তেনতেলি |
| ধৰ্ম, ধৰম | দৰম |
| ধুনা | জুমা |
| ধূপ | ছুপ |
| নাঙল | নাঙল |
| পল 'মাহ মৰা সঁজুলি' | পল |
| পিঠা | পিতা |
| ভকত | বকত |
| ভোমোৰা | বুমুৰাঙ |
| মইনা ( চৰাই ) | মইনা |
| মিত্তিৰ ( সং মিত্ৰ ) | মিতুৰ |
| মন্ত্ৰ ( সং. মন্ত্ৰম্ | মনতৰঙ |
| মাল্‌ভোগ | মালবুগ |
| যঁতৰ ( সং. যন্ত্ৰ ) | জনতৰ |
| লখিমী | লকিমি |
| শগুন ( সং শকুন ) | চগুন |
| শক্ৰ | অক্ৰুকঙ্ |
| শৰালী, শাৰালী | আৰালি |
| শালিকী | আলকি |
| শেম | এঃন |
| সপ্তাহ | অপ্তাঙ |

| অসমীয়া | মিচিং |
|---|---|
| সংক্ৰান্তি | অংকাৰান্তি |
| সিংহ | ইংগ |
| সিন্দুৰ | ইন্দুৰ |
| হাল | আঃল |
| হালধী | আলদি |
| হুদু | উঃদুং* |

৫৮ ৰাভা ভাষাত অসমীয়া ভাষাৰ পশ্চিম-অসমীয়া আৰু মাজু ভাষাৰ বহুতো শব্দ সোমাই আছে। ৰাভা ভাষাত কিছুমান শব্দ সংস্কৃতৰ বেছি ওচৰ চপা। তলত ৰাভা আৰু অসমীয়া ভাষাৰ শব্দ কিছুমান দিয়া হ'ল ঃ

| অসমীয়া | ৰাভা |
|---|---|
| আৰী ( মাচ ) | আৰি |
| আৰু তু কাম আৰ | আৰো |
| এন্ধাৰ তু কাম আন্ধাৰ | হান্দাৰ |
| কপাল তু কাম কাপাল | কাপাল |
| কাৰৈ তু কাম কৈ | কৈ |
| কদম ( গছ ) | কদম |
| কৰবীৰ ( ফুল ) তু কাম কৰবিৰ | কুৰ্‌বি |
| খাট | খাট |
| গাধ তু কাম গাধা | গাধা |
| গোহালি তু কাম গোলি | গুলি |
| ঘোঁৰা | গোৰায় |
| চিতল | চিতল |
| ছাতি তু কাম. চাতা | চাতা |
| চুকা ( শাক ) | চুকা |
| চোতাল তু কাম চতাল / চাতাল | চাতাল |
| চম্পা ( ফুল ) তু কাম চাম্পা | চাম্পা |

---

* এই শব্দবোৰ শ্ৰীনাহেন্দ্ৰ পাদুনৰ 'মিচিং অসমীয়া পাঠ' আৰু পূৰ্বোত্তৰ ভাষা সমিতিৰ 'অসমীয়া-মিচিং শব্দ-কোষ'ৰ পৰা লোৱা হৈছে।

| অসমীয়া | ৰাভা |
|---|---|
| জবা ( জবা-ফুল ) | জবা |
| জাল | জাল |
| ডবোৰাল তু কাম ডবাল | ডবাল |
| দৈ | দই |
| দাদা | দাদা |
| নাঙল | নাঙল |
| ননদ | ননঙ |
| নেউল | নেউৰাল |
| নে তু কাম না | না |
| পলাশ ( গছ ) | পালাচ |
| পদুম তু কাম পদ্‌ম | পা'দা |
| পথাৰ তু কাম. পাথাৰ/পথাৰ | পাথাৰ |
| পখা তু কাম পাখা | পাগা |
| পাৰ ( চৰাই ) | পাৰক |
| পৃথিৱী তু কাম পিথিমি | পৃথিমি |
| ফাল | ফাল |
| বগলী তু কাম বোগ্‌লা | বুগিলা |
| বকুল | পকুল |
| বাঁহ | বা |
| ভাটৌ তু কাম ভাটৌ | বাটৌ |
| ভতিজা | ভাতিজা |
| ভাতিজী | ভাতিজি |
| মইনা | ময়না |
| মাগুৰ | মাগুৰ |
| ম'ৰা তু কাম মৈৰা | ময়ৰা |
| মামা | মামা |
| ৰং | ৰং |
| লাই ( শাক ) | লাই |
| সিংহ তু কাম. সিংঘো | সিংঘ |
| হালধী তু কাম হাল্‌ধি | হাল্‌দি |

| | |
|---|---|
| সংস্কৃত | বাড়া |
| কুটুম্ব 'কুটুম' | কুমা তু. কাম কুৰ্মা |
| কৰ্কট > কক্কড় 'কেঁকোৰা' | কাংকৰ তু কাম কাকৃৰা |
| কণ্টক 'কাঁইট্' | কান্টা তু. কাম. কাটা |
| কুহেলিকা 'কুঁৱলী' | কুহৰি তু কাম কুৰি |
| ঘৃত 'ঘিউ' | ঘি |
| চক্র 'চকা' | চাৰ্কা 'ঘঁৰ' |
| ডাড়িম্ব 'ডালিম' | দাৰিম |
| দ্বিপ্রহৰ 'দুপৰ' | দিফৰ তু কাম দিপাৰ |
| বেসৱাৰ 'সৰিয়হ' | বেচৰ, বেচৰ তু. কাম বেহৰ/বেহাৰ |
| মৰ্কট 'বান্দৰ' | মাক্ৰা তু ডিৱা মাক্ৰি |
| মন্দাৰ 'মদাৰ' | মান্দাৰে |
| শঙ্খ 'শঙ্খ' | চংকো |
| শাস্ত্র | চাথাৰ 'কাহিনী' |
| শুণ্ড 'শুড়' | চুৰ |
| শেফালী 'শেৱালী' | চেপ্লাই |
| হংস 'হাঁহ' | হাংচিং* |

৫৯ গাৰো ভাষাই অসমীয়া ভাষাৰ বহুত শব্দ গ্ৰহণ কৰিছে। সেইবোৰৰ ভিতৰত কিছুমান শব্দৰ মূলত হিন্দী, আৰবী, পাৰছী, পৰ্তুগীজ আদি ভাষা আছে। তলত শব্দ কিছুমানৰ তালিকা এখন দিয়া হ'ল :

| | |
|---|---|
| অসমীয়া | গাৰো |
| অৰ্থ | ওৰতো |
| আই 'মা' | আই |
| আলি ( পথাৰৰ ) | আলি |
| আধা | আধা |
| আনাৰস | আনাৰচ |
| আৰু | আৰো |
| আখৈ | কৈ |

*এই শব্দবোৰ শ্ৰীৰাজেন ৰাভাৰ 'ৰাভা শব্দ-সম্ভাৰ' নামৰ পুথিৰ পৰা লোৱা হৈছে।

| অসমীয়া | গাৰো |
|---|---|
| উট | উত্ত |
| উকীল | উকিল |
| ওজা | ওজা |
| এন্ধাৰ / আন্ধাৰ | আন্দাল |
| কণা তু কাম কানা | কানা |
| কমাৰ তু কাম কমাৰ / কামাৰ | কামাল |
| কাম | কাম |
| কামিজ | কামিচ |
| কাৰবাৰ | কালবাল |
| কেঁচী তু কাম. কেচ্চি | কেচ্চি |
| কিতাপ | কিত্তাপ |
| খাৰ | কাল |
| গছা তু কাম গাচা | গাচা |
| গল্প | গোল্লো |
| ঘঁৰিয়াল | গোৰিআল |
| চকী | চোকি |
| ছাবোন | চাবোন |
| চাকি | চাকি |
| চাকৰ | চাক্কোল |
| চালাক | চালাক |
| চিৰা | চিৰা |
| চিঠি | চিত্তি |
| ছাতি তু কাম. চাত্তা | চাত্তা |
| টুপী | তুপি |
| তাম তু কাম তামা | তামা |
| তাবিখ | তাবিক |
| তেল | তেল |
| দাদা | আদা |
| দাগ | দাগ |

| অসমীয়া | গাৰো |
|---|---|
| দোৱাত | দোআত |
| দোকান | দোকান |
| দুখ | দুক |
| দৈ | দৈ |
| পাপ | পাপ |
| পাপী | পাপি |
| ফাগুন | পালগুন |
| বাত্তি | বাত্তি |
| বাৰী | বাৰি |
| বেজি | বেজি |
| বেত | বেত |
| বোজা | বোজা |
| ভাৰা | বাৰা |
| মাখন | মাকোন |
| লাঠী | লাত্তি |
| সস্তা | চোচ্তা |
| সাগৰ | চাগল |
| সুখ | চুক |
| হানি | হানি |
| হিচাপ তু কাম হিচাব | হিচাব |
| ক্ষমা তু কাম খেমা | কেমা * |

৬০ তিৱা ভাষাত ব্যৱহাৰ হোৱা অসমীয়া শব্দ কেইবোৰ তলত উনুকিওৱা হ'ল :

| অসমীয়া | তিৱা |
|---|---|
| আকাশ | আবাচ |
| আখৰ | আইখৰ |
| আগ | আগ |
| আঠ | আত |

* দ্ৰষ্টব্য : Choudhury, B N., *Some Cultural and Linguistic Aspects of the Garos*, 1969

| অসমীয়া | তিৱা |
|---|---|
| আঠী | আৰ্চি |
| উঁনৈশ তু কাম. উন্নিহ | উন্নিচ |
| এন্ধাৰ / আন্ধাৰ | আন্দৰ |
| এঘাৰ | ইগাৰো |
| ওচৰ তু কাম. অচাৰ | অচৰ |
| ওঠৰ | আথাৰ |
| কমাৰ | খমাৰ |
| কাঁৰৈ / কৈ | কৈ |
| গুৱা | গই |
| গোন্ধ তু কাম. গন্ধ | গন্ধ |
| ঘোঁৰা | কোৰা |
| চুমা | চুমা |
| চোতাল তু কাম চতাল / চাতাল | চাতালি |
| ছাবোন | চোপোন |
| ছয় | চুই |
| জনম | জনম |
| জীৱ তু কাম জিউ | জিউ |
| টকা তু কাম তাকা | থাকা |
| তুলসী | থুলচি |
| দহ / দশ | তচ |
| দেশ | তেচ |
| দেউ | তেউ |
| নিয়ৰ তু সং. নীহাৰ | নিহোৰ তু বড়ো নিহিৰ |
| নেজ তু কাম লেজ | লেংজাই |
| পইছা | ফুইচা |
| পথাৰ | ফাতাৰ |
| পাণ | ফান |
| পাপ | ফাপ |
| পুনৰ | পুনা |
| পূজা | ফুজা |
| পৃথিৱী তু কাম পিথিমি ( পিৰথিমি ) | ফিৰথিমি |

| অসমীয়া | তিৱা |
|---|---|
| বল | পল |
| বটল | পোতোল |
| বাতৰি | বাথৰি |
| বাৰিষ | পাৰিচা |
| বাৰী | পাৰি |
| বাৰ্ত্তা তু কাম বাত্ৰা | পাথ্ৰা |
| বুদ্ধি | পুদি |
| ভালুক | পালুক |
| মৰম | মোৰোম |
| মাফ ( কৰ্ | মাপ |
| মেল ( সভা ) | মেল |
| মেঘ | মেক |
| ৰজা তু কাম ৰাজা | ৰাজা |
| ৰান্ধনি | ৰান্দনি |
| ৰংগুৰি ( হালধী ) | ৰং |
| ৰুমাল | ৰুমাল |
| লাজ | লাচ |
| (এ) শ | চে' |
| শিঙা | চিঙা |
| সমান | চোমান |
| সঁচা | হঁচা |
| সাত | চাত |
| সীমা | চিমা |
| সুখ | চুক |
| সোণ তু কাম সনা | চোনা |
| সোতৰ | চাথাৰো |
| স্বৰ্ণ/সৰণ | চোৰোক |
| হাতী তু কাম হাথি | হাথি |
| হাঁহ ( সং হংস ) | হাচ |
| হাজাৰ | হাজাৰ |
| হিচাপ | হিচাপ * |

* এই শব্দবোৰ শ্ৰীৰামেশ্বৰ কৌৰৱৰ 'তিৱা শব্দ-সম্ভাৰ' নামৰ পুথিৰ পৰা (১৯৮১) লোৱা।

৬১ বড়ো ভাষাৰ নিচিনা ডিমাছা ভাষাৰো কিছুমান শব্দ (ক) অসমীয়া ভাষাৰে সৈতে একে বা প্ৰায় একে আৰু সেইবোৰক সংস্কৃত বা আন ভাষাৰ পৰা উদ্ভৱ হোৱাৰূপে দেখুৱাব পাৰি। সেই শব্দবোৰ অসমীয়া ভাষাৰ মাজেদিয়ে ডিমাছা ভাষাত প্ৰৱেশ কৰিছে। (খ) অসমীয়া শব্দ কিছুমান ডিমাছা ভাষাত প্ৰৱেশ কৰোঁতে এটা বিশেষ ধ্বনি-নিয়ম মানি চলাও দেখা যায়। কিছুমান শব্দ অসমীয়াৰ পৰা ডিমাছা ভাষালৈ যাওঁতে কেতিয়াবা হ’ ধ্বনিৰ আগম হৈছে, কেতিয়াবা শব্দৰ আদিত থকা ধ্বনিৰ লোপ হৈছে, আৰু কেতিয়াবা ‘ভ’ ধ্বনিৰ ‘ব’লৈ পৰিবৰ্তন ঘটিছে। (গ) ডিমাছা ভাষাৰ কিছুমান শব্দ মূল সংস্কৃত ভাষাৰ বেছি ওচৰ চপা। (ঘ) ডিমাছা ভাষায়ো আৰবী পাৰ্ছী আদি ভাষাৰ শব্দ সংৰক্ষণ কৰিছে। তলত প্ৰত্যেক বিধৰ শব্দৰ উদাহৰণ দিয়া হ’ল।

| ক) অসমীয়া | ডিমাছা |
|---|---|
| আখৰ | আইখৰ |
| উপায় | টিপায় |
| এন্ধাৰ / আন্ধাৰ | আন্দাৰ |
| কইনা | কইনা |
| কপাল ( ভাগ্য ) | খপাল |
| কটাৰী | খাতাৰি |
| খন্তা | খন্তা |
| গাখীৰ তু কাম পাখেৰ | গাখেৰ |
| ঘোঁৰা | গৰাই |
| চূণ | চুনি |
| জগৰ তু কাম দাই | দায় |
| ডালিম | দালেম |
| দান | দান |
| দুখ | দুখু |
| ধৰ্ম | দৰ্ম |
| পাপ | পাপ |
| পৃথিৱী (পিৰ্‌থিমি তু. কাম পিথিমি) | ফিৰথিমা তু. কাৰবি পিৰথে |
| ফাগুন | ফাগোন |
| বস্তু | বস্তু |

| | | |
|---|---|---|
| | অসমীয়া | ডিমাছা |
| | বিপদ-আপদ | আপদ |
| | মইনা | ময়না |
| | লাজ | লাজি |
| | সপ্তাহ | হাপ্তা |
| | হাট | হাটাই |
| (খ) | আয়ু | হায়ু |
| | উদং তু কাম উদাঙ | হুদাঙ |
| | দাদা | আদা |
| | ভাদ ১ কাম ভাদা | বাদাও |
| | ভাটৌ তু কাম ভাটো | বাথো |
| (গ) | সংস্কৃত | ডিমাছা |
| | অঙ্ক অঙ্ক' | অংখো |
| | অগ্ৰহায়ণ 'আঘোণ' | আগন |
| | আশ্বিন আহিন' | আচিন |
| | গণ্ডক 'গঁড়' | গন্দা তু বড়ো গান্দা |
| | গণ্ডু 'গাক' | গান্দু তু বড়ো গান্দু |
| | ঝঙ্কাৰ 'জোকাৰ' | জাং ক্ৰাই |
| | তিন্তিলিকা 'তেঁতেলী' | তিন্তিবি |
| | মাৰ্গশীৰ্ষ 'আঘোণ' | মাগ |
| | যন্ত্ৰ 'যঁতৰ' | জেন্‌থেৰ তু মিচিং জন্‌তৰ |
| | শাসন 'শাসন' | চাচোন |
| | শ্ৰাৱণ 'শাওন' | চ্ৰাও |
| | সময় 'সময়' | চময় |
| | সিন্দুৰ সেন্দূৰ' | চিন্দু |
| | সিংহ 'সিংহ' | চিঙ্ |
| | সুখ 'সুখ' | চুখ |

(ঘ) খৰচ (আৰ খৰ্চ), চাজা (পাৰ সজা), থিক (হি ঠীক), দাবাত (হি ডকৈত), মৰ্চাই (হি মিৰ্চি), মহিনা হি মহীনা।*

---

* ডিমাছা ভাষাৰ শব্দবোৰ পূৰ্বোত্তৰ ভাষা-সমিতিৰ দ্বাৰা প্ৰকাশিত 'অসমীয়া-ডিমাছা শব্দকোষ' (১৯৮৫)ৰ পৰা লোৱা হৈছে।

৬২ কাৰবি ভাষায়ো অসমীয়া ভাষাৰ অসংখ্য শব্দ সামৰি লৈছে। অসমীয়া ভাষাৰ শব্দবোৰ কাৰবি ভাষাত সোমোৱাৰ সময়ত অসমীয়া শব্দবোৰৰ ধ্বনিৰ পৰিবৰ্তন বিভিন্ন ধৰণে হোৱা দেখা যায়। (ক) কেতিয়াবা মূল শব্দৰ আগত 'আ' ধ্বনিৰ আগম হৈছে, (খ) কেতিয়াবা 'ল' ধ্বনি 'ই' হৈছে, (গ) কেতিয়াবা 'জ' ধ্বনি 'চ' হৈছে, (ঘ) কেতিয়াবা 'গ' ধ্বনিটো 'ক' ধ্বনিত পৰিণত হৈছে, (ঙ) কেতিয়াবা 'স' ধ্বনিটো 'হ' হৈছে। তলত অসমীয়া আৰু কাৰবি ভাষাৰ শব্দ কিছুমানৰ উল্লেখ কৰা হ'ল :

| | অসমীয়া | কাৰবি |
|---|---|---|
| (ক) | দৰ 'মূল্য' | আদৰ |
| | দান | আদান |
| (খ) | কপাল 'ভাগ্য' | কপাই |
| | চিতল | চিতই |
| | নল | নই |
| | নাঙল তু কাম লাঙাল | লাঙই |
| | নাৰিকল | নাৰিকই |
| | পিতল | পিতই |
| | মেল | মেই |
| | হাল | হাই |
| (গ) | ওজা | অ'চা |
| | জান ( পানী বৈ যোৱা) | চান |
| | যম | চম |
| (ঘ) | গাওঁবুঢা | কাংবুৰা |
| | গুদাম ( ঘৰ ) | কুদাম |
| | গুৰু | কুৰু |
| | নগৰ | নকৰ |
| | নগা / নাগা | নাকা |
| | মাগুৰ | নাকুৰ |
| (ঙ) | তুলসী | তুলহি |
| | শত্ৰু | হতুৰ |
| | শণ ( সূতা ) | হন |

| অসমীয়া | কাৰবি |
|---|---|
| শাল ( মাছ ) | হাট |
| শাম | হাম |
| শিয়াল | হিজাই |
| সমান | হমান |
| সংসাৰী | হংহাৰি |
| সাক্ষী | হাকি |
| সিকি | হিকি |
| সিংহ | হিঙ্হ |
| সুমথিৰা | হুমছিৰা |
| সোণাৰু | হনাৰু |

৬২ ৷ কাৰবি আৰু অসমীয়া ভাষাৰ সাদৃশ্যমূলক আন শব্দ কিছুমান তলত দিয়া ধৰণৰ :

| অসমীয়া | কাৰবি |
|---|---|
| আলি 'ৰাস্তা' | আলি |
| উট | উত |
| কম | কম |
| কলম | কলম |
| কল 'যন্ত্ৰ' | কল |
| কৰি 'এবিধ পাচলি' | কৰি |
| কানি 'আফিং' | কানি / কাইনি |
| কাম | কাম |
| কাকত | কত |
| কাৰবাৰ | কাৰবাৰ |
| কিতাপ | কিতাপ |
| খৰচ | খৰত |
| খাজনা | খাজনা |
| খাট | খাত |
| গাধ তু কাম. গাধা | গাধা |
| ঘণ্টা | খন্তা |
| চাকি | ছাকি |

| অসমীয়া | কাৰবি |
| --- | --- |
| চাকৰ | ছাকৰ |
| চাদৰ | ছাদৰ |
| চিকাৰ | ছিকাৰ |
| চিন | ছিন |
| চেংলেং | ছেংলেঙ |
| জাড্ডি | জাড্ডি |
| জেপ | জেপ |
| টাকুৰি | ডাকেৰি |
| টিন তু কাম তিঙ | তিঙ |
| তৰা ( গছ ) কাম তাৰা | তাৰ |
| তাৰিখ | তাৰিক |
| থিৰ | থিৰ |
| দুখ | দুক |
| ধন | দহন |
| নাহৰ ( গছ ) | নাহৰ |
| নিম ( গছ ) | নিম |
| পৰ ( প্ৰহৰ ) | পৰ |
| পাত | পাত |
| বটা 'শৰাই' তু কাম, বাতা | বাত |
| বৰ 'আশীৰ্বাদ' | বৰ |
| বহা 'জিৰণি-ঘৰ' | বহা |
| বাটৈ | বাৰই |
| বিদ্যা | বিদ' |
| বিহ | বি |
| ভাং | বংহাঙ |
| মইনা | মাইন' |
| মান | মান |
| মাছৰোকা | মাছ'ৰঙ |
| মাপ ( বস্তু ) | মাৰ |
| মৈ | মুই |
| মোহৰ | মহৰ |
| ৰণ | ৰন |
| লাভ | লাপ |
| হেপা / হাপা | হাপা |
| হুহ ( চৰাই ) | হুহু |

৬২ ২. কাৰবি ভাষাই কিছুমান সংস্কৃত শব্দ প্ৰায় একে ৰূপত সংৰক্ষণ কৰাও দেখা যায়। উদাহৰণ :

| সংস্কৃত | কাৰবি |
|---|---|
| অন্ন 'ভাত' | আন |
| কপি | কিপি |
| তিন্তিলি | তাম্ভিলি |
| প্ৰাণ | প্ৰান |
| মন্ত্ৰ | মিন্তৰ্ 'কু-মন্ত্ৰৰ সহায়ত অনিষ্ট কৰ্' |
| সংসাৰ | চঙ্ছাৰ* |

অসমীয়া ভাষা আৰু দ্ৰাবিড়ীয় ভাষা

৬৩. অসমীয়া ভাষালৈ দ্ৰাবিড়ীয় ভাষাৰ বৰঙণি সম্পৰ্কে বিশেষ অধ্যয়ন হৈ উঠা নাই। কালিৰাম মেধিয়ে অসমীয়া ভাষাত সংস্কৃতৰ নিচিনা বিশেষ্য-শব্দেৰে সৈতে একেধৰণে বিশেষণ-শব্দৰ লিঙ্গৰ পৰিবৰ্তনহীনতাত দ্ৰাবিড়ীয় ভাষাৰ প্ৰভাৱৰ কথা উনুকিয়াৰ খোজে। মেধিয়ে আৰু অসমীয়া শব্দকেইটামানৰ মূল দ্ৰাবিড়ীয় ভাষা বুলি কৈছে, যেনে, আই ( বসন্ত ), আঁম, চিনা (জোক), তেঁতৰ ( ঝিৰ্ঙি-বেমাৰ ), উকথ্, হোঁপ্ নদীবাচক আৰু / আলু ( ভৰলু )। গুণাভিৰাম বৰুৱাৰ 'ৰামনৱমী-নাট' আৰু পদ্মাৱতী দেৱী ফুকননীৰ 'সুধৰ্মাৰ উপাখ্যান' নামৰ পুথি দুখনিত 'হঁত' অথৰ বহুবচনাত্মক অক/উক প্ৰত্যয়ৰ ব্যৱহাৰ পোৱা গৈছে, যেনে, মোমাই-অকৰ (ঘৰ) সখীউকৰ ( তালৈ ), সত্যবানউক, সুধৰ্মাউক। এই প্ৰত্যয়টো দ্ৰাবিড়ীয় ভাষাৰ প্ৰভাৱৰ ফল হ'ব পাৰে। দ্ৰাবিড়ীয়ৰ কুৱি ভাষাৰ লক্ষ্মীপুৰ উপভাষাত বহুবচনাত্মক এটা প্ৰত্যয় হৈছে -ক।[৬৫] "জুলি, জুৰি, পুৰ, কুৰ, পুৰি, ভিটি, ভিটা আদি স্থানবাচক নামৰ অন্তত থকা শব্দাংশ দ্ৰাবিড় ভাষাৰ পৰা অহা বুলি অনুমান কৰা হৈছে।[৬৬] অসমীয়া প্ৰতিধ্বন্যাত্মক শব্দৰে সৈতে দ্ৰাবিড়ীয় ভাষাৰ সাদৃশ্যৰ কথা আগত উল্লেখ কৰা হৈছে ( § ৪২ )।

---

* কাৰবি শব্দবোৰ শ্ৰীৰংবং তেৰাঙৰ 'কাৰবি লামতাছাম' নামৰ পুথি (১৯৭৪) ৰ পৰা প্ৰধানকৈ লোৱা হৈছে। শ্ৰীছামছিং হান্সেৰ 'কাৰবি লামথে' নামৰ সৰু পুথি (১৯৭৩) খনো চোৱা হৈছে।

৬৫. Reddy Joy., *Kuvi Grammar*, 1979

৬৬ বৰুৱা, বিৰিঞ্চিকুমাৰ : অসমীয়া ভাষা আৰু সংস্কৃতি, ১৯৫৭

## অসমীয়া শব্দ-মালা

৬৪ অসমীয়া শব্দ-মালাৰ উৎস বিচাৰি গ'লে প্ৰধানকৈ এইকেইটা উৎসৰ কথা মনলৈ আহে : তৎসম আৰু অৰ্ধতৎসম শব্দ, তদ্ভৱ শব্দ, দেশী শব্দ, ভাৰতৰ আন ভাষাৰ শব্দ, আৰবী, পাৰছী, আৰু তুৰ্কী শব্দ, ইউৰোপীয় ভাষা আৰু আন ভাষাৰ শব্দ, অনা-আৰ্য-ভাষাৰ শব্দ, ধ্বন্যাত্মক শব্দ। যিবোৰ শব্দ সংস্কৃতৰ পৰা অবিকৃতভাৱে আহিছে সেইবোৰ তৎসম আৰু সাধাৰণ ধ্বনি-পৰিৱৰ্তন হৈ অহা শব্দবোৰ অৰ্ধতৎসম। সংস্কৃতৰ পৰা প্ৰাকৃতৰ মাজেদি বিকশিত হৈ অহা শব্দবোৰ তদ্ভৱ। যিবোৰ শব্দৰ মূল সংস্কৃত নাইবা আন কোনো ভাষাৰ পৰা নিৰ্ধাৰণ কৰিব পৰা নহয়, অথচ নব্য-ভাৰতীয় আৰ্য-ভাষাবোৰত পোৱা যায় সেইবোৰ শব্দ দেশী শব্দ। লেখাত ব্যৱহাৰ কৰা সংস্কৃতৰ সৈতে এক যেন দেখা শব্দবোৰৰ প্ৰায়ভাগেই দেখাত তৎসম হ'লেও অসমীয়া উচ্চাৰণৰ কাৰণে অৰ্ধতৎসমৰ ৰূপ লয়, তথাপি ধৰ্ম, পিতা, ঈশ্বৰ আদি শব্দক তৎসম বুলি কোৱা হয়। অৰ্ধতৎসম বুলিলে সচৰাচৰ ভকতি<ভক্তি, মুকুতি<মুক্তি, ধৰম<ধৰ্ম, কৰম<কৰ্ম, মৰম<মৰ্ম, চেনহ<স্নেহ, যতন<যত্ন, ৰতন<ৰত্ন, পদুম<পদ্ম আদিক বুজোৱা হয়। প্ৰকৃতপক্ষে অসমীয়াত তৎসম শব্দৰ সংখ্যা নিচেই তাকৰ, তাৰ তুলনাত অৰ্ধতৎসম শব্দৰ সংখ্যা কিছু বেছি। কিন্তু আটাইতকৈ বেছি সংখ্যাৰ শব্দ হৈছে তদ্ভৱ শব্দ। অসমীয়া ভাষাটো প্ৰধানতঃ প্ৰাচীন-ভাৰতীয় আৰ্য ভাষাৰ পৰা মধ্য ভাৰতীয় আৰ্য-ভাষাৰ মাজেদি বিকশিত হোৱা হেতুকে তদ্ভৱ শব্দৰ সংখ্যা বেছি হৈছে। অসমীয়া ভাষাত পাণ < পৰ্ণ > পন্ন, কাণ < কৰ্ণ > কন্ন, মাখী < মক্ষিকা > মক্খিআ, হাতী < হস্তী > হত্থী > হাথী, ঘোঁৰা < ঘোটক > ঘোড়অ > ঘোৰা আদি শব্দ তদ্ভৱ। অসমীয়াত তদ্ভৱ শব্দৰ বেছি প্ৰচলন হোৱাৰ আন এটা কাৰণ হ'ল, অসমীয়া সাহিত্যৰ ভেটি-স্থাপনকৰ্তা প্ৰাক্ বৈষ্ণৱ আৰু বৈষ্ণৱ-যুগৰ সাহিত্যিকসকলে সৰ্ব-সাধাৰণৰ বোধগম্যতাৰ্থে প্ৰয়োগ কৰা জনসাধাৰণৰ ভাষা। তাৰ পিছত আহোম ৰজাসকলৰ তত্ত্বাৱধানত ৰচনা কৰা বুৰঞ্জীবোৰ আৰু ইংৰাজ যুগৰ আৰম্ভণিত মিছনেৰিসকলে চলোৱা 'অৰুণোদয়' কাকত, ব্ৰনছন চাহাবে ৰচনা কৰা অসমীয়া-ইংৰাজী অভিধান আদিতো কথিত ভাষাৰ প্ৰতি বিশেষ চকু দিয়া হেতুকে সাহিত্যৰ মাজেদি তদ্ভৱ শব্দ বেছিসংখ্যক সংৰক্ষিত হৈছে।

৬৫ দেশী শব্দৰ কিছুমান হ'ল, থাক লাডু, তেঁতেলী, খিৰিকী, গাজ, গাড়ী, ছাল, জোপা, টুকুৰী, টুপী, টিকনি, টোল, ঢোল, ঢেঁকী, পেট, পাতল, ভীৰ, ভুৰ, ভুল, মোট, মেল্ লদা, হাক, হাথিয়াৰ, হাল ইত্যাদি। ভাৰতৰ আন

ভাষাৰ পৰা অহা শব্দকেইবোৰৰ ভিতৰত বঙলাৰ পৰা ৰহুগোল্লা, ভেজাল, গুজৰাটীৰ পৰা হৰতাল, হিন্দী ভাষাৰ পৰা কেঁচা, ঠিক, ঠিকা, ডকাইত, পাংখা, ঠাণ্ডা, জোতা, গোল, সস্তা, খালী, ভাৰী গধুৰ, পকা (পক্কা), মলায়ম (মুলায়ম), চীধা (সীধা), ধান্দা, ফক্কৰ, ফালতু, বাতাচা, মিহী ঠাট্টা, দম কল, কলপ (চুলিত দিয়া ৰং) আদি শব্দবোৰ অসমীয়ালৈ আহিছে। তেৰ শতিকাৰ প্ৰাৰম্ভৰ পৰা সোতৰ শতিকাৰ শেষলৈকে মোগল সৈন্যই অসম-দেশ আক্ৰমণ কৰিছিল। প্ৰায় ছাব্বিশ-বছৰ-কাল নামনি অসমত মোগলৰ ৰাজত্ব স্থাপন হৈছিল। তাৰ ফলত তেওঁলোকৰ হিন্দুস্থানী ভাষাৰ মাজেদি বহুতো আৰবী, পাৰ্ছী আৰু তুৰ্কী ভাষাৰ শব্দ অসমীয়াত প্ৰৱেশ কৰিছে। উকীল, আদালত, দৰ্খাস্ত, দলীল, খাজনা, মোকৰ্দমা, হাকীম আদি আইন বা শাসনবিষয়ক শব্দৰ উপৰি নানা তৰহৰ নিত্য ব্যৱহৃত শব্দৰ বহুতৰ মূল আৰবী, পাৰছী আৰু তুৰ্কী ভাষা। পাৰছীৰ পৰা অহা কিছুমান শব্দ হ'ল: আইনা আৱাজ, আপছোচ, আস্তে আস্তে, আন্দাজ, ইয়াদ, কমৰ, কাগজ, কাৰবাৰ, কাৰছাজী, খৰচ, খুন খুচী, খোৰাক খানছামা, কিচমিচ, গপ, গৰম, গোলাপ, চৰম, চৰদাৰ, চান্দা, চেহেৰা, জখম, জানোৱাৰ জান (জীৱন), জেগা, জেদী, তক্তা, তৰ্জু, থুনুকা দৰ্জী, দৰ্মহা, দৰ্জা, দস্তুৰ, দোকান, দানা দাগাবাজ, দাৰোগা, দাগ, দালান, দেৰী, নৰম, নাৰাজ, নমুনা, পছন্দ, পছমী, পোছাক, পাজা, পানা, পিয়লা, ফৰমাচ, বৰখাস্ত, বৰবাদ, বন্দবস্ত, বকছীচ, বাগীচা, বালিচ, বেহুচ, মজা, মছলা, মোহৰ, মম মেতৰ মোজা, ৰেহাই লেকাম, হাঙ্গামা। আৰবীৰ পৰা অহা শব্দ কিছুমান হ'ল এনে ধৰণৰ: আফিং, আছল ইজ্জত, ইস্তফা, এলাকা, এজাহাৰ, কাজিয়া, কলম, কেৰেয়া, কিস্তি, কিছিম, খতম, খবৰ, খত, খাতিৰ, গৰজ, চখ, চখীন, চৰবত, চাফা, চালাম, চাকিন, চাবোন, চৌখ, চহী, জাহাজ জিম্মা, জৰুৰ, তদাৰক, তহবিল, তমাচা, তাবীজ, দখল, দোৱাত, নজৰ, নকল, নগদ, নৱাব নিছা ফছল, বদল, বাব, বাবদ, বেঈমান, মামলা-মকৰ্দমা, মুৰব্বী, মহফিল, মেৰামত, মেজাজ, মেদ, মেহনত, ৰায়ত, ৰাজী, লায়ক, লেফাফা, লেপ, হদ হজম, হাৰামী, হাৰামজাদা, হাজাৰ/হেজাৰ, হাৱা, হাজিৰা, হাইৰান। তুৰ্কী ভাষাৰ পৰা অহা শব্দকেইটামান এনেকুৱা: উৰ্দু, কেঁচী, কুলী, কোৰ্মা, কাবু, খচ্চৰ, চিক, চামুচ, তুৰ্ক, তোপ, তোষক, বোকোচা বেগম বাহাদুৰ বাবুৰ্চী, বীবী, বাৰুদ, মোগল, লাছ। পশ্তো ভাষাৰ শব্দ কেইটামান হ'ল: পাঠান, আখৰোট, লুচ্চা, নাগাড়া আদি।

৬৬ ইউৰোপীয় ভাষাৰ ভিতৰত ইংৰাজী ভাষাৰ শব্দই বিশেষ ঠাই অধিকাৰ কৰিছে। অসমত ইংৰাজসকলৰ ৰাজত্ব, ইংৰাজসকলৰ প্ৰতি স্থানীয় লোকৰ উচ্চ

মনোভাৱ ইংৰাজী সভ্যতা আৰু সংস্কৃতিৰ লৈতে যোগাযোগ আদি নানা কাৰণত ইংৰাজী ভাষাৰ শব্দ অসমীয়া ভাষাত সোমাইছে আৰু সোমাই আছে। ইংৰাজী শব্দবোৰৰ কিছুমান সভ্যতা আৰু সাজ-পাৰসূচক, কিছুমান শিক্ষাবিষয়ক, কিছুমান বাণিজ্যৰ লগত জড়িত, কিছুমান ক্ৰীড়াসংক্ৰান্ত ইত্যাদি। উদাহৰণ: অফিচ, ফৰম, ফাইল, কৰ্নেল, ডিৰেক্টৰ, জজ, জেইল, জুৰি, পুলিচ, চাইকেল, মটৰ, টায়াৰ, স্পক, ৰেল, ষ্টেচন, টিকট, ইঞ্জিন, জংচন ছিগনেল, ট্ৰাক, লৰি, টিউব, বেটেৰি, হেণ্ডেল, পেট্ৰল, টেলিগ্ৰাম, টেলিফোন, ৰেডিঅ', টি ভি, ফটো, ডাক্তৰ, হস্পিটেল ফাৰ্মাচি এক্সৰে কুইনাইন, ইনজেকছন পেনিচিলিন, প্লেগ কলেৰা, মেলেৰিয়া, হাঁপানি ডিপথেৰিয়া, মিক্সাৰ লেম্প লাইট মাইক, কোট, পেণ্ট টাই, ট্ৰাউজাৰ, ফ্ৰক ব্লাউজ, চেণ্ডেল ছিলেট পেন্সিল স্কুল, কলেজ, গ্লোব, মেপ, চেয়াৰ, বেঞ্চ, টেবুল মাষ্টৰ, প্ৰফেচৰ ছাত্ৰ, গ্ৰেড, পাছ ফেইল বি এ, এম এ বি টি ডি ফিল, পি এইচ ডি, ডি লিট এল ফিল, ডক্টৰ ডিপ্লোমা বেঙ্ক চেক ন'ট ৰেছন, কণ্ট্ৰোল ফুটবল, হকি, বেডমিণ্টন ক্ৰিকেট টেনিছ টেবুল-টেনিছ বিজ নভেল, ছনেট ট্ৰেজেডি কমেডি থিয়েটাৰ হাৰমনিয়াম, অৰগেন, থিয়েটাৰ, ষ্টেজ, ছিন টাইপ, পাইকা, ডিমাই, ডবল-ক্ৰাউন প্ৰুফ, কম্পজিটৰ পাৰ্টিং পাইনিংকম ড্ৰইংৰুম বোৰ্ড, কাটলেট চপ বাটাৰ ডিনাৰ, ছাপাৰ, বিয়ৰ জগ, মেচিন টাইপ মিকচাৰ পেপাৰ পাউদাৰ ইত্যাদি।

৩৬। ইংৰাজী শব্দ কিছুমানৰ উপৰি ইংৰাজী ভাৱক ৰূপান্তৰিত কৰি কৰা কিছুমান অনুবাদ শব্দ আৰু বিশেষ প্ৰয়োগৰ কথাও মন কৰিবলগীয়া। উদাহৰণ: দৃষ্টিকোণ angle of vision, শ্বেতপত্ৰ white paper, ৰজত-জয়ন্তী silver jubilee, স্বৰ্ণ-জয়ন্তী golden jubilee, হীৰক জয়ন্তী diamond jubilee, মাল-গাড়ী goods-train, তথাকথিত so-called, অদূৰ ভৱিষ্যত in near future, বিশ্বস্ত-সূত্ৰৰ পৰা জনা গৈছে it is reliably learnt, এই প্ৰসঙ্গত in this context, উদাহৰণস্বৰূপে for example, আপোনাৰ / ভৱদীয় yours, যিমানদূৰ সম্ভৱ as far as possible, পোহৰ পেলা throw light, ৰঙা ফিটা red tape, বগা হাতী white elephant, সোঁ হাত (right hand) স্বৰূপ, ক'লা-বজাৰ black market, বিহঙ্গম দৃষ্টি bird's eye view, সুবৰ্ণ-সুযোগ golden opportunity, আনহাতে on the other hand, ভাগ ল take part, প্ৰশ্ন নুঠে question does not arise, অভাৱে আৱিষ্কাৰৰ মূল necessity is the mother of invention, বেৰৰো কাণ আছে walls have ears

৬৭ বিভিন্ন ভাষা ভাষী লোকৰ সংমিশ্রণৰ ফলত অসমীয়া ভাষাত পর্তুগীজ শব্দ কিছুমানো সোমাই পৰিছে। তাৰ কিছুমান তলত দিয়া হ'ল : আচাৰ, আনাৰস, আলকাট্রা, আলপিন, আলমাৰি, আয়না ইস্ত্রি, ইস্পাট, ইংৰাজ, ওলন্দাজ, কামিজ, কাজু, কৰি, খৃষ্টান, গির্জা গামলা, গুদাম, মেজ, চাবি ছাও, টেক্সি, তাম্বু 'ধঁপাত', নিলাম পাউৰুটী, পাত্তি (হাঁহ), পাদ্রি, পিপা, পিস্তল, ফর্মা, ফিটা, ফটকা, বয়াম, বাৰেণ্ডা, বালটি, বিস্তি, বিস্কুট, বটল, বুটাম, বোমা, মার্কা, মাস্তুল, মিস্ত্রি মিছু, সন্তৰা-টেঙা (কমলা)। ফৰাচী ভাষাৰ কার্তুজ কুপন, ওলন্দাজৰ ইচক্রুপ হিৰ্তন তৰ্তন, বহিস্তন ইস্কাপন জাপানী ভাষাৰ বিক্সা ৰাজাকিৰি, চীনা ভাষাৰ চাহ লিচু ডাচ ভাষাৰ তুৰুপ বোম (গাড়ীৰ) আদি শব্দও অসমীয়াত সোমাইছেহি।

৬৮ অনার্য ভাষাৰ শব্দহিচাপে অস্ট্ৰীয়, বাৰ্মা চীনতিব্বতীয় আৰু অন্ট্রিক ভাষাৰ বৰঙণিৰ কথা আগতে আলোচনা কৰা হৈছে। এইখিনিতে কামৰূপী উপভাষাত নিত্য ব্যবহৃত শব্দকেইটামানৰ নেপালী ভাষাৰ শব্দৰ সৈতে কৃবহু মিল দেখা যায়। ড° টার্নাৰে নেপালী অভিধানত এনে শব্দবোৰত তিব্বতবৰ্মীয় ভাষাৰ প্রভাৱৰ কথা অনুমান কৰিছে। এনে শব্দকেইটামান তলত দিয়া হৈছে :

| কামৰূপী | নেপালী |
|---|---|
| খত 'দাগ | খত |
| খোপ | খোপ |
| জক খং' | ঝক |
| ডাঙ ন 'মস্তা ঘোঁৰ' | টাঙন |
| ধক 'লাজ' | ধক |
| ধোচ 'শকত' | ধোচ |
| পোত বোক' | পোত |
| হালগিল্লা বৰটোকোলা' | হডগিল ইত্যাদি |

৬৯ অসমীয়া শব্দ মালাৰ এক বৃহৎ অংশ অধিকাৰ কৰিছে ধ্বন্যাত্মক শব্দবোৰে। ধ্বন্যাত্মক শব্দবোৰ কেতিয়াবা এটা অংশেৰে গঠিত হয়, যেনে, 'চৰাই কৰে চিউ', 'কাউৰীয়ে কৰিবৰ কা', কুকুৰে ভুক-ইছে>ভুকিছে। ধ্বন্যাত্মক শব্দবোৰ সচৰাচৰ দুটা অংশেৰে গঠিত আৰু সিইতক তলত দিয়া ধৰণে তিনিটা শ্রেণীত ভগাব পাৰি : (ক) টন-টন, দপ দপ, ধপ-ধপ, ফুচ-ফুচ (খ) কক-বক, কেঁও মেও, কট পট, লৰ-ফৰ, (গ) আমন-জিমন, চুচুক-চামাক, টুলু° ভুটু°।

## উপভাষাৰ অধ্যয়ন

৭০ প্ৰাকৃতিক শোভা-সৌন্দৰ্য্যেৰে ভৰপূৰ অসম দেশখন ভাষাবিজ্ঞানীসকলৰ বাবেও মনোৰম। ইয়াক তেওঁলোকৰ স্বৰ্গ-ভূমি বুলি অভিহিত কৰা হৈছে। অসমৰ পৰ্বতে-ভৈয়ামে নানা ভাষা আৰু উপভাষা জীয়াই আছে। অসম-দেশ ভাষা-উপভাষাৰ উৰ্বৰ হোৱা সত্ত্বেও তাৰ প্ৰকৃত বিৱৰণ আজিলৈকে নানা কাৰণবশতঃ পোৱা হোৱা নাই। পৰ্বতীয়া ভাষা-উপভাষাবোৰৰ উপৰি ভৈয়ামতো বিভিন্ন জনজাতীয় ভাষা-উপভাষা আৰু অসমীয়া ভাষাৰে আঞ্চলিক ৰূপ কিছুমানৰ বিজ্ঞানসম্মত বিস্তৃত আলোচনা হৈ উঠা নাই। এইখিনিতে এটা প্ৰশ্ন স্বাভাৱিকতে মানুহৰ মনলৈ আহে যে এইবোৰৰ বিশ্লেষণ আৰু বিৱৰণৰ পৰা আমাৰ বিশেষ কি লাভ হয়। বৰং যিটো ভাষা বা উপভাষাৰ অলপ কাম যেতিয়াই কোনো এজনে কৰি উলিয়ায় তেতিয়াই সেই ভাষা বা উপভাষা-কোৱা লোকসকলে তাক স্বীকৃতি দিবৰ কাৰণে এক প্ৰকাৰ আলোড়নৰ সৃষ্টি কৰা দেখা যায়। সে'য় হ'লে যিমানেই ভাষা-উপভাষাবোৰৰ চৰ্চা হ'ব সিমানেই অসমৰ ভাষা সমস্যা জটিল হৈ পৰিব। এনে দৃষ্টি-ভঙ্গীত ৰাজনৈতিক অনালপ আছে আৰু তাক দূৰদৃষ্টিসম্পন্ন বুলি কোৱাও টান। কোনো এখন দেশৰ সামূহিক কামবোৰ চলাব'ল আৰু দেশখনৰ ঐক্য-সাধনৰ নিমিত্তে যিটো ভাষা দেশখনৰ প্ৰায় সকলো অঞ্চলৰ মানুহে সহজে বুজি পায় সেই ভাষাটো মা'নি ল'ব লাগিব। অৰ্থাৎ সেই ভাষাটোক ৰাজনৈতিক আৰু সামাজিক মৰ্যাদা দান কৰিব লাগিব।

৭১ ভাষা উপভাষাবোৰৰ বিশ্লেষণ আৰু বিৱৰণৰ মূল্য ৰাজনৈতিক ক্ষেত্ৰত নহয় ঐতিহাসিক আৰু সাংস্কৃতিক ক্ষেত্ৰতহে ব্লুমফিল্ডে কৈছে: "ভাষাবিজ্ঞানীৰ কাৰণে স্থানীয় উপভাষাবোৰৰ মূল্য যথেষ্ট। সেইবোৰে তেওঁক বামৰ আহিলা যোগায় কাৰণেই অকল মূল্যবান নহয়। মান্য আৰু অৰ্ধ মান্য ভাষাৰ মূল আৰু বুৰঞ্জী, আঞ্চলিক উপভাষাবোৰৰ জৰিয়তেহে বুজিব পাৰি।" জে, এ, ছাৰ্ড নামৰ পণ্ডিতে ১৯৮৫ চনৰ 'ট্ৰেনজাকচনছ অফ ফিলʼলজিকেল ছোচাইটি' নামৰ পত্ৰিকাত উপভাষা-অধ্যয়নৰ পৰা কেʼন বিষয় উপকাৰ হʼব পাৰে উল্লেখ কৰিছে ঃ উপভাষাৰ অধ্যয়নে আমাৰ ভাষাৰ আগৰ স্তৰবোৰৰ বিষয়ে সম্যক জ্ঞান দান কৰে। ভাষাটোৱে গ্ৰহণ কৰা নতুন নতুন শব্দবাজিৰ সময় নিৰূপণ কৰে। কোনো ভাষাৰ বৰ্তমান-সময়ৰ বিভিন্ন ৰূপ-বোৰ লিখিতৰূপে থাকিলে ভৱিষ্যতৰ গৱেষকসকলৰ কাৰণে বহুতখিনি সমল গোট খায়। উপভাষাবোৰে কোনো মান্য ভাষাৰ বিকাশৰ স্তৰ-বিভাগবোৰৰ প্ৰতিনিধিত্ব কৰাৰ লগে লগে মান্য ভাষাত ব্যৱহাৰ নোহোৱা শব্দ কিছুমান সংৰক্ষণ কৰি একোখন

ঠাইৰ সাংস্কৃতিক সৌষ্ঠৱ গতি-পথ নিৰ্ণয় কৰাত সহায় কৰে। উপভাষা-অধ্যয়নৰ পৰা আন কিছুমান লাভো হয়। সাধাৰণতে মানৱ মনে নজনাক জানিবলৈ বিচাৰে। ভাষাৰ ক্ষেত্ৰতো কোনো এটা ভাষাৰ কোনো এক অঞ্চলৰ ভাষা আন এক অঞ্চলেৰে সৈতে একে নহয় কাৰণে যেই সেই অঞ্চলৰ ভাষাৰ ধ্বনিগত, ৰূপগত, শব্দগত বা অৰ্থগত যি কোনো পাৰ্থক্যই নহওক লাগে জানিবলৈ হৈপাহ জন্মাটো স্বাভাৱিক। উপভাষাৰ অধ্যয়নে এই হৈপাহ পূৰণত অৰিহণা যোগায়। আনহাতে ভাষা সংস্কৃতিৰে এটা আৱশ্যকীয় অঙ্গ হোৱা কাৰণে কোনো ঠাইৰ ভাষাগত পাৰ্থক্যই সামাজিক আৰু সাংস্কৃতিক দিশত বহু কথাৰ ইঙ্গিত দিব পাৰে। কোনো কোনো সমাজত মতা মানুহৰ ভাষা আৰু মাইকী মানুহৰ ভাষাৰ মাজত যথেষ্ট পাৰ্থক্য পোৱা যায়। ইয়াৰ দ্বাৰা দুয়ো শ্ৰেণীৰ লোকৰ মাজৰ সম্পৰ্কৰ আভাস পোৱা যায়। বিভিন্ন দল বা গোষ্ঠীৰ লোকেৰে সৈতে ঘনিষ্ঠ সম্পৰ্কৰ বাতৰিও ভাষাৰ পাৰ্থক্যবোৰে আঙুলিয়াই দিব পাৰে। ভাষাৰ পাৰ্থক্যই কোনো এখন ঠাইৰ আদিম বসতিৰ অনুসন্ধানতো সহায় কৰিব পাৰে। গতিকে উপভাষাৰ অধ্যয়নে নৃতাত্ত্বিক মূল্যও বহন কৰে। উপভাষাৰ অধ্যয়নৰ এটা বাস্তৱিক দিশো আছে। কোনো উপভাষা-কোৱা অঞ্চলৰ কোনো শিক্ষানুষ্ঠানত যদি আন উপভাষা এটা কোৱা শিক্ষক এজনে নিযুক্তি পায়, তেতিয়াহ'লে শিক্ষা-দানত শিক্ষকজনে কিছু অসুবিধাৰ সন্মুখীন হ'ব লগীয়াত পৰিব। কেতিয়াবা ছাত্ৰসকল আৰু শিক্ষকৰ মাজৰ সম্পৰ্কও বেয়াৰ ফালে যাব পাৰে। কিন্তু শিক্ষকজনে সেই অঞ্চলৰ উপভাষাৰ বিষয়ে সম্যক পৰিচয় পালে আৰু সেই অনুযায়ী তেওঁ এটা সমিলমিলৰ মাজত চলিলে পৰিস্থিতি বহুখিনি উন্নত হ'ব গৈ। উপভাষাৰ অধ্যয়নে এই ক্ষেত্ৰত এক উল্লেখযোগ্য অৰিহণা আগ বঢ়াব।

৭২ অসমীয়া ভাষাৰ কামৰূপী উপভাষাৰ অধ্যয়ন আৰু বিৱৰণে মান্য অসমীয়া ভাষাৰ ইতিহাস, বিকাশ, আৰু পৰিপুষ্টিত কিমানখিনি সহায়ক হ'ব পাৰে তাৰ অলপ আভাস দাঙি ধৰা হ'ল। দেশী আৰু বিদেশী নানা ভাষাৰ শব্দৰাজি অসমীয়া মান্য ভাষাত সোমাই অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি বৃদ্ধি কৰিছে। সেইবোৰক গ্ৰহণ কৰাৰ নিচিনা কামৰূপী উপভাষাৰ শব্দ কিছুমানক অসমীয়াত স্থান দিব পাৰি। তাকে কৰিবলৈ হ'লে অৱশ্যে অনেক ঠাইত উপভাষাৰ ধ্বনি-তত্ত্বৰ প্ৰণালীক মান্য ভাষাৰ ধ্বনি-তত্ত্বৰ প্ৰণালীৰ নিয়মেৰে সলনি কৰি ল'ব লাগিব। দুই-এজন অসমীয়া কবি-সাহিত্যিকে ইতিমধ্যে কিছুমান শব্দ ব্যৱহাৰ কৰিছে, যেনে, পানীপিয়লী, দেওলী, ব'দ পুৱা আদি। জগতৰ উন্নত ভাষাবোৰত

একোটা বস্তু বুজাবলৈ কেইবাটাও শব্দ ব্যৱহাৰ কৰা পোৱা যায়। উদাহৰণস্বৰূপে সংস্কৃত ভাষালৈ আঙুলিয়াব পাৰি। তাত অকল পানী বুজাবলৈ, জল, উদক, বাৰী, নীৰ আদি শব্দবোৰ ব্যৱহৃত হৈছে। অসমীয়াতো স্থান অনুসৰি ভেনেদৰে মধুৰী-আম, আনাৰস, গাহৰি, দবা, মিচা-মাছ, ভেঁটফুল আদি শব্দৰ লগত ক্ৰমে সঁফুৰী-আম, সঁফুৰী-কঁঠাল, বৰা, বৰ, নিচলা-মাছ, মকুৰা আদি শব্দৰ প্ৰয়োগ চলাব পাৰি। শব্দৰ উপৰিও কিছুমান বাক্যাংশ জতুৱা ঠাচ, ফকৰা-যোজনায়ো অসমীয়া ভাষাৰ পুষ্টি-বৰ্ধন কৰিব পাৰে, যেনে, ধল (সং ধৱল) পুৱা, বৰৰ পুৱা (দোকমোকালি), লাক শাক কৰি (কোনো প্ৰকাৰে), হাজোৰেদি ৰবপেটালৈ বা (সহজ পন্থা এৰি কঠিন পন্থা গ্ৰহণ কৰ্), জলম লগা (সজাই ক) ভঠেলি ভাঙ্ (খাই বৈ শেষ কৰ্), সহিবা সং. সলিব) দি (চিপজৰী লগাই আত্মহত্যা কৰ), গাই দুৱা (সং দুহ, দি (সকলোখিনি শোষণ কৰ্) ইত্যাদি। মান্য ভাষাত সচৰাচৰ ব্যৱহাৰ নোহোৱা শব্দ কিছুমান কামৰূপী উপভাষাত ব্যৱহাৰ হোৱা পোৱা যায়। কুঁৱা বা নাদৰ উপৰিও আদ, পাতকি বা ইন্দৰা বটা, শৰাই, ঠগিৰ উপৰি কন্তি আদি শব্দৰ ব্যৱহাৰেই এইবোৰৰ উদাহৰণ। কামৰূপৰ ওচৰ-পাজৰৰ ভাষাৰ লগত সম্বন্ধ উলিয়াবৰ বেলিকা এনে শব্দবোৰ যথেষ্ট কামত আহে। কামৰূপ-অঞ্চলৰ কিছুমান শব্দৰ মান্য ভাষাত হোৱা অৰ্থৰ পৰিৱৰ্তনৰ দৃষ্টান্ত আমোদজনক। কামৰূপী উপভাষাত চহ (খেতি) থিজন কৰে তেওঁ চহ্কী। অৰ্থাৎ কামৰূপী উপভাষাত চহকী শব্দৰ অৰ্থ হ'ল 'খেতিয়ক'। কিন্তু মান্য ভাষাত চহকী মানে ধনী। একোটা বস্তু বুজাবলৈ কেইবাটাও শব্দৰ ব্যৱহাৰ আন এটা আকৰ্ষণীয় কথা। মান্য ভাষাত ব্যৱহাৰ হোৱা 'গেদগেদী' মাছক বুজাবলৈ কামৰূপী উপভাষাত ঘুমেথাইতী, কাঞ্চনমতী, ভেঁহেৰী, ধেঁহেৰী, সথ্লী, সথাগলী, ঘাগচী আদি শব্দ পোৱা যায়।

৭৩ প্ৰত্যেক শব্দৰ একোটা ইতিহাস আছে। অসমীয়া শব্দ কিছুমানৰ ইতিহাসৰ উদ্ধাৰত কামৰূপী উপভাষাই যথেষ্ট বৰঙণি যোগাব পাৰে। তলত কেইটামান উদাহৰণ দিয়া হ'ল: সং গৰ্ত > গত্ত (প্ৰা) > গাতা (কাম) > গাঁত (মা অ), সং লোমন > লোম (পালি) > লোম (পূ অ) > লুম (কাম) > নোম (মা অ.), সং অপৰ > অৱৰ (প্ৰা), আৰ (কাম) > আৰু (মা অ), সং হস্তী > হত্থী (প্ৰাঃ) > হাথী (হি.) > হাথী (কাম) > হাতী (মা অ), সং কাণ + আক > কাণা (কাম) > কণা (মা. অ), সং গচ্ছ + আক > গাছা (কাম.) > গছা (মা অ.) ইত্যাদি।

৭৪. মগধীয় আৰু আন আন ভাষাৰ বৈশিষ্ট্য কিছুমানেৰে সৈতে কামৰূপী উপ-ভাষাৰ বৈশিষ্ট্য কিছুমানৰ মিল দেখা যায়। সেইবোৰে অসমীয়া ভাষাৰ প্ৰাচীন স্তৰৰ সন্ধান দিয়াত সহায় কৰে। ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়ে উনুকিয়াই দিয়া মতে মাগধী প্ৰাকৃতৰ পৰা সৃষ্ট ভাষাবোৰৰ পাৰস্পৰিক মিলনসূচক বৈশিষ্ট্য কিছুমানৰ ভিতৰত এটা হৈছে অপিনিহিতিৰ ই স্বৰ-ধ্বনি। কামৰূপী উপভাষাত অপিনিহিতি এটা সৰ্ব-প্ৰযোজ্য নিয়ম। ডঃ সুকুমাৰ সেনে উল্লেখ কৰা মাগধী প্ৰাকৃতৰ আনকেইটামান বৈশিষ্ট্য হৈছে ৰ ধ্বনিৰ ঠাইত ল-ধ্বনিৰ প্ৰয়োগ, স্বাৰ্থিক—আ (সং. আক প্ৰত্যয়ৰ ব্যৱহাৰ, বিভক্তি প্ৰত্যয়ৰ অন্তৰ্ধান, বিশেষকৈ পঞ্চমী বিভক্তিৰ চিহ্নৰ লোপ, দ্বিতীয়া আৰু চতুৰ্থীৰ একীকৰণ আৰু তাৰ ঠাইত প্ৰায়ে সপ্তমীৰ প্ৰয়োগ। এই আটাইবোৰৰ উদাহৰণ কামৰূপী উপভাষাত পোৱা যায়, যেনে, সং. ৰথ্যা > ৰচ্চা (প্ৰা) > লেছা (কাম) > নেচা মা অ); সং শৰীৰ > শোৰীল (কাম, সং সৌৱৰ্ণক > সণা (কাম) > সোণ (মা অ), সং ৰৌপ্যক > ৰূপা (কাম) ৰূপ (মা অ.)। অসমীয়া ভাষাত আচলতে পঞ্চমী বিভক্তিৰ কোনো সুকীয়া চিন নাই। ষষ্ঠী বিভক্তিৰ চিনৰ পিছত 'পৰা' পৰ-সগ লগ লগাই অপাদান-কাৰক কৰা হয়। কামৰূপীত এনে প্ৰয়োগ আছে। আকৌ কো-ক যাহ বা কোত যাহ (কলৈ যাব)। ইয়াত দ্বিতীয়া আৰু চতুৰ্থী বিভক্তিৰ একীকৰণ আৰু তাৰ ঠাইত সপ্তমী বিভক্তিৰ প্ৰয়োগ দেখা গৈছে। অসমীয়া ভাষাত বিশেষভাৱে বুজাবলৈ নহ'লে দ্বিতীয়া বিভক্তিৰো প্ৰয়োগ নহয়, যেনে, মানুহ মৰে মানুহ মাৰে। তু কাম মাহনু মাৰে, মাহ্নু মৰে।

৭৫ উত্তৰ-বঙ্গৰ ভাষা, বঙলা, উড়িয়া, ভোজপুৰী, মৈথিলী আদি ভাষাবোৰেৰে সৈতে অসমীয়া ভাষাৰ সম্পৰ্কৰ বিষয়ে ওপৰত কৰা আলোচনাত কামৰূপী উপভাষাৰ সমলে কিদৰে সহায় কৰিছে দেখুওৱা হৈছে। পূৰ্ব বঙলাৰে সৈতেও কামৰূপীৰ সম্পৰ্ক দেখা যায়। নোৱাখালি, মৈমনসিং, আৰু চিত্তাগঙৰ উপভাষাত পোৱা অপিনিহিতিৰ বহুল প্ৰয়োগ কামৰূপী উপভাষাৰ এটা বিশিষ্ট লক্ষণ। পূৰ্ব-বঙলা আৰু কামৰূপীত কৰণ-কাৰকত—দি বিভক্তিৰ ব্যৱহাৰ আছে। যেনে, জোৰী—দি (কাম), দৰি দিয়া বানিআ (জৰীৰে বান্ধি A F D § 651)। প্ৰথমাৰ এ-বিভক্তিও দুয়ো ঠাইত একে। "এইটো (– এ) পশ্চিম-বঙলাত অপ্ৰচলিত হৈছে। পূৰ্ব-বঙলা আৰু অসমীয়াত ই এটা জীৱিত ৰূপ" (O. D B, L § 197)।

৭৬ উপভাষাৰ বিশ্লেষণ আৰু বিৱৰণে আন এটা ডাঙৰ কাম কৰিব পাৰে। কেইবাটাও উপভাষাৰ ভিতৰত যেতিয়া কোনো এটাই ৰাজনৈতিক, সামাজিক নাইবা সাংস্কৃতিক কাৰণত মৰ্যাদা পায় আৰু তাৰ মাধ্যমেৰে সাহিত্য আৰু সংস্কৃতিৰ

প্ৰচাৰ কাৰ্য চলে তেতিয়া আন উপভাষাৰ তুলনাত মান্য উপভাষাটোক শুদ্ধ বুলি ধৰা হয়। আজিলৈকে ই সুযোগ পাই উদ্ভৱ হোৱা অৱস্থাহে। তথাপি তেতিয়া আন উপভাষাৰ প্ৰয়োগবোৰ অলপ আচহুৱা যেন বোধ হয় আৰু সেইবোৰৰ প্ৰতি অলপ হেয় ভাৱ উৎপন্ন হয়। কিন্তু আন উপভাষাবোৰৰ প্ৰণালীবদ্ধ বিশ্লেষণ আৰু কাৰণবোৰ জানিব পাৰিলে তেনে মনোভাৱৰ বহুখিনি তীব্ৰতা হ্ৰাস পায়। অসমীয়া ভাষাৰ শিৱসাগৰ-অঞ্চলৰ উপভাষা-কোৱা লোকসকলৰ কাৰণে কামৰূপী উপভাষাৰ প্ৰয়োগবোৰ প্ৰথমতে কাণত বাজে। কিন্তু সেইবোৰ প্ৰত্যেকেই একোটা নিয়মবদ্ধ হৈহে হৈছে, যেনে, সং কুক্কুটক>কুকুৰা (কাম)>কুকুৰা (মা অ.)। ইয়াৰ কাৰণ হ'ল কামৰূপী উপভাষাত বলাঘাত শব্দৰ আদি-অক্ষৰত পৰে আৰু তাৰ ফলত মধ্যৱৰ্তী অক্ষৰ লোপ পাই স্বৰ-ধ্বনিটো নিঃচিহ্ন হয়।

৭৭ মান্য ভাষাৰ কিছুমান শব্দৰ ঠাইত কামৰূপীত সম্পূৰ্ণ নতুন শব্দ একোটা শুনিলেও অলপ কিবা যেন লাগিব পাৰে। কিন্তু সেই শব্দবোৰৰ মূল ক'ত জানিলে মনৰ ভাৱৰ কিছু সলনি হয়। উদাহৰণস্বৰূপে মান্য ভাষাৰ কণীৰ ঠাইত কামৰূপীত ব্যৱহাৰ হাৱা ডিমা (সং ডিম্বক), মুখ ধোৱাৰ ঠাইত অচা সং. আ-চম, ভিতৰৰ ঠাইত ভিজ (স. অভ্যন্ত মাৰাঠী ভিজণে, হিন্দী ভিজঁনা, বঙলা ভিজ), মৈদাৰ ঠাইত বোঠি (স উপবিষ্ট, বঙলা বোঁটা) আদি শব্দ উনুকিয়াব পাৰি। শব্দৰ আঁতি-গুৰিয়ে এইদৰে নতুন পথৰ সন্ধান দিয়াৰ উপৰিও কামৰূপী উপভাষাৰ সাধাৰণ-জ্ঞানৰ আন এটা আৱশ্যকতা আছে। প্ৰাচীন অসমীয়া সাহিত্যত কামৰূপী উপভাষাৰ শব্দ, ধ্বনি তত্ত্ব আৰু ৰূপ-তত্ত্বই কি অংশ গ্ৰহণ কৰিছে ওপৰত আলোচনা কৰা হৈছে। কামৰূপী উপভাষাৰ নিচিনা গোৱালপৰীয়া উপভাষাৰ পৰিচয়েও অসমীয়া ভাষাৰ ইতিহাসত নতুন আলোকপাত কৰিছে। প্ৰাচীন অসমীয়া সাহিত্যৰ ভাষাৰ লগতো এই উপভাষাটো বিশেষভাৱে জড়িত। গোৱালপৰীয়া উপভাষাৰ সহায়তো অসমীয়া মান্য ভাষাটো নানাভাৱে পৰিপুষ্ট কৰিব পাৰি। অৰ্থাৎ অসমীয়া ভাষাৰ বিকাশ আৰু ইতিহাসৰ লগত তাৰ উপভাষাবোৰৰ সম্যক বিৱৰণ অপৰিহাৰ্যভাৱে জড়িত। আটাইতকৈ মহত্ত্বপূৰ্ণ কথা হৈছে ভাষা-উপভাষাৰ বৈজ্ঞানিক পৰিচয়ে বিভিন্ন ভাষা-ভাষীৰ আন্তৰিক মিলনৰ ভেটি দৃঢ় কৰা কথাটোহে। দেশৰ ঐক্য আৰু সমৃদ্ধিৰ বাবে ইয়াৰ মূল্য অসীম।

## অসমীয়া ভাষাৰ উপভাষা

৭৮. কোনো ভৌগোলিক পৰিবেষ্টনৰ ভাষা এটাৰ বিভিন্ন অঞ্চলত সৃষ্টি হোৱা স্বকীয়া ৰূপেই হ'ল সেই ভাষাটোৰ উপভাষা। উপভাষাৰ সৃষ্টিৰ মূল

কাৰণ হৈছে মানুহৰ মাজত আহ-যাহ বা যোগাযোগৰ অভাৱ। নানা কাৰণত দুটা অঞ্চলৰ মানুহৰ মাজত যোগাযোগৰ অভাৱ ঘটিব পাৰে। কেতিয়াবা প্ৰাকৃতিক বাধাৰ সৃষ্টি হয়। অৱশ্যে প্ৰাকৃতিক বাধাতকৈ সামাজিক বাধাহে উপভাষা-সৃষ্টিৰ কাৰণে বেছি প্ৰভাৱশালী। অসমীয়া ভাষাটো মগধীয় ৰূপৰ পৰা ৰূপান্তৰিত হৈ পশ্চিম পিনেদি অসমত সোমায় আৰু অসমৰ নামনি-অঞ্চলতে সুকীয়া অসমীয়া ভাষাৰূপে গঢ় লয়। পিছত ভাষাটো ক্ৰমে উজনি-অঞ্চলত বিয়পি পৰে। ১২২৮ চনত আহোমসকলে অসমৰ পূব অঞ্চল অধিকাৰ কৰি শিৱসাগৰ জিলাত ৰাজধানী স্থাপন কৰে। লাহে লাহে তেওঁলোকৰ ৰাজ্য বাঢ়ি গৈ কামৰূপৰ সীমা পায়হি। গতিকে উজনি-অসমখন এক শাসনৰ অধীন হয় আৰু তাৰ ভাষাটোৱে এটা বিশেষ গঢ় লয়। নামনি-অসমখন হ'লে ১৬৮২ চনলৈকে ৰাজনৈতিক পিনৰ পৰা সম্পূৰ্ণ বেলেগভাৱে আছিল আৰু অতি প্ৰাচীন কালৰ পৰা এই অঞ্চল বিভিন্ন-সময়ত বিভিন্ন ৰজাৰ অধীনত আছিল। ৰাজধানীও একে ঠাইত নাছিল। তদুপৰি বিদেশীসকলে বিশেষকৈ মুছলমানসকলে ১২০৫ চনৰ পৰা ১৬৮২ চনলৈকে বহুবাৰ আক্ৰমণ কৰিছিল। ১৬৮২ চনত নামনি-অসমখন আহোম-ৰাজ্যৰ ভিতৰুৱা হ'লেও বহুতো কাৰণত এটা শান্তিৰ বাতাবৰণৰ সৃষ্টি হোৱাত বাধা পৰিছিল। দুয়ো অঞ্চলৰ ভিতৰত যাতায়াতৰ অসুবিধা, কোনো ডাঙৰ মেলা বা কোনো ডাঙৰ ধাৰ্মিক উৎসৱ-পৰ্ব আদিৰ অভাৱ, বিয়া-বাৰুৰ প্ৰচলন নথকা আদি কাৰণত উজনি আৰু নামনি-অঞ্চলৰ লোকসকলৰ মাজত মিলা-মিচাৰ সুবিধা হোৱা নাছিল। সেই হেতুকে নামনি অঞ্চলৰ ভাষাটোৱে এটা সুকীয়া সাঁচ ল'বলৈ সুচল পালে। অৰ্থাৎ অসমীয়া ভাষাটোৰ প্ৰধানকৈ দুটা আঞ্চলিক ৰূপ বা উপভাষা পোৱা গল: এটা পূব-অঞ্চলৰ বা উজনিৰ উপভাষা আৰু আনটো পশ্চিম-অঞ্চলৰ বা নামনিৰ উপভাষা। গ্ৰিয়াৰ্চনে লিখিছে: অসমীয়া ভাষাৰ মান্য উপভাষাটো হৈছে শিৱসাগৰ আৰু তাৰ আশে-পাশে কোৱা উপভাষাটো। অসম উপত্যকাৰ উজনি-অঞ্চলত ভাষাটোৰ সকলো ঠাইত ৰূপ একেটাই। যিমানেই আমি পশ্চিমৰ পিনলৈ গতি কৰোঁ, সিমানেই এটা স্পষ্ট উপভাষা পাওঁ। মই তাক পশ্চিম-অঞ্চলৰ অসমীয়া নাম দিছোঁ। এই উপভাষাটো কামৰূপ-জিলা আৰু পূব-গোৱালপাৰাৰ মানুহবোৰে কয়।[৬৭]

---

৬৭ *Linguistic Survey of India* Vol V, Part I p 394

## কামৰূপী উপভাষা

৭৯. অসমীয়া ভাষাটোৰ পশ্চিম-অঞ্চলৰ উপভাষাক আৰু দুটা ভাগত ভগাব পৰা যায়: অবিভক্ত গোৱালপাৰা-জিলাত কোৱা গোৱালপৰীয়া উপভাষা আৰু অবিভক্ত কামৰূপ-জিলাত কোৱা কামৰূপী উপভাষা। পূবৰ পিনৰ মান্য ভাষা আৰু একেবাৰে পশ্চিমৰ পিনৰ গোৱালপাৰাৰ উপভাষাৰ মাজত আছে কামৰূপৰ উপভাষা। কামৰূপৰ উপভাষা বা কামৰূপী উপভাষাটো অসমীয়া ভাষাৰ এটা প্ৰধান উপভাষা। পূৰ্ব-অসমৰ উপভাষাটোৰে সৈতে ইয়াৰ যথেষ্ট পাৰ্থক্য দেখা যায়। সেই পাৰ্থক্য ধ্বনি-তত্ত্ব, ৰূপ-তত্ত্ব, আৰু শব্দ-মালা সকলো ক্ষেত্ৰতে সুস্পষ্ট। আনকি ফকৰা-যোজনা আৰু জতুৱা ঠাচতো কামৰূপী উপভাষাৰ স্বকীয়া ৰূপ ধৰা পৰে। এনে হোৱাৰ কাৰণ হ'ল দুয়ো অঞ্চলৰ মানুহৰ মাজত মিলা-মিচা কৰাৰ সুবিধাৰ অভাৱ। উজনি-অঞ্চলৰ ভাষাত এক প্ৰকাৰ সমৰূপতা ৰক্ষিত হৈছে যদিও ভালদৰে চালি জাৰি চালে পূবৰ ভাষাৰে সৈতে মাজৰ জিলাকেইখনৰ ভাষাৰ পাৰ্থক্য দেখা যাব। কামৰূপী উপভাষাৰ স্থানীয় পাৰ্থক্যবোৰ বেছি স্পষ্ট। এইবোৰ থাকিলেও কামৰূপী উপভাষাৰ বিভিন্ন স্থানীয় পাৰ্থক্যবোৰে ইজনে সিজনক বুজাত অসুবিধা নজন্মায়। তলত উজনি অঞ্চলৰ ভাষা বা মান্য ভাষা আৰু কামৰূপী উপভাষাৰ মাজত থকা প্ৰধান পাৰ্থক্যবোৰ আলোচনা কৰা হ'ল। সেইবোৰক ধ্বনিমূলক, ৰূপাত্মক, আৰু শব্দমূলক এই তিনিভাগত দেখুৱা হৈছে।

৭৯.১ ধ্বনিমূলক: (১) কামৰূপী উপভাষাত সাতোটা বিশিষ্ট স্বৰ ধ্বনি আছে: [ অ, আ, ই, উ, এ, এ', ও ]। মান্য ভাষাত পোৱা [ অ' ] স্বৰ-ধ্বনিটো ইয়াত পোৱা নাযায়। মান্য ভাষাৰ বিশিষ্ট স্বৰ-ধ্বনিকেইটা হ'ল [ অ, আ, ই, উ, এ, এ' অ', ও ]। ব্যঞ্জন-ধ্বনি হ'লে একৈশটা পোৱা যায়। সিইতৰ বাৰটা স্পৰ্শ, তিনিটা নাসিক্য, এটা পাৰ্শ্বিক, এটা কম্পিত, আৰু চাৰিটা উষ্ম। মান্য ভাষাতো একে ধৰণৰ একৈশটা বিশিষ্ট ব্যঞ্জন-ধ্বনি পোৱা যায় [ প, ফ, ব, ভ, ত, থ, দ, ধ, ক, খ, গ, ঘ, ম, ন, ঙ, ল, ৰ, চ, জ, স, হ ]

(২) উজনি-অঞ্চলৰ ভাষাত বলাঘাত শব্দৰ শেষৰ আগৰ অক্ষৰত পৰে। কামৰূপীত শব্দৰ আদি-অক্ষৰত পৰে।* তাৰ ফলত কামৰূপীত শব্দৰ মাজত থকা

---

* দ্বিঅক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত আৰু দুটাতকৈ অধিক অক্ষৰযুক্ত শব্দত দ্বিতীয় অক্ষৰত বলাঘাত পৰে।

স্বৰ-ধ্বনিবোৰ উচ্চাৰিত নহয় আৰু ওচৰত থকা ব্যঞ্জন-ধ্বনি দুটা লগ লাগে, যেনে, মান্য ভাষাৰ কুকুৰা, ভোমোৰা, কোৰোকা, নিগনি, চকলা>কাম. কুকৰা, ভম্‌ৰা; কৰ্‌কা, নিঙ্‌নি, চক্‌লা আদি।

(৩) কামৰূপীত ৰ'তেই সম্ভৱ অপিনিহিতি হয়। মান্য ভাষাত অপিনিহিতিৰ সংখ্যা বেছি নহয়।

(৪) একঅক্ষৰযুক্ত শব্দৰ বাহিৰে আন শব্দৰ শেষত থকা মান্য ভাষাৰ দ্বি স্বৰ ঐ আৰু ঔ কামৰূপীত—এ আৰু—ও হয়, যেনে, হিলৈ>হিলে, মিঠৈ মিঠে, কাবৌ>কাবো, ভাটৌ>ভাটো। কিন্তু মৌ, বৌ, বৌ।

(৫) শব্দৰ আদি-অক্ষৰত অৱশ্যে কামৰূপীত দ্বি-স্বৰৰ প্ৰয়োগ ভো হয়েই আনকি ত্ৰি-স্বৰো কোনো কোনো ঠাইত শুনা যায়, যেনে ভাৱৰীয়া>ভাউ্‌ৰা, ভাউ্‌ইৰা কেৰলীয়া>কেউলা, কেউ্‌ইলা ইত্যাদি।

(৬) মান্য ভাষাত শব্দত থকা নিম্ন স্বৰ-ধ্বনিৰ ঠাইত সচৰাচৰ কামৰূপীত উচ্চ স্বৰ-ধ্বনি হয়, যেনে, তামোল>তামুল, কাপোৰ>কাপুৰ, এন্দুৰ>ইন্দুৰ, সেন্দুৰ>সিন্দুৰ, দিছে>দিছি ইত্যাদি।

(৭) উজনি-অসমৰ ভাষাৰ অল্পপ্ৰাণ-ধ্বনিও সচৰাচৰ কামৰূপীত মহাপ্ৰাণধ্বনিৰূপে দেখা যায়, যেনে, শুদা>শুধা, ভোক>ভখ, ভুখ, শুকান>শুখান, চাকে>চাখে শিতান> শিথান।

(৮) মান্য ভাষাত এটা শব্দত ওচৰাউচৰীকৈ দুটা আ-ধ্বনি থাকিলে আগৰ আ-ধ্বনিৰ সাধাৰণতে 'অ' বা এলৈ পৰিৱৰ্তন হয়। কামৰূপীত হ'লে দুটা আ-ধ্বনি ওচৰাউচৰীকৈ থাকিব পাৰে, যেনে. কাম বাজা, চাকা, আঙাৰ. আন্ধাৰ> মা. অ বজা, চকা এঙাৰ, এন্ধাৰ।

(৯) মান্য ভাষাত দুটা অক্ষৰযুক্ত শব্দৰ দ্বিতীয় অক্ষৰত থকা অ ধ্বনি কামৰূপীত-'আ' হয়, যেনে, দীঘল, গৰম, মৰণ>কাম দীঘাল, গৰাম, মৰাণ ইত্যাদি।

(১০) মান্য ভাষাৰ দ্বিঅক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত 'ও' আৰু দ্বিতীয় অক্ষৰত আ-ধ্বনি থাকিলে কামৰূপীত ও ধ্বনি অলৈ ৰূপান্তৰিত হয়, যেনে, কোঙা, কোলা, খোপা, বোবা>কাম কঙা, কলা, খপা, ববা।

(১১) মান্য ভাষাৰ 'ন' আৰু ৰ-ধ্বনিৰ ঠাইত কোনো কোনো শব্দত ল-ধ্বনি শুনা যায়, যেনে, নোম, নেজ, শৰীৰ>কাম লুম (সং লোমন, পালি লোম পু. অ লোম), লেজ (সং. লঞ্জ), শৰীল।

(১২) কামৰূপীত দ্বিঅক্ষৰযুক্ত শব্দৰ প্ৰতি বাউতি পৰিলক্ষিত হয়। সেই কাৰণে মান্য ভাষাত পোৱা একঅক্ষৰযুক্ত শব্দৰ ঠাইত কামৰূপীত কেতিয়াবা

কেতিয়াবা স্বাৰ্থিক আ-প্ৰত্যয় যোগ দি শব্দটোক দ্বিঅক্ষৰীয় কৰা দেখা যায়, যেনে, কাঁহ, খেল, ৰূপ, সোণ>কাম কাঁহা, খেলা, ৰূপা, সণা ইত্যাদি।

৭৯.২ ৰূপাত্মক (ক) মান্য ভাষাৰ বহুবচনৰ প্ৰত্যয়—বোৰ,—খিলাক, আৰু-ইহঁত ঠাইত কামৰূপীত-গিলা, গিলাক, হাত, হানা, হামৃৰা, হামৃলা, হুন, আহুন, ঠে, চে ইত্যাদি পোৱা যায়। উদাহৰণ: ল'ৰাইঁত, ৰামইঁত, গৰুবোৰ, সখিইঁত, এওঁলোক>কাম, ছোলিহাত, ৰামহামৃৰা (হামলা), গৰুগিলা, সখিহানা, সখিআহুন, এহ্না, আহুন, আহাঁ, ইত্যাদি।

(খ) কামৰূপীত ক্ৰিয়া-বিশেষণবোৰ মান্য ভাষাৰ তুলনাত সুকীয়া, যেনে, এতিয়া, অলপাত, এইদিনে সেইদিনে এনেকৈ>কাম ইত্তা, ইয়া অঁহাই অহেঁ সহাঁই, সহেঁ, এঙ্কে।

গ) মান্য ভাষাৰ নিৰ্দিষ্টতাবাচক প্ৰত্যয় টো, জন, জনা গৰাকীৰ ঠাইত কামৰূপীত টু, ডাল আৰু ফেৰাৰ ঠাইত খোৰ আৰু-খেনি ব্যৱহাৰ হয়। উদাহৰণ: ল'ৰাটো, ছোৱালীজনী, মানুহজনী বা গৰাকী পঘাডাল, জোকডাল, লোণফেৰা> কাম আপাটু, আপীটু, তিৰিটু, পাঘাখোৰ জোকখোৰ, জুকখৰ, নুনখেনি। মা-অ জনী > জেনী (কাম) যেনে, সোকজেনী, ডাঙৰজেনী ইত্যাদি।

(ঘ) মান্য ভাষাতকৈ কামৰূপীত নাম-ধাতুৰ প্ৰয়োগ বেছি, যেনে, গাঁথি দি, বাকলি গুচা ভটিয়াই যা>কাম গাইথ, ছেলা<ছাল ভাইঠা ভাটি>ভাঠি ইত্যাদি।

(ঙ) ক্ৰিয়া-বিভক্তিবোৰতো দুয়ো ঠাইৰ ভাষাৰ মাজত কিছু পাৰ্থক্য আছে, যেনে, তই খাব, তুমি খোৱা, তই ক, সি খালে>কাম তঁই খাহ্ তুমি খ, তঁই কৌ, সি খালাক ইত্যাদি।

(চ) শব্দ-বিভক্তিৰ ক্ষেত্ৰত মান্য ভাষাৰ দ্বিতীয় আৰু চতুৰ্থীৰ ঠাইত কামৰূপীত কেতিয়াবা সপ্তমী আৰু দ্বিতীয়া বিভক্তি হয়। উদাহৰণ: কলৈ যোৱা, তাক সোধা>কাম কোক য, তাত সুধা ইত্যাদি।

৭৯.৩ শব্দমূলক: মান্য ভাষা আৰু কামৰূপী উপভাষাৰ মাজত শব্দমূলক পাৰ্থক্য কম বুলিব নোৱাৰি। সচৰাচৰ ব্যৱহাৰ কৰা বস্তু কিছুমানকো বুজাবলৈ দুই অঞ্চলতে ভিন্ন শব্দ ব্যৱহাৰ কৰা হয়। মান্য ভাষাত কিছুমান সম্বন্ধক সামূহিকভাৱে বুজাবলৈ একোটা সুকীয়া শব্দ নাই। কিন্তু কামৰূপীত পোৱা যায়, যেনে, ককাই-ভাই, বাই-ভনীৰ ঠাইত কামৰূপীত সামূহিক শব্দ 'ভাক' আৰু 'বৈনাক' ব্যৱহাৰ কৰা হয়। ল'ৰা-ছোৱালী (সন্তান) বুজাবলৈ কামৰূপীত 'ছলি' শব্দ আছে। আন এটা লক্ষ্য কৰিবলগীয়া কথা হৈছে মান্য ভাষাত অনাৰ্য-ভাষাৰ শব্দৰ যিদৰে প্ৰাচুৰ্য

আছে, কামৰূপীত তেনেদৰে আৰবী, পাৰছী ভাষাৰ শব্দৰ প্ৰাচুৰ্য আছে। মান্য ভাষা আৰু কামৰূপী উপভাষাৰ মাজত ফুল, ফল, মাছ, জীৱ জন্তু, বাচন-বৰ্তন, সম্বন্ধবাচক শব্দ, বিয়া-বাক, তাঁত-শাল; আন বিশেষ্য, বিশেষণ, ধাতু আদিৰ ক্ষেত্ৰত বিভিন্ন শব্দৰ প্ৰয়োগ দেখা যায়। তলত প্ৰত্যেকৰে উদাহৰণ দিয়া হ'ল :

| মান্য ভাষা | কামৰূপী উপভাষা |
|---|---|
| নেমু টেঙা | ভুইয়া-টেঙা |
| জলকীয়া | ভোজলুক |
| অমিতা | মোদফল, মোইদফাল |
| মধুৰী-আম | উইৰাম, সোফ্ৰাম, সোইফ্ৰাম |
| ৰবাব-টেঙা | হুকমা-টেঙা, বাঙল-টেঙা |
| শেৱালী ( ফুল ) | পাইনপেলী, পানপিপেলী |
| গেদগেদা | ঘুমেথাইতী, কাঞ্চনমতী, ভেঁহেৰী, ধেঁহেৰী, সথ্লী, সথাগেলী, ঘাগচী |
| খিহা ( মাছ ) | নিহ্লা |
| পকৰা | পিপ্ৰা, পিপাৰ, ( পু. অ. পিপ্পৰা ) |
| পখিলা | চক্ৰী<চক্ৰ-ইকা |
| পাহৰি | ৰবা, বাবা<ৰবাহ |
| পইতা-চোৰা | তেল-ভোকা, তেল-ভালুকী |
| পুৰৈ ( শাক ) | পুঁই<পুতিকা |
| মাটিকাছুৰী | মেথেইলা |
| কেৰাহি | কৰে<কটাহ ইক, লহ্ৰা<লোহ-ভাণ্ড |
| পটা-ঘটি | পাট্কু |
| বৈলা | বোঠি<উপবিষ্ট |
| চখিয়া | জাবাৰ |
| ককালেভঙা | |
| আইতা | আবু |
| নঁৰা | আপা<আপ্ত |

| মান্য ভাষা | কামৰূপী উপভাষা |
|---|---|
| ছোৱালী | আপী |
| দৰা | বৰ<বৰ |
| জোৰা নাম | খিচা নীদ |
| উকলি পু অ উলাউলি ( মনকৰ দুৰ্গাবৰ ) | জকাৰ<জয়-কাৰ, পু অ জয় জকাৰ ( মনকৰ ) |
| জোবোণ | তেলৰ ভাৰ |
| দোৰপতি | দহা'তনি |
| চৌলোঠা | গাবি পু অ গাণ্ডি |
| একাঠ | ওভ উভ |
| পিৰালি | কাথি |
| মিঁতিৰ | কুৰ'মা<কুটুম্বক |
| শপত | কিৰা<ক্রিয়া |
| চুটী | খাটা |
| চৌপনি | ঘুমটি<ঘূর্ণবৃত্ত-ইক, পু অ ঘুমটি |
| বেণী | ভেলে |
| বে'গত | জলে |
| সঁচ | বিধান<বীজ+ধান্য |
| চেঁচ' | ডেকী |
| ভাল | ঠানি |
| ধুনীয়া | ঠৌগা |
| কোঠা খোটালি | পোলি<প্রতোলী>প্রা পওলী |
| খোনা | বকৃৰা<বৰ্কৰক |
| ভূৰ | ভেল<ভেল |
| বিন্না | শেতলী<শ্বেত-তলিকা |
| মুখ√খো | অচা<আ-চম্ |
| √লেল | কুঁৱা√হ, কি'ৱা√হ |
| √ভিত | √জিক, √ভিজ |
| মুৰ√আঁচোৰ | মুৰ<চুচ |
| √খোঁচ | √হিংকা<শিং<শৃঙ্গ, ইত্যাদি |

৮০ কামৰূপী উপভাষাৰ কিছুমান আঞ্চলিক ৰূপ পোৱা গৈছে। সেইবোৰক পশ্চিম, মধ্য, আৰু দক্ষিণ-অঞ্চল বুলি তিনিটা ভাগত ভগোৱা হৈছে। বৰপেটা আৰু ওচৰ-পাজৰৰ ঠাইবোৰক লৈ পশ্চিম-অঞ্চল, নলবাৰী আৰু ওচৰ-পাজৰৰ ঠাইবোৰক লৈ মধ্য-অঞ্চল, আৰু ব্ৰহ্মপুত্ৰৰ দক্ষিণ-পাৰৰ ছয়গাওঁ-বকো অঞ্চল বা দক্ষিণ-অঞ্চল। এই আঞ্চলিক ভেদবোৰ প্ৰধানতঃ ধ্বনিমূলক। কিন্তু মধ্য আৰু পশ্চিম-অঞ্চলত ৰূপমূলক আৰু শব্দমূলক পাৰ্থক্যও দেখা যায়। তলত কেইটামান উদাহৰণ দিয়া হ'ল :

| | | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| (ক) | অ : আ : | ককাল | কাকাল |
| | | কপাল | কাপাল |
| | | ডাঙৰ | ডাঙৰে, ডাঙে, |
| | | বৰা | বাৰ |
| | | বতাহ | বাতাহ |
| | অ : উ : | ওখ | উখ |
| | | গৰ | গুৰ গুৰি |
| | আ : অ : | কঠাল | কঠল |
| | | কলাহ | কলহ |
| | | চতাল | চতল |
| | | জকাৰ | জকৰ |
| | | পাৰা | পাৰ |
| | আই : অউ | তাইলা | তাউলা |
| | ও : উ : | কোক | কুক |
| | | জোক | জুক |
| (খ) | | শাইলথা | শালকা |
| | | ভাউইৰা | ভাউৰা |
| | | খাউইৰা | খাউৰা |
| (গ) | খান : খেন : | ইখান | ইখেন |
| | খোৰ : খৰ | জোক-খোৰ | জুক খৰ |
| | ধোৰ : ডেল | মালা-ধোৰ | মালা-ডেল |
| (ঘ) | | শাউহাক ‘শাহুৱেক’ | শাহেক |
| | | ভায়াক ‘ভায়েক’ | ভাএক |

| | | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| (ঙ) | হানা : আহন : | দাদা-হানা | দাদা-আহন |
| | | সোধি-হানা | সোধি-আহন |
| | ঠৈৰ : আঁহাৰ | মমা-ঠৈৰ | মামা-আঁহাৰ |
| (চ) | | তুহ্‌না | তুহন |
| | | এহ্‌না | আহন |
| (ছ) | | তুমি খ | তুমি খাউৰা |
| | | তুমি শুনা | তুমি শুনা |
| | | তুমি য | তুমি যাউৰা |
| (জ) | | তঁই খাইছাহ | তঁই খাইছা |
| | | তঁই শুইন্‌ছাহ | তঁই শুন্‌ছা |
| | | তুমি খাইছ | তুমি খাইছা |
| | | তুমি শুইনছ | তমি শুনছা |
| (ঝ) | | বোইব্‌বা | বোৱবা |
| | | ধোইব বা | ধোব্‌বা |
| | | জাইন্‌বা | জান্‌বা |
| | | চায় | চাইম |
| (ঞ) | | অইাই | অহেঁ |
| | | সইাই | সহেঁ |
| | | এনাই | এনে |
| | | কেনাই | কেনে |
| | | এহ্‌কে | এনকে |
| | | ইতা | এথেন |
| | | কেইতা | কেথেন |
| (ট) | | ডোজলুক | ডিজালুক |
| | | পিপ্‌বা | পিপাৰ |
| | | মেটক্ৰী | মেক্ৰী |
| | | চৰা | চাৰ |
| | | আক | এক |
| | | কবে, লহবা | পাইলা |

| মধ্য-অঞ্চল | পশ্চিম-অঞ্চল |
|---|---|
| কাথ | আদ্‌ৰা |
| কাকে | ফণি |
| চাত্তি | পেচ |
| ভিল | খাখা |
| চাক্‌না | ওৱাৰ |
| পোন্ত, পেক | উকা |
| সৰ্‌ত্তা | পচ, পইচ |
| উকা | ডকা, বত্তি |
| উখা | পখে |
| সান্দাহ খুন্দ্‌ | সান্দাহ কুত্‌ |
| চাউল কাৰ্‌ | চাউল চৰ্‌ |

৮০। 

| | মধ্য-অঞ্চল | দক্ষিণ-অঞ্চল |
|---|---|---|
| (ক) | টেঙা | টেঁকা |
| | বাঙা | বাঁগা |
| | ভাঙাৰ | ভাটাৰ |
| (খ) জ: ঝ: | জোক | ঝুক |
| | জাল | ঝাল |
| | জালা | ঝালা |
| (গ) ঠ: চ: | মমা-ঠেৰ | মামা-চেৰ |
| | মামা-ঠেৰ | মামা-চেৰ |
| (ঘ) | মাক | মিয়াক |
| | ভাক, ভায়াক | ভিয়াক |
| (ঙ) | সি খালাক | সি খায় |
| | সি কলাক | সি কয় |
| (চ) | সোইক্‌বাৰ | উইবাৰ |
| | জুংতি | ঝুঙনি |

৮১. অসমৰ উজনি-অঞ্চলৰ উপভাষাটোৰো সুকীয়া ৰূপ কিছুমান আছে। উদাহৰণস্বৰূপে, খোৰ, ভোৰ , ৰহা, ৰহাঁ , খোৱা, খোঁৱা , ও→উ ( যোৰহাট, যুৰহাট )

আদি ৰূপমূলক আৰু ধ্বনিমূলক পাৰ্থক্যবোৰলৈ আঙুলিয়াব পাৰি। শব্দমূলক পাৰ্থক্যও ওলাব।

৮২ কামৰূপৰ কোনো কোনো ঠাইত দুটা আঞ্চলিক ৰূপ বা দুটা শাখা উপভাষাৰ বৈশিষ্ট্য মিহলি হোৱা দেখা যায়। কোনো ঠাইত আকৌ তাৰ মাজতে সুকীয়া কিছুমান ৰূপ ধৰা পৰে। তাৰ ভিতৰত বামদিয়া গাওঁৰ এখন। ইয়াৰ ভাষাত ধ্বনি-তত্ত্ব ৰূপ-তত্ত্ব, আৰু শব্দ-মালাৰ ক্ষেত্ৰত কেইবাটাও বৈশিষ্ট্য আছে। ধ্বনি তত্ত্বৰ পিনৰ পৰা (ক) 'ন'ৰ ঠাইত 'ল' আৰু 'ল'ৰ ঠাইত 'ন'ৰ প্ৰয়োগ মন কৰিবলগীয়া; যেনে, ম অ গেলু>গেনু ধুলু>ধুনু> , দুখুনী>দুখুলী। (খ 'উ'ৰ ঠাইত 'ও', যেনে, পুব>পোব, যুগ>যোগ। (গ) আগৰ অক্ষৰত-ই থাকিলে শেষৰ 'আ'ৰ ঠাইত 'এ' হয়, যেনে, কুইচা কুইচে চিকা>চিকে, ইত>ইতে। কিন্তু বুৰা (বুঢা) >বুৰো, উঘা>উঘো, ভোকা> ভোকো নাৰা নাৰো। (ঘ) 'এ'ৰ ঠাইত 'এই'—হিলে> হিলেই, আখে>আখেই। (ঙ) শব্দৰ শেষত দ্বি স্বৰ-ধ্বনি 'ঐ'ৰ ব্যবহাৰ, যেনে, খৈহ্লে> খলৈহ, খলিহৈ (মা অ)। (চ) শ, ষ, আৰু স'ৰ 'খ' ৰূপ প্ৰয়োগ, যেনে আশীৰ্বাদ>আখিৰ্বাদ, ঋষি>খিখি, প্ৰসাদ> পৰখাদ। প্ৰাচীন অসমীয়াত বিশেষকৈ হেম সৰস্বতীৰ ৰচনাত এই বৈশিষ্ট্য আছে।

৮২ ১ ৰূপ-তত্ত্বৰ ফালৰ পৰা এই অঞ্চলৰ ভাষাৰ বৈশিষ্ট্য কেইটামান হ'ল:

(ক) অসমাপিকাৰ প্ৰত্যয় 'ই'ৰ সংযোগৰ পাছত শব্দটোৰ ৰূপ যেনে, কোৰি>কোইৰা কৰিয়া, লৈ>লইয়া, কৈ>কইয়া।

(খ) শব্দ বিভক্তি যোগ হোৱাৰ আগত মূলৰ পাছত 'এ'ৰ সংযোগ আৰু পূৰ্ববৰ্তী অক্ষৰত উচ্চ স্বৰ-ধ্বনি থাকিলে তাৰ 'ই'লৈ পৰিবৰ্তন, যেনে, বাঁহোৰ> বাঁহেৰ, ঘৰোক>ঘৰেক, দিনোত> দিনিত, টেবুলোত>টেবুলিত।

(গ) নিৰ্দিষ্টতাবাচক প্ৰত্যয়-টা: যেনে, কোইনা-টুক, কোইনা-টাক, কুন-টু> কোন-টা, কোনটো (মা অ)

(ঘ) বহুবচনাৰ্থক মাখা-শব্দৰ চুবা বা পাড়া অৰ্থত ব্যৱহাৰ, যেনে, বেজ-চেৰ-মাখা (বেজঠৰ চুবা)

(ঙ) সৰ্বনামৰ ক্ষেত্ৰত মইৰ ঠাইত মুই আমুৰ ব্যৱহাৰ। সেইদৰে তই> তুই, এমৰা (ইহঁত, এওঁলোক), তেমৰা (তেওঁলোক), তুমৰা (তোমালোক)।

৮২ ২ শব্দ-মালাৰ দৃষ্টিৰে চালেও সুকীয়া শব্দ কিছুমান পোৱা যায় যেনে, লানি (কুঁৱা), পান (ভায়োলধুন্দা-মাৰি), মোচ্কা (পামোচা), খোপা (নাৰ্জী-ফুল), পোলু (এৰা-গছ), নবাগ (বৰাৰ)—টেঙা, দেহজুৰ-আলু (মাটিৰ তলত হোৱা

বগা বসাল কেঁচাই খোৱা আলু এবিধ), বাতন (বিতৰণ), লুচোলি (ঘৰ-মচা লেছা), তেল-চোবা (পঁইতা-চোবা), ঢেকিলা (ঢেঁকীশাল) ইত্যাদি। শব্দৰ অৰ্থৰ পৰিৱৰ্তনৰ দুই-এটা ভাল উদাহৰণ পোৱা যায়, যেনে, সাগৰ = নৈ (তু গৌৰী-সাগৰ। ইয়াত সাগৰ-শব্দৰ অৰ্থ পুখুৰী)। প্ৰাচীন অসমীয়াত সাগৰৰ নৈ অৰ্থও আছে: "সাগৰৰ ঢৌৱে মোৰ শৰীৰ ভিজিল আহাৰে"— দুৰ্গাবৰ। এইখিনিতে বামদিয়া অঞ্চলৰ ভাষাৰে সৈতে মনকৰ আৰু দুৰ্গাবৰৰ ভাষাৰ দুই—চাৰিটা সাদৃশ্য মন কৰিব পাৰি, যেনে, আতাই মোকে লৈয়া জাব ঘৰে (মনকৰ)। হাৰি ঘাটে বৈয়াৰে বেহুলাক পাবে ভাক (দুৰ্গাবৰ)। কাঙ্কে কৰিয়া দুৰ্গা বিৰচিলা কেশ (মনকৰ)।

৮৩ বামদিয়া অঞ্চলৰ পৰা বামুন্দী লাহ, শ্ৰীগাটী আদিলৈ গ'লে কামৰূপৰ মধ্য-অঞ্চলৰ ভাষাৰ ঠাঁচ বেছি পোৱা যায়। অৱশ্যে মাজে মাজে তাত পশ্চিম অঞ্চলৰ ঠাঁচো মিহলি হৈছে। তথাপি শব্দমালাৰ ক্ষেত্ৰত সুকীয়া প্ৰয়োগ কিছু-মান আছে। তেনে কেইটামান শব্দ হ'ল: সচাঙ> সংসঙ্গ (নাম-ঘৰ), মাৰুক (কলেৰা), লোইহা (লহৰা ম অ কেৰাহি মা অ), হুকুমা, ধপা (বৰাব-টেঙা), ভূতা (উক্ৰা, ম অ, জুমুঠি মা অ,), ইতৰ (সাধাৰণ), বোলুকা (ভূমিকম্পত মাটি ফুটি ওলোৱা বালি, বোকা আদি ম অ ভৰ্‌কা)। সৰ্বনামৰ ভিতৰত তমেৰা, তুমৰা, তুমুৰা আদি ৰূপ পোৱা যায়। এই শব্দবোৰৰ ৰা-অংশটো যে বহুবচনাত্মক তাত সন্দেহ নাই। প্ৰাচীন অসমীয়াতো ইয়াৰ ব্যৱহাৰ আছে। ৰাম সৰস্বতীৰ জংঘাসুৰ বধত ভীম, অৰ্জুন, আৰু নকুলক জংঘাসুৰৰ দূতে কৈছে গৈ: ৰাজ-আজ্ঞা মানি তোৰা উঠিয়ো তুৰিতে ॥ ২৬ ॥ আকৌ: পৰম ধাৰ্মিক তোৰাসব পাণ্ডুগণ ॥২০২॥ ইয়াত দুবাৰ বহু-বচনৰ প্ৰত্যয় যোগ হোৱা দেখা গৈছে।

৮৪, অসমৰ ভিতৰত প্ৰথম বিখ্যাত গাওঁ হৈছে শুৱালকুছি। ইয়াক এখন সৰু চহৰ বুলি ক'ব পাৰি। ইয়াত বহুতো জাতিৰ মানুহ আছে। সেইবোৰৰ প্ৰত্যেকৰে ভাষাৰ সূক্ষ্ম অনুসন্ধান কৰিব পাৰিলে ভাষাৰ পিনৰ পৰা ভাল আলোচনা এটা হ'ব পাৰে। জাতিগত ভাষাৰ কথা এৰি সাধাৰণ, গাঁৱত থকা (বাহিৰত বেছি নুফুৰা) বয়সিয়াল, পঢ়া-শুনা-নজনা লোকেৰে সৈতে কথা-বতৰা পাতিলে এই অঞ্চলৰ ভাষাৰ কেইটামান সুকীয়া ৰূপ ওলাই পৰে। ধ্বনি তত্ত্বৰ ক্ষেত্ৰত বিশেষ মন কৰিবলগীয়া কথা হৈছে 'ৰ' আৰু ল-ধ্বনিৰ সলনা-সলনি। কিছুমানৰ ভাষাত 'ল'ৰ ঠাইত বেছিভাগতে 'ৰ' শুনা যায়, যেনে' কুলা>কুৰা, থল>থৰ। কিছুমানৰ ভাষাত হ'লে ৰ>ল। শুৱালকুছিৰ ৰভাৱ-কৰিব আখ্যা দিব পৰা শ্ৰীমধুৰী কলিতাৰ

(ভাউৰা বুঢ়ী) দেহবিচাৰমূলক গীত এটাত পোৱা যায়: হাবিৰ মলা (মৰা) খোৰি, নাবান্ধ বলোস্কোৰি (বৰকৈ), পুৰিলি হৈ যাই ছাই। মৰাটো মোৰিলে নাকান্দ বালেকোৰি বৰকৈ) কান্দিলে পাবলৈ নাই। আকৌ: পৰ্বতৰ কাণে কাণে কোইলা গোলুৰ (গৰু'ৰ) হালা (হাড়), তুহুনাৰ জালোৰ (জাৰৰ) দিনোত ঘুমবাৰ নাই ধাবা। ধ্বনি-তত্ত্বৰ আন এটা মন কৰিবলগীয়া কথা হৈছে প্ৰায় সকলোৰে মুখত শুনা গেল (gel) শব্দ। চৰ্য্যা-পদত আছে: সুসুৰা নিদ গেল বহুড়ী জাগঅ (চৰ্য্যা ২)।

৮৪। ৰূপ-তত্ত্বৰ ক্ষেত্ৰত বহু বচনৰ প্ৰত্যয়-হামাৰা (হামৰা ম অ) এটা স্পষ্ট প্ৰয়োগ। ব্যক্তিগত নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ ক্ষেত্ৰত পিতক, ভায়ক, জিয়ক, আয়ক, বোইনক আদিৰ প্ৰয়োগ বিশেষ উল্লেখযোগ্য। মনকৰাতো এনে প্ৰয়োগ আছে: "মায়ক উক্কিয়া ভৈলা মানসাই নাম।" ক্ৰিয়া-বিশেষণ কিছুমানেও সুকীয়া ৰূপ লৈছে, যেনে, ইথন (এতিয়া), তিথন (তেতিয়া), কিথন (কেতিয়া), কিথন্ধ (কেতিয়াবা) ইত্যাদি। শব্দ প্ৰয়োগৰ ক্ষেত্ৰত আই-ফুল (দোৰোণ-ফুল), ফিৰমিতা (ফিৰিঙতি), ভোজ-পাত (মাহপাত ম অ তেজ-পাত মা অ), শানিল (শান+শিল), কচ্চোলি (কৰাচ ম অ চেতা মা অ), নৰজ (গাৰি ম অ টোলোঠা মা অ.), দিপচোখু (দীপ-চক্ষু, চছমা) ইত্যাদি। শব্দাৰ্থৰ পৰিবৰ্তনৰ এটা উদাহৰণ হৈছে 'কোইনা' শব্দটো। মাছুৱেকে বোৱাৰীয়েকক কোইনা বুলি মাতে, যদিও বোৱাৰীয়েক সদায় কইনা হৈ নাথাকে।

৮৫ মঙল'ৰ অঞ্চলৰ ভাষা: কামৰূপৰ বিভিন্ন অঞ্চলৰ ভাষাৰ কিছুমান সুকীয়া ৰূপ থকাৰ দৰে মঙলদৈ অঞ্চলৰ ভাষাটোৰো বৈশিষ্ট্য কিছুমান দেখা যায়। ইয়াতো নানা স্থানীয় উপভাষাৰ বৈশিষ্ট্যৰ সংমিশ্ৰণ ঘটিছে। কামৰূপী উপভাষাৰ মধ্য, পশ্চিম, আৰু দক্ষিণ অঞ্চলৰ কিছুমান বৈশিষ্ট্যৰ মিশ্ৰণৰ উপৰি ইয়াত আছে মান্য ভাষাৰ বৈশিষ্ট্য কিছুমানৰ ব্যৱহাৰ।

উদাহৰণ:

| কাম | মঙল | মা অ. |
|---|---|---|
| বাজা | বাজা | বজা |
| আণ্ডাৰ | আণ্ডাৰ | এন্ডাৰ |
| আন্ধাৰ | আন্ধাৰ | এন্ধাৰ |
| চাকা | চকা | চকা |

| কাম | মঙল | মা অ. |
|---|---|---|
| কাণা | কণা | কণা |
| দাখাল | দীঘল | দীঘল |
| মৰাণ | মৰণ | মৰণ |
| কঙা | কোঙা | কোঙা |
| পাইনা | পানীয়া | পনীয়া |
| সণা | সোণ | সোণ |
| কাইজা | কাজিয়া | কাজিয়া* |

ইপিনে এইবোৰৰ লগত আছে কিছুমান এই অঞ্চলৰ সুকীয়া ৰূপ। সেইবোৰ ধ্বনি তত্ত্ব, ৰূপ তত্ত্ব, শব্দ মালা আদি সকলো ক্ষেত্ৰতে সোমাই আছে। তলত তাৰ সংক্ষিপ্ত আলোচনা দাঙি ধৰা হ'ল। কামৰূপী উপভাষাৰ মধ্য অঞ্চলৰ স্থানীয় উপভাষাৰে সৈতে কোনো কোনো ঠাইত মঙলদৈ-অঞ্চলৰ ভাষাৰ মিল দেখা যায়। শব্দ-মালাৰ পিনৰ পৰা চালে দুয়ো ঠাইত কিছুমান এক শব্দৰ ব্যৱহাৰ হয়, যেনে বিধান, ডিমা, লোক, গোলি, আধইলা ছানা (পোৱালি, চাত্তি (চাকি), বেং মাৰে (মাৰৈ পুজা), হিংকা ৰৰা, পস্তৱ (সময়), তাংখু, মুইহ, বৰ (দৰা) হাথী ছোলি (সন্তান), কাথি (বাৰাণ্ডা), ইত্যাদি। কিন্তু কিছুমান শব্দ মঙলদৈ-অঞ্চলৰ সুকীয়া, যেনে, চুৰা (জুলীয়া গুড়), চুঙা-টোকন (খুন্দনা), লুৰা (খেৰৰ জুমুধি), কাম উক্ৰা, থুলা (ধপাত থোৱা সঁজুলি), কাম বেইহা, কোৰা (নাৰিকলৰ বোৰোকা), জগা (গোহালিত দিয়া ধোঁৱা) কাম থুপা, ভূমুক (ভূমিকম্পত মাটি ফুটি ওলোৱা বালি, পানী ইত্যাদি), কাম ভৰকা, গাটোকা (গামোচা), কাম মুকচা মাটিখাইতী (গেদগেদী), কাম সথলী, পিক-বাটি, কাম পিক-দানি, মহ খুন্দা কাম মাহাহো, চুৰেনতোলি (চুৰা-পাতনি) কাম চুৰইনা ইত্যাদি।

৮৫ ১ ধ্বনি-তত্ত্বৰ ফালৰ পৰা চালে দুয়ো অঞ্চলৰ ভাষাৰ মাজত কিছুমান পাৰ্থক্য দেখা যায়। উদাহৰণ:

| কাম | মধ্য-অঞ্চল | মঙলদৈ-অঞ্চল |
|---|---|---|
| অ : ও | ভখ | ভোখ |
| | কদাল | কোদাল |

* এই শব্দবোৰ শ্ৰীককণাসিন্ধু ৰাজখোৱাৰ 'মঙলদৈৰ কথিত ভাষা' নামৰ প্ৰবন্ধ এটাৰ পৰা লোৱা হৈছে।

| কাম মধ্য-অঞ্চল | | মঙলদৈ-অঞ্চল |
|---|---|---|
| | ডুপা ( ভোম ) | ডোপা |
| | চণ্ডাল | চোণ্ডাল |
| | পণ্ডা-ভাত | পোণ্ডা-ভাত |
| অ্আ : অঅ | কঠাল | কঠল ( কাম প অ. কঠল ) |
| আ : এ : | আক | এক ( কাম প অ, মা অ এক ) |
| আআ : অআ : | ছাতা ( ছাতি | ছতা |
| | পাঠা | পঠা ( মা অ পঠা ) |
| | মালা | মলা |
| | খাদা | খদা |
| | মাধা | মধা ( মা অ মধা ) |
| এ' : এ | গে'ল | গেল ( কাম দ অ. গেল ) |
| জ : ঝ : | জাপি | ঝাপি ( কাম প অ ঝাপি ) |
| | জকৰা-ভাত | ঝকৰা ভাত |
| মধ্য-স্বৰ লোপ : মধ্য স্বৰ-আগম : | | |
| | নিচ লা ( মাছ ) | নিচিলা |
| | পিপ্ ৰা | পিপিৰা |
| | কটৰী | কটেৰী |
| | কুম্‌ৰা | কুমুৰা |
| মধ্যৱৰ্ত্তী আ : অ : | উধান | উধন |
| | ভপাত | ভপত |

৮৫.২ ৰূপ-তত্ত্বৰ ক্ষেত্ৰত মঙলদৈৰ ভাষা আৰু কামৰূপীৰ মধ্য অঞ্চলৰ ভাষাৰ মাজত কিছুমান সাদৃশ্য আছে। উদাহৰণস্বৰূপে এই প্ৰত্যয়বোৰ দুয়ো অঞ্চলত একে : বহু-বচনৰ প্ৰত্যয়—হাত,—গিলা,—ঠে, নিৰ্দিষ্টভাবাচক খান-খোৰ, কৰণ-কাৰকৰ বিভক্তি - দি। দুয়ো অঞ্চলৰ কিছুমান পাৰ্থক্যও আছে, যেনে,

| কাম মধ্য-অঞ্চল | মঙলদৈ-অঞ্চল |
|---|---|
| নিলাক | নিলা |
| দিলাক | দিলা |
| খালাক | খালা |

| কাম. মধ্য-অঞ্চল | মঙলদৈ-অঞ্চল |
| --- | --- |
| পাবাহ্ | পাব |
| কৰে | কৰেই |
| সুধে | সোধেই |
| ( তঁই ) যাহ | যা |
| ( তুমি ) খ | খা |

৮৫ ৩ মঙলদৈ অঞ্চলৰ ভাষাৰ এটা বিশেষত্ব হৈছে ভুচ্চার্থ আৰু প্ৰাম্যার্থৰ ক্রিয়া-বিভক্তিৰ ক্ষেত্ৰত পার্থক্যহীনতা। এই অঞ্চলৰ ভাষাৰ বৰ্ণৰ বিভিন্নতা অনুযায়ী শব্দবোৰৰ ধ্বনিগত ভিন্নতা কিছু আছে। ব্যাস-পাৰাৰ 'ঠাৰ' বা গুপ্ত ভাষাটো এই অঞ্চলৰ ভাষাৰ এটা উল্লেখযোগ্য ভাষা *। ওপৰৰ আলোচনাৰ পৰা ক'ব পাৰি যে মঙলদৈ-অঞ্চলৰ ভাষাত অসমীয়া ভাষাৰ কিছুমান স্থানীয় উপভাষাৰ সংমিশ্ৰণ ঘটিছে আৰু আন অঞ্চলৰ কিছুমান স্থানীয় আৰু সুকীয়া বৈশিষ্ট্য থকাৰ নিচিনা ইয়াতো কিছুমান সুকীয়া ৰূপ ৰক্ষিত হৈছে। গতিকে ইয়াক এটা সুকীয়া উপভাষা নুবুলি স্থানীয় উপভাষা বুলি ক'লেহে সমীচীন হ'ব।

## গোৱালপৰীয়া দেশী উপভাষা

৮৬ অসমীয়া ভাষাৰ মূল আৰু বুৰঞ্জী বুজিবলৈ হ'লে অসমৰ অবিভক্ত কামৰূপ আৰু গোৱালপাৰা জিলাৰ কথিত ভাষাৰ অধ্যয়ন অপৰিহাৰ্য। ডঃ কাকতিয়ে অভিমত প্ৰকাশ কৰা অনুযায়ী "গোৱালপাৰা জিলাত কথিত ভাষাৰ লগত ৰাজবংশী উপভাষাৰ যথেষ্টৰূপে মিশ্ৰণ ঘটা যেন লাগে। এই ৰাজবংশী উপভাষাটো কোচবিহাৰৰ কোচ ৰজাসকলৰ দিনত ক্ৰমবিকশিত হৈছিল।[৬৮] ডঃ বীৰেন্দ্ৰনাথ দত্তই গোৱালপৰীয়া উপভাষা সম্পৰ্কে দাঙি ধৰা বিজ্ঞানসন্মত চমু পৰিচয় এটাত[৬৯] গোৱালপৰীয়া উপভাষাক দুটা প্ৰধান আঞ্চলিক ৰূপত ভাগ কৰিছে। তাৰ এটা হ'ল পূব-অঞ্চলৰ ৰূপ আৰু আনটো পশ্চিম আৰু দক্ষিণ-পশ্চিম-অঞ্চলৰ ৰূপ। গ্ৰিয়াৰ্চনে তাহাৰে এই ৰূপটোক ৰাজবংশী ভাষা বুলি কৈছে।[৭০] ডঃ দত্তই গোৱালপাৰাৰ লোকসকলে এই ভাষাটোক

* দ্ৰষ্টব্য: লেখকৰ ভাষা-বিজ্ঞান

৬৮ Kakati, B A F.D, 1941 § 34

৬৯ The Assam Academy Review No. 1, 1971

৭০ "The dialect of western and south western Goalpara is pure Rajbangshi"

'দেশী কথা' নাইবা গোৱালপৰীয়া ভাষা বুলিহে কয় বুলি উল্লেখ কৰিছে। গোৱালপাৰা জিলাৰ স্থানীয় লোকসকলে ভাষাটোক 'দেশী-ভাষা' বুলি কোৱাহে শুনা যায় "পুৰণি কামৰূপ-ৰাজ্যৰ পুৰণি কামৰূপী বা পুৰণি অসমীয়া ভাষাকেই পুৰণি কামৰূপ-ৰাজ্যৰ পশ্চিম অঞ্চলৰ লোকে 'দেশী-ভাষা' বোলে।[৭১] গোৱালপৰীয়া ভাষাটোক ৰাজবংশী' বোলাৰ বিশেষ যুক্তি নাই। গৌৰীপুৰ আৰু ইয়াৰ ওচৰ-পাজৰ-অঞ্চলত কোৱা ভাষাটোৱে গোৱালপৰীয়াৰ পশ্চিম-অঞ্চলৰ ৰূপৰ প্ৰতিনিধিত্ব কৰিছে। এইটোৱে 'দেশী-ভাষা'। এই স্থানীয় ৰূপটো অকল ৰাজবংশী সম্প্ৰদায়ৰ লোকসকলৰ মাজতে সীমাবদ্ধ নহয়, ই সকলো সম্প্ৰদায়ৰ লোকৰ কথিত ভাষা। এই ৰূপৰ প্ৰৱাহটোৱে গোৱালপাৰা-জিলাৰ আন আন অঞ্চলতো বিস্তৃতি লাভ কৰিছে আৰু বিভিন্ন অঞ্চলত সেই ৰূপৰ কিছু পৰিবৰ্তনে দেখা দিছে। (অবিভক্ত) গোৱালপাৰা-জিলাৰ পশ্চিমৰ পৰা পূবলৈকে এই ভাষাটোৰে গতি কৰি কামৰূপী উপভাষাৰে সৈতে মিলিছে।

৮৭ গোৱালপৰীয়া উপভাষাটোক দুটা ভাগত প্ৰধানকৈ ভাগ কৰিব পাৰি—পশ্চিমৰ গোৱালপৰীয়া আৰু পূবৰ গোৱালপৰীয়া। পশ্চিমৰ গোৱালপৰীয়াই ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়ো পাৰ জুৰি আছে। পূবৰ গোৱালপৰীয়াৰ ক্ষেত্ৰতো একে কথা। পূব গোৱালপৰীয়া বিভাগটো ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ বিলাসীপাৰাৰ পৰা আৰম্ভ কৰি বিজনীলৈকে আৰু দক্ষিণ-পাৰৰ লক্ষীপুৰৰ পৰা আৰম্ভ কৰি দুধনৈলৈকে বিয়পি আছে। পূব-গোৱালপৰীয় আৰু পশ্চিম গোৱালপৰীয়া বিভাগ দুটাৰ প্ৰত্যেককে আকৌ দুটাকৈ ভাগত ভাগ কৰিব পাৰি। পশ্চিমৰ গোৱালপৰীয়াক পশ্চিম-পশ্চিমীয় আৰু পশ্চিমীয় আৰু পূব-গোৱালপৰীয়াক পশ্চিম-পূৰ্বীয় আৰু পূৰ্বীয় বুলিব পাৰি। গোৱালপৰীয়াৰ পশ্চিমৰ বিভাগটো লক্ষীপুৰ, বিলাসীপাৰা, আৰু মুখী গাঁও অঞ্চল-লৈকে বিস্তৃত। লক্ষীমপুৰ বিলাসীপাৰা, শালকোচা, চাপৰ, আৰু মুখী গাঁও-অঞ্চল পশ্চিম পূৰ্বীয় বিভাগৰ অন্তৰ্গত। বাসুগাঁও বঙ্গাইগাঁও, বিজনী, কৃষ্ণাই, আৰু দুধনৈ-অঞ্চল পূৰ্বীয় বিভাগৰ ভিতৰুৱা।

৮৮ পশ্চিম গোৱালপৰীয়া বা 'দেশী ভাষা'টো এটা মহত্বপূৰ্ণ উপভাষা। কামৰূপী উপভাষা আৰু উত্তৰ বঙ্গৰ ভাষাৰ লগতো ইয়াৰ নিচিগা সম্বন্ধ,[৭২] কাৰণ

---

৭১ শ্ৰীশুভানন্দ চক্ৰৱৰ্তী : গোৱালপাৰা-জিলাৰ সাহিত্য চৰ্চা আৰু লিখকগোষ্ঠী: স্মৃতি-গ্ৰন্থ, অ সা সভা, ধুবুৰী, ১৯৭২

৭২ দ্ৰষ্টব্য . উত্তৰ-বঙ্গ আৰু পশ্চিম-অসমৰ ভাষা

'প্ৰাচীন কামৰূপে কোচবিহাৰকে ধৰি সমগ্ৰ উত্তৰ-বঙ্গ আৰু ৰংপুৰ আৰু জলপাইগুৰি-জিলাকো সামৰি লৈছিল'। অসমীয়া প্ৰাক-বৈষ্ণৱ, বৈষ্ণৱ, অনা-বৈষ্ণৱ আদি সাহিত্যাই এই ভাষাটোৰ প্ৰচুৰ চানেকি সামৰি থৈছে। প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰকৃত অৰ্থ বুজিবলৈ হ'লে গোৱালপৰীয়া ভাষাৰ জ্ঞান অপৰিহাৰ্য। 'গোৱালপাৰাৰ পুৰণি বিৱৰণ' নামৰ প্ৰবন্ধত আনন্দচন্দ্ৰ আগৰৱালাই লিখিছে: "অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাসত মহাৰাজা নৰনাৰায়ণৰ নাম চিৰকাল সোণালী আখৰেৰে জিলিকি থাকিব। তেওঁৰ ৰাজত্ব কালত ৰচা পুথিবিলাক আজিও আমাৰ সাহিত্য উঁৰালত ৰত্নৰ দৰে জিলিকি আছে। সেইবিলাক পুথিৰ ভাষাই প্ৰাচীন কামৰূপৰ ভাষা আৰু সেই ভাষাকে আমি এতিয়া অসমীয়া ভাষা বুলিছোঁ—ৰংপুৰ, জলপাইগুৰি আৰু কোচবিহাৰৰ মাতৃ-ভাষা প্ৰকৃততে কামৰূপীয়া বা অসমীয়া।"

৮৯ গোৱালপৰীয়া ভাষাৰ অধ্যয়নে অসমীয়া ভাষাসম্পৰ্কীয় বহুত নতুন কথাবো সম্ভেদ দিছে আৰু অসমীয়া ভাষা সম্পৰ্কে দিয়া বহুতো মন্তব্যৰ সাল-সলনিবো আৱশ্যক হৈ পৰিছে। সাধাৰণতে অসমীয়া ভাষাত তালব্য ধ্বনি, দন্ত্য-মূৰ্ধন্য ধ্বনিৰ পাৰ্থক্য আদি নাই বুলি কোৱা হয়। 'দেশী-ভাষাত' তালব্য চ, ছ, জ, ঝ, শ, মূৰ্ধন্য ট, ঠ, ড, ড়, ঢ, দন্তমূলীয় ত থ দ, ধ, ন, স আদি বিশিষ্ট-ধ্বনি। কামৰূপী আৰু মান্য ভাষাত বহুলৰূপে ব্যৱহাৰ হোৱা 'স' ধ্বনি 'দেশীভাষা'ত নাই। মাগধী প্ৰাকৃতৰ এটা বিশিষ্ট লক্ষণস্বৰূপে সংস্কৃতৰ শ, ষ, স ধ্বনিৰ শ ধ্বনিলৈ পৰিৱৰ্তনৰ কথা কোৱা হয়। মগধীয় ভাষাহিচাপে অসমীয়া মান্য ভাষা আৰু কামৰূপী উপভাষাত ইয়াৰ চানেকি পোৱা নাযায়। গোৱালপৰীয়া ভাষাত হ'লে ইয়াৰ অনেক উদাহৰণ আছে, যেনে, শীত, মশক, মনুষ্য, মহিষ, হংস, সৰ্প, আদি শব্দ 'দেশী ভাষা'ত ক্ৰমে শিত্, মশা, মানুশ, মানশি, ভৈশ, মৈশ, হাশ্, শাপ আদি হৈছে। গতিকে অসমীয়া ভাষাৰ আঁতি-গুৰিৰ সন্ধানত 'দেশী-ভাষা'ৰ বৰঙণি নুই কৰিব নোৱাৰি। কোনো পুৰণি-পুথিৰ পাঠ-উদ্ধাৰৰ ক্ষেত্ৰতো 'দেশী-ভাষা'ৰ ধ্বনি-তত্ত্বৰ কথা অৱহেলা কৰিলে নচলিব। আনহাতে অসমীয়া শব্দ কিছুমানৰ ইতিহাস আৰু আঁতি-গুৰিৰ উদ্ধাৰত দেশী-ভাষা'ই সহায় কৰিব পাৰে। অসমীয়া আঁঠু শব্দটোক ডঃ কাকতিয়ে অষ্ঠীবৎ শব্দৰ পৰা অহা বুলি দেখুৱাইছে। 'দেশীভাষা'ত আঁঠু বুজাবলৈ হাটু, হাটুআ, হাঠু আদি ৰূপ পোৱা যায়। হাঠুৰ পৰা আঠু, আঁঠু হোৱাটোহে বেছি সম্ভৱপৰ। কিছুমান গীত-পদ, সাধু-কথা আদিত পোৱা কিছুমান শব্দৰ অৰ্থ গোৱালপৰীয়া ভাষাৰ অধ্যয়নে স্পষ্ট কৰি তোলে। আমাৰ সাধু-কথাত এটা 'শাৰো' শব্দ আৰু তুলসীৰ নামত এটা

'চান' শব্দ পোৱা যায়। গোৱালপৰীয়া ভাষাত শাবো মানে শালিকা চৰাই আৰু ঠাই এভোখৰক শুদ্ধ বা শুচি কৰিবলৈ ছটিওৱা গোবৰ-পানীৰ নাম 'সান'। আনন্দচন্দ্ৰ আগৰৱালাই বহু বছৰ আগতে এনে এটা মন্তব্য আগ বঢ়াইছিল: "নামনি-অসমত এনে কিছুমান শব্দৰ ব্যৱহাৰ আছে যিবিলাক উজনি-অসমত ব্যৱহৃত নহয়। আমাৰ মনেৰে গোটেই অসমৰ সাহিত্য-ৰাজ্যত পৰা যায় মানে সেইবিলাক শব্দৰ ব্যৱহাৰ হোৱা উচিত, যেনে উজনিৰ মানুহে পঙ্ক বা কৰ্দমক 'বোকা' বোলে। কামৰূপৰ মানুহে 'পেঁক' বোলে। গোৱালপাৰাৰ মানুহে কাদং' বোলে। এতিয়া বোকা, পেঁক' কাদং এই তিনিওটা শব্দ ব্যৱহাৰ কৰাৰ পৰা আমাৰ একো হানি নহয়। বৰঞ্চ তাৰ পৰা আমাৰ শব্দ সম্পদ বাঢ়িব।"[৭৩] 'দেশী ভাষা'ৰ শব্দ মালা, প্ৰৱাদ-বচন, সাঁথৰ আদি চালি-জাৰি চাই উপযুক্ত স্থানত ব্যৱহাৰ কৰিলে অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি বঢ়াৰ উপৰিও "অসমীয়া ভাষাই গোৱালপাৰাৰ ওচৰচুবুৰীয়া উত্তৰপূব-বঙ্গৰ ৰাইজকো আঁকোৱালি ধৰি ৰাখিব পাৰিব আৰু সেয়ে হ'লেহে পূৰণি কামৰূপ ৰাজ্যৰ মূল অংশই অসমক Home-land 'দেশ' হিচাপে পুনৰ আঁকোৱালি লব।"[৭৪] তলত গোৱালপৰীয়া 'দেশী ভাষা'ৰ এটা বিৱৰণ দাঙি ধৰা হ'ল। বিৱৰণটোত 'দেশী-ভাষা'ৰ বিশিষ্ট-ধ্বনিৰ প্ৰয়োগহে দেখুওৱা হৈছে।

৯০. ধ্বনি-তত্ত্ব: দেশী ভাষা'ত সাতোটা বিশিষ্ট স্বৰ-ধ্বনি আৰু উনত্ৰিশটা বিশিষ্ট ব্যঞ্জন ধ্বনি আছে। স্বৰৰ অনুনাসিকতাও বিশিষ্ট-ধ্বনি। সেইবোৰক অসমীয়া আখৰেৰে এনেধৰণে বুজাব পাৰি: অ, আ, ই, উ, এ', এ, ও ˜, ক, খ, গ ঘ, ঙ, চ, ছ, জ, ঝ, , ট, ঠ, ড, ঢ, ঢ, , ত, থ, দ, ধ, ন, প, ফ, ব, ভ, ম, ৰ, ল শ, স, হ।

৯০.১ বিশিষ্ট স্বৰ ধ্বনিবোৰৰ উদাহৰণ:

| | |
|---|---|
| /ই/ তিল | /অ/ তল |
| /এ/ তেলচোৰা 'পইতা-চোৰা' | /ও/ টোল |
| /এ/ তে'ল/তেল | /উ/ তুল্ |
| /আ/ তাল | /˜/ গাও 'গা', গাওঁ, 'গাওঁ' |

৭৩ আনন্দচন্দ্ৰ আগৰৱালা: গোৱালপাৰাৰ পূৰণি বিৱৰণ: আগৰৱালা গ্ৰন্থাৱলী, অ সা. সভা

৭৪ শ্ৰীকালীন্দ্ৰ নাথ: গোৱালপাৰা-জিলাত অসমীয়া ভাষা: স্মৃতি-গ্ৰন্থ: অ সা. সভা, ধুবুৰী ১৯৭২

৯০২ বিশিষ্ট ব্যঞ্জন-ধ্বনিবোৰৰ উদাহৰণ ঃ

/ক/ কাক্ৰা 'কেঁকোৰা
/খ/ পাখ্ৰা পখৰা'
/গ/ গাস 'গছ'
/ঘ/ ঘাশ ঘাঁহ'
/চ/ চাটি 'চাকি'
/ছ/ ছাটি 'ছাতি'
/জ/ জাল 'জাল'
/ঝ/ ঝাল 'জলা'
/ট/ পাটা 'মৰাপাট'
/ঠ/ পাঠা 'পঠা'
/ড/ ডাল 'ডাল'
হডিড -'ড়'
/ড়/ হাড়ি 'মাটিৰ ভাণ্ডৰ পাত্ৰ
ঢ/ ·াল ঢাল

/ত/ তাল 'তাল
/থ/ থাল 'থাল'
/দ/ দুপৰ 'দুপৰীয়া'
/ধ/ ধুপ 'ধুপ'
/ন/ চান 'জোন' , নাভি 'নাভি'
/ঙ/ চাঙ 'চাং'
/ম/ মাটি 'মাটি'
/প/ পাটা 'মৰাপাট'
/ফ/ ফাটা 'ফাট'
/ব/ বুৰা 'বুঢা'
/ভ/ ভুৰা ভুৰ'
/ৰ/ ৰঙ ৰং'
/ল/ লঙ 'লং'
/শ/ মাশ 'মাঽ'
/স/ মাস 'মাছ'
সাভা ছাতি'
হ/ হাত 'কলৰ আখি

৯১ ৰূপ-তত্ত্ব ঃ 'দেশী-ভাষাৰ' ৰূপতত্ত্বমূলক বৈশিষ্ট্য কিছুমান তলত উল্লেখ কৰা হল।

(১) নির্দিষ্টতাবাচক প্রত্যয় .

খান ঃ বোইখান 'বহীখন'
কাপোৰখান 'কাপোৰখন'
মালাখান 'মালাখাৰি'
-ঘৰ ঃ মানুশঘৰ 'মানুহঘৰ'
-চাকা ঃ আমচাকা 'আমচকল'
-ঝাক ঃ পোখিঝাক চৰাইজাক'
-ঝোপা ঃ ফুলঝোপা ফুলথোপা'
-টা ঃ মানুশটা 'মানুহটো'
হাতিটা 'হাতীটো'
মাসিটা 'মাখীটো'
গাসটা 'গছডাল'
তিৰটা 'কাঁড়পাত'
কথাটা 'কথাষাৰ'
চাটিটা 'চাকিগছ'

-টুক্ৰা : মাসটুকৰা 'মাছটুকুৰা'

-বোঝা : খোৰিবোঝা 'খৰিবোজা'

-পাল : পোখিপাল 'চৰাইজাক'

-মুঠা : চাউলমুঠা 'চাউলমুঠি'

-সাজ : ভাতসাজ 'ভাতসাজ'

-হাতা : কলাহাতা 'কলআখি'

-হাল : গোৰুহাল 'গৰুহাল'

(২) বহু-বচনৰ প্ৰত্যয় :

-গুলান-/গুলা : মানশিগুলান/গুলা 'মানুহবোৰ', চেঙৰাগুলান/গুলা 'ল'ৰাবোৰ', মাগুলান-/গুলা 'মাইত' তু কাম, মাহনুশিলান/গিলা

(৩) পুৰুষবাচক-নিৰ্দিষ্টতাবাচক প্ৰত্যয় :

এদেশী ভাষা'ত ইয়াৰ ব্যৱহাৰ পোৱা নাযায়, যেনে, মোৰ মা 'মোৰ মা', তোৰ মা 'তোৰ মাৰ, তোমাৰ মাৰা' উআৰ মা 'তাৰ মাক', উমাৰ মা 'সিইঁতৰ মাৰ'।

(৪) লিংগ পৰিবৰ্ত্তন :

(ক) কোনো শব্দৰ আগত মতা বা মাইকী-বুজোৱা শব্দ ব্যৱহাৰ কৰি, যেনে, মাত্রা কাউআ 'মতা কাউৰী', মাত্রি কাউআ 'মাইকী কাউৰী', মাত্রা কোইতৰ 'মতা পাৰ', মাত্রি কোইতৰ 'মাইকী পাৰ'।

(খ) প্ৰত্যয় সংযোগ কৰি' আকাৰন্ত শব্দৰ-আৰ ঠাইত -ই বহুৱাই নাইবা ই আৰু নি প্ৰত্যয়ৰ সংযোগৰ দ্বাৰা। উদাহৰণ :

আজ্‌লা 'অজলা', আজ্‌লি 'আজলী'
কানা 'কণা', কানি কাণী'
ঘোড়া 'ঘোঁৰা', ঘুড়ি 'ঘুৰী'
চেঙৰা 'ল'ৰা' চেঙ্‌ৰি 'ছোৱালী
টলা 'কলা', টৌলি কালৰী'
পাড়া 'মতা ম'হ', পাড়ি 'মাইকী ম'হ'
পাইৰা 'মতা পাৰ', পাইৰি 'মাইকী পাৰ'
পাগ্‌লা পগলা', পাগ্‌লি 'পাগলী'
পিশা 'পেহা', পিশি 'পেহী'
বগা বগা', বোগি 'বগী'
বামন 'বামুণ', বামনি 'বামুণী'
বেটা 'পো' বেটি 'জী'

বোকা 'মতা পাৰ' বুকি 'মাইকী পাৰ'
বোন্দা 'বোন্দা', বুন্দি 'বুন্দী'
ভোটা 'মতা কুকুৰ', ভুটি মাইকী কুকুৰ'
মাত্রা 'মতা' মাত্রি 'মাইকী'
মাকুন্দা 'মতা হাতী', মাকুন্দি 'মাইকী হাতী'
মামা 'মামা', মামি 'মামি'
মাউশা 'মহা', মাশি 'মাহী'
শখা 'সখি', শোখি 'সখী'
শশুৰ 'শহুৰ', শশুৰি 'শাহু'
শিয়াল/শিএল 'শিয়াল'; শিএলি 'শিয়ালী'
হাশা 'মতা হাঁহ', হাশি 'মাইকী হাঁহ'

অকল স্ত্রীবাচক শব্দ: চানৃডানি 'ঘৰে ঘৰে মাছ বেচা তিৰোতা': আটকুৰা 'বাঁজী'।

নাউআ 'নাপিত', নাউআনি 'নাপিতনী'
ধোবা 'ধোবা', ধোবানি 'ধুবুনী'
বাগ 'বাঘ'; বাগিনি 'বাঘিনী'
চোৰ 'চোৰ', চোৰ্‌নি, চুন্নি চুৰুণী'
ভুত 'ভূত', ভুত্‌নি 'ভুতুনী'
নাত্তি নাত্তি', নাত্‌নি 'নাত্তিনী'
ঠাকুৰ 'মূৰ্ত্তি, ঠাকুৰানি 'বসন্ত-দেৱী'
(গ) ভিন্ন শব্দৰ প্ৰয়োগৰ দ্বাৰা:
জুআন 'ডেকা', গাবুৰ 'গাভৰু'
বৰ 'দৰা', কোইনা 'কইনা'
বলদ 'বলধ', গাই 'গাই'
দামৃৰা 'দমৰা', বকন 'কাচনী'

(৫) কাৰক আৰু শব্দ-বিভক্তি: 'দেশী-ভাষা'টোত কাৰক বুজাবলৈ কিছুমান শব্দ বিভক্তি যোগ কৰা হয় আৰু কোনো কোনো ক্ষেত্ৰত কৰ্ম-কাৰক আৰু সম্বন্ধ-পদৰ শব্দ-বিভক্তিৰ পাছত কিছুমান পৰ-সৰ্গ ব্যৱহাৰ কৰা হয়। কেতিয়াবা কোনো শব্দ-বিভক্তি লগ নালাগে। কেতিয়াবা অকল পৰ সৰ্গৰ ব্যৱহাৰৰ দ্বাৰাও কাৰকৰ বোধ জন্মোৱা হয়, যেনে, হাত দিআ 'হাতেৰে', মুখ দিআ 'মুখেৰে', নাক দিআ 'নাকেৰে' ইত্যাদি। শব্দ বিভক্তি মাত্র চাৰিটা: প্ৰথমা—এ, দ্বিতীয়া—ক ষষ্ঠী-ৰ, আৰু সপ্তমী-ত। অসমীয়া মান্যভাষা বা কামৰূপী উপভাষাৰ নিচিনা 'দেশী-ভাষা'ত অধিকৰণ-কাৰকৰ ব্যৱহাৰ একে নহয়। 'সাপত বিশ্বাস নাই' কথাষাৰি 'দেশী-ভাষা'ত 'শাপেৰ বিস্‌সাস নাই' হ'বগৈ। সৰ্বনাম আৰু আন কিছুমান শব্দত অধিকৰণ-কাৰকৰ ৰূপ পোৱা নাযায়। তলত দুটা শব্দৰ ৰূপ দিয়া হ'ল:

| | মানুশি 'মানুহ' | |
|---|---|---|
| কৰ্তা | মানুশি, মানশি-এ খাই | 'মানুহে খায়' |
| কৰ্ম | মানুশি, মানুশি ক খাই | 'মানুহক খায়' |
| কৰণ | মানুশি ৰ দাৰা | মানুহৰ দ্বাৰা' |
| | মানুশি ক দিঅ | 'মানুহেৰে' |
| নিমিত্ত | মানশি ৰ জোইন্ন | মানুহৈল' |
| অপাদান | মানুশি ৰ থাবি | 'মানুহৰ পৰা |
| সম্বন্ধ পদ | মানশি-ৰ | 'মানুহৰ' |

| | মাস মাছ' | |
|---|---|---|
| কৰ্তা | মাস-এ মাসে খাই | 'মাছে খায়' |
| কৰ্ম | মাস ক খাই | 'মাছক খায়' |
| কৰণ | মাস-ক দিঅ | 'মাছেৰে' |
| নিমিত্ত | মাসে ৰ জোইন্ন | 'মাছলৈ |
| অপাদান | মাসে ৰ থাকি | 'মাছৰ পৰা' |
| সম্বন্ধ পদ | মাসে ৰ | 'মাছৰ' |
| অধিকৰণ | মাস-ত | 'মাছত |

(৬) সর্বনামৰ তালিকা

| (ক) পুৰুষবাচক : | | তির্যক ৰূপ |
|---|---|---|
| ১ম পুৰুষ এক-বচন | মুই মই' | মো- |
| বহু-বচন | আমৰা 'আমি | আমা- |
| ২য় পুৰুষ এক-বচন | তুই তই তুমি' | তো- |
| | তোমৰা 'আপুনি' | তোমৰা- |
| বহু-বচন | তুমৰা 'তইঁত তোমালোক' | তুমা- |
| | তোমৰাগুলা 'আপোনালোক' | তোমৰাগুলা- |
| ৩য় পুৰুষ এক-বচন | উআই সি তাই, তেওঁ তেখেত' | উআ- |
| বহু-বচন | উমৰা 'সিহঁত, তেওঁলোক তেখেতসকল' | উমা- |

| | | | |
|---|---|---|---|
| (খ) | নিশ্চয়বাচক : | | তির্যক-রূপ |
| | এক | ইঅ 'এই' | ইআ- |
| | বহু | ইমরা 'ইহঁত' | ইমা- |
| | এক | এইটা 'এইটো' | এইটা- |
| | বহু | এইগুলা 'এইবোর' | এইগুলা- |
| | এক | ইমরা 'এওঁ, এখেত' | ইমা- |
| | বহু | ইমরাগুলা' এওঁলোক, এখেতসকল' | ইমরাগুলা- |
| | এক | ঐটা/ওটা 'সেইটো' | ঐটা/ওটা- |
| | বহু | ঐগুলা/ওগুলা' সেই বোর' | ঐগু।ওগুলা |
| (গ) | সম্বন্ধবাচক : | | |
| | এক | জ।জ যি যিহ' | জা- |
| | বহু | জেগুলা যিসকল যিবোর' | জেগুলা- |
| (ঘ) | প্রশ্নবাচক : | | |
| | এক | কাই 'কোন' | কা- |
| | বহু | কাই কাই 'কোন কোন | কা-কা |
| | | কুনগুলা 'কোনবোর | কুনগুলা- |
| | এক | কি 'কি' | |
| | বহু | কি কি 'কি কি' | |
| (ঙ | অনির্দিষ্টতাবাচক : | | |
| | এক | কাও 'কোনো' | |
| | বহু | কাও কাও 'কোনো কোনো' | |
| | এক | কাইবা 'কোনোবা' | |
| | বহু | কাইবা কাইবা 'কোনোবা কোনোবা.' | |
| | এক | কাইও 'কেও' | |
| | | কিসু 'একো, কিছু' | |

(চ) নিজবাচক :

| | |
|---|---|
| এক | নিজ 'নিজ' |
| বহু | নিজ নিজ 'নিজ নিজ' |

(ছ) সর্বনামবোৰৰ তলতদিয়াৰবণে সম্বন্ধ-পদ আৰু কাৰকৰ ৰূপ কৰিব পাৰি :

| মুই 'মই' | এক-বচন | বহু-বচন |
|---|---|---|
| কর্তা | মুই | আমৰা |
| কর্ম | মে -ক | আমা-ক |
| কৰণ | মো-ৰ দাৰা<br>মো-ক দিআ | আমা-ৰ দাৰা/<br>আমা-ক দিআ |
| নিমিত্ত | মো-ৰ বাদে/জোইন্নে | আমা-ৰ বাদে/<br>জোইন্নে |
| অপাদান | মো-ৰ থাকি | আমা-ৰ থাকি |
| সম্বন্ধ পদ | মো-ৰ | আমা-ৰ |

(৭) ক্রিয়া-ৰূপ : দেশী-ভাষাত বিভিন্ন পুৰুষ কাল, আৰু ভাৱ অনুযায়ী ক্রিয়া-ৰূপৰ পবিৱর্তন হয়। কোনো কোনো ক্ষেত্রত বচন অনুযায়ী হোৱা ক্রিয়া ৰূপবোৰৰ পবিৱর্তন অসমীয়া ভাষাৰ পিনৰ পৰা নতুন কথা। তলৰ তালিকাই কথাখিনি স্পষ্ট কৰিব :

খা

(ক) বর্তমান-কাল (নির্দেশক ভাৱ) :

১ম পু মুই খাঙ , আমৰা খাঙ/খাই

২য় পু তুই খাইশ, তুমৰা খান/খাও

তোমৰা খান , তোমৰাগুলা খান

৩য় পু উআই খাই , উমৰা খাই

( অনুজ্ঞা ভাৱ )

২য় পু তুই খা , তুমৰা খা

তোমৰা খান , তুমৰাগুলা খান

৩য় পু উআই খাউক , উমৰা খাউক

(খ) ভূত-কাল :

১ম মুই খালুঙ/খাইলুঙ/খাইলঙ , আমরা খালুঙ/খাইলুঙ/খাইলঙ

২য় তুই খালু/খাইলি , তুমরা/খাইলেন

তোমরা খাইলেন ; তোমরাগুলা খাইলেন

৩য় উআই খাইল/খাইলেক , উমরা খাইল/খাইলেক

(গ) ভবিষ্যত-কাল :

১ম মুই খাইম. আমরা খাইম

২য় তুই খাবু/খাবি, তুমরা খাইবেন

তোমরা খাইবেন তোমরাগুলা খাইবেন

৩য় উআই খাইবে, উমরা খাইবে

(ঘ) পূর্ণ বর্তমান-কাল :

১ম মুই খাইসুঙ/খাইসঙ আমরা খাইসি/খাসি

২য় তুই খাইসিশ/খাসিশ , তুমরা খাইসিশ/খাসিশ/খাইসেন

তোমরা খাইসেন , তোমরাগুলা খাইসেন

৩য় উআই খাইসে ; উমরা খাইসে

(ঙ) পূর্ণ ভূত কাল :

১ম মুই খাইসিলুঙ , আমরা খাইসিলুঙ

২য় তুই খাইসিলু , তুমরা খাইসিলেন

তোমরা খাইসিলেন , তোমারগুলা খাইসিলেন

৩য় উআই খাইসিল , উমরা খাইসিল

ক

(ক) বর্তমান-কাল ( নির্দেশক ভাব )

১ম পু মুই কঙ , আমরা কোই

২য় পু তুই কোইশ , তুমরা কন/কোইশ

তোমরা কন তোমরাগুলা কন

৩য় পু উআই কই , উমরা কই

( অনুজ্ঞা-ভাব ) :

২য় পু তুই ক , তুমরা ক

তোমরা কন তোমরাগুলা কন

৩য় পু উআই কোউক উমরা কোউক

(খ) ভূত কাল :

১ম মুই কোইলুঙ , আমৰা কোইলং

২য় তুই কোইলি , তুমৰা কোইলেন
তোমৰা কোইলেন , তোমৰাগুলা কোইলেন

৩য় উআই কোইল উমৰা কোইল

(গ) ভবিষ্যত কাল :

১ম মুই কোইম , আমৰা কোইম

২য় তুই কোবু , তুমৰা কোইবেন
তোমৰ কোইবেন তোমৰাগুলা কোইবেন

৩য় উআই কোইব উমৰ কোইব

দে

(ক) বর্তমান-কাল (নির্দেশক ভাব) :

১ম পু মুই দেঙ , আমৰা দেই

২য় পু তুই দিশ , তুমৰা দেন
তোমৰা দেন তোমৰাগুলা দেন

৩য় পু উআই দেই উমৰা দেই

(অনুজ্ঞা ভাব) :

২য় পু তুই দে তুমৰা দে
তোমৰা দেন তোমৰাগুলা দেন

৩য় পু উআই দেউক উমৰা দেউক

(খ) ভূত-কাল :

১ম মুই দিলঙ আমৰ দিলুঙ/দিলং

২য় তুই দিলি তুমৰা দিলেন
তোমৰা দিলেন তোমৰাগুলা দিলেন

৩য় উআই দিল উমৰা দিল

(গ) ভবিষ্যত-কাল :

১ম মুই দিম আমৰা দিম

২য় তুই দিবু দিবি , তোমৰা দিবেন
তোমৰা দিবেন তোমৰাগুলা দিবেন

৩য় উআই দিবে , উমৰা দিব

ধু

(ক) বর্তমান কাল (নির্দেশক ভাব):

১ম পু মুই ধুঙ, আমরা ধুই

২য় পু তুই ধুইশ, তুমরা ধোন

তোমরা ধোন তোমরাগুলা ধোন

৩য় পু উআই ধোএ উমরা ধোএ

(অনুজ্ঞা ভাব):

২য় পু তুই ধু তুমরা ধু

তোমরা ধোন তোমরাগুলা ধোন

৩য় পু উআই ধোউক উমরা ধোউক

(খ) ভূত-কাল:

১ম মুই ধলুঙ / ধুইলুঙ আমারা ধুলুঙ / ধুইলুঙ

২য় তুই ধইলি তুমরা ধুইলেন

তোমরা ধুইলেন, তোমারাগুলা ধুইলেন

৩য় উআই ধইল উমরা ধুইল

(গ) ভবিষ্যত-কাল:

১ম মুই ধুইম আমরা ধুইম

২য় তুই ধুবু, তুমরা ধুইবেন

তোমরা ধুইবেন, তোমরাগুলা ধুইবেন

৩য় উআই ধুইবে উমরা ধইবে

শুন

(ক) বর্তমান কাল (নির্দেশক ভাব):

১ম পু মুই শুনুঙ আমরা শুনি

২য় পু তুই শুনিশ আমরা শোনেন

তোমরা শোনেন তোমরাগুলা শোনেন

৩য় পু উআই শোনে, উমরা শোনে

(অনুজ্ঞা ভাব):

২য় পু তুই শুন; তুমরা শুন

তোমরা শোনেন তোমরাগুলা শোনেন

৩য় পু উআই শুনুক, উমরা শুনুক

(খ) ভূত-কাল :

১ম মুই শুনলুঙ , আমৰা শুননুঙ

২য় তুই শুনলি , তুমৰা শুনলেন

তোমৰা শুনলেন , তোমৰাগুলা শুনলেন

৩য় উআই শুনিল , উমৰা শুনিল

(গ) ভৱিষ্যত-কাল ঃ

১ম মুই শুনিম , আমৰা শুনিম

২য় তুই শুনবু ' শুনবি , তুমৰা শুনবেন

তোমৰা শুনবেন , তোমৰাগুলা শুনবেন

৩য় উআই শুনবে , উমৰা শুনবে

(৮) *ক্রিয়াৰ ন্যাস্তার্থক ৰূপ ঃ

হই 'হয়' , নাহই 'নহয়' ।

পাঙ 'পাৰোঁ নাপাঙ নোৱাৰোঁ। ।

লাগে 'লাগে' , নালাগে 'নালাগে' ।

নাশুনুঙ 'নুশুনো', নাদেখুঙ 'নেদেখোঁ ।

(৯) তুমুনন্ত ক্রিয়া-ৰূপ :

খাবাৰ 'খাবলৈ', কৰাৰ 'ক'বলৈ', নিবাৰ নিব'ল', শুনিব 'শুনিবলৈ', পোৰিব 'পঢ়িবলৈ', দেখিব 'চাবলৈ', । ( শালকোছা-অঞ্চলত খাবা, দেখিবা আদি ৰূপ পোৱা যায় ) ।

(১০) ভৱিষ্যৎবাচক কৃদন্ত : কৰাৰ মতন কৰিবলগীয়া', কওআৰ মতন 'ক'বলগীয়া', খাওআ খাই খাব লাগে' পৰা খাই 'পঢ়িব লাগে'। ( শালকোছা-অঞ্চলত কোৰিবা লাগা,' কৰা লাগা , খাবা লাগে, পোৰিবা লাগে ।।

(১১) ভূতকালিক কৃদন্ত ঃ কওআ 'কোৱা', খাওআ 'খোৱা', জাওআ 'যোৱা', কৰা 'কৰা ইত্যাদি ।

(১২) অসমাপিকা ক্রিয়া ৰূপ : খাইআ 'খাই' শুনিআ 'শুনি', দেখিআ 'দেখি', থুইআ 'থৈ', উঠীআ উঠি', বোশিআ 'বহি', হাশিআ 'হাঁহি', কোইলে 'ক'লে,' আশিলে আইশলে, 'আহিলে,' গেইলে গেলে 'গ'লে' ইত্যাদি ।

৯২ শব্দ মালা : 'দেশী-ভাষা'ত সচৰাচৰ ব্যৱহাৰ হোৱা শব্দ কিছুমান তলত উল্লেখ কৰা হ'ল ।

---

* ইয়াত বিভিন্ন অঞ্চলৰ পৰা লোৱা শব্দ সামৰা হৈছে ।

(ক) জীব-জন্তু :

কামুআ 'কেঁচুৱা'
কুকুৰ 'কুকুৰ'
গঁইডাবি 'জহামাল'
গাই 'গাই'
গোৰু 'গৰু'
গে'ড়া 'গড়'
ঘোড়া 'ঘোঁৰা'
চে'ঙ্‌ৰা 'ল'ৰা'
চেঙ্‌ৰি 'ছোৱালী'
নাৰিআ 'শিং নোহোৱা গৰু'
পাড়া 'মতা ম'হ
পাড়ি 'মাইকী ম'হ'
বাগ 'বাঘ'
বিলাই'বিলেই মেকুৰী'
বে'টা সাউআ 'মতা মানুহ'
বেটি সাউআ 'মাইকী মানুহ'
ভেডা 'ভেড়া-ছাগলী
ভৈশ/মৈশ ম'হ'
মানুশ/মানশি 'মানুহ'
মে'না 'শিংলৰা গৰু'
শাড়/ত্রিশ 'ষাঁড়'
শিআল/শিএল শিয়াল'
শিআন 'আদহীয়া মানুহ'
শুআৰ/শুঅৰ 'গাহৰি'
শেশা 'শহা-পহু'
সাগল 'ছাগলী'
সেদা/শজাক 'কেটেলা-পহু'

(খ) চৰাই-চিৰিকটি, পোক-পকৰা :

আটাই/আঠৈ 'চিকৰা

ইন্দুৰ/এন্দুৰ' 'এন্দুৰ'
উকুন/উকুনি 'ওকণি'
উৰি 'উ'হ-পকৰা'
ওবোল 'উৰহ'
কাউআ 'কাউৰী'
কাক্ৰা 'কেঁকোৰা', তু কাম কাকৃৰা
কোইতৰ 'পাৰ-চৰাই'
কোনা বে'ঙ/কোট্ৰা বে'ঙ 'চুক-ভেকুলী'
ঘিৰকিত্তি 'তেজপিয়া'
ঘুগু 'কপৌ-চৰাই'
ঘুগাৰ 'কুমটা'
চৰাই 'কুকুৰা'
চামচিকা/চামচিল্কা সৰু বাদুলী'
চিকা 'চিকা
জেঠি 'জেঠী'
টিআ ভাটৌ'
টিপটিপলাই 'ধুপুনী চৰাই'
ডাপকি/ডাউকি/ডাডক 'ডাউক'
ডাশ ডাঁহ
চৰেআ নিগনি' (ডাঙৰ বিধ)
তু কাম ধৈৰা
ঢোলা বে'ঙ 'বামুণ-ভেকোলা'
তেলচোৰা/তেলমু 'পইভা-চোৰা'
দৈঅল 'দহিকতৰা'
নেউল 'কেৰ্কেটুৱা'
পোখি/পাখি 'চৰাই
পোকা 'পোক', তু কাম পকা
পিপ্ৰা 'পকৰা', তু কাম পিপ্ৰা
প্ৰজাপোতি 'পখিলা'
বগা 'বগলী'

বাইতান/শলেআ 'নিগনি', তু কাম দালসৈলা

বাঐ 'শুৱা টোকোৰা'

বাদুৰ 'বাদুলী'

বামনেৰে বাসুআ চাতক'

বিজি 'নেউল'

বে'ঙ 'ভেঁকুলী'

মশা মহ'

মাসি 'মাখী'

মাকুৰা 'মকৰা', তু কাম মাকৰা

শাপ সাপ'

শাৰো 'শালিকা'

শুঙাৰ / আসা 'বিছা'

সেকা 'এবিধ শালিকাৰ নিচিনা চৰাই'

হাডগিলা 'বৰটোকোলা'

হাশ 'হাঁহ'

হুতুম হুদু'

(গ) গছ-গছনি, ফল-মূল, শাক-পাচলি।

আতাফল 'আতলচ', তু কাম আতেফল

আম্ৰা 'অমৰা', তু কাম আম্ৰা

আম্শি 'আমৰ শুকঠ'

কলা 'কল'

কসাল 'শিলিখা'

কাঠাল / কাঠোল 'কঁঠাল', তু কাম. কাটাল, কটাল

কাম্ৰাঙা 'কৰ্দৈ'

কুম্ৰা 'কোমোৰা', তু. কাম কুম্ৰা

কুশাৰি / কুশ'ৰ 'কুঁহিয়াৰ'

কোশটা 'মৰাপাট'

গাপ 'কেন্দু-গছৰ ফ'ল'

গাস 'গছ'

গুআ 'তামোল'

গেন্দু 'কেন্দু-গছ'

জলপাই 'জলফাই' তু. কাম জল্‌পে

জোমুৰা / জোম্বুৰা / জোউম্‌ৰা 'ৰবাব টেঙা'

ঝিঙা 'জিকা'

ঠোৰ / মোকোস / মোচা 'কল-ভিল'

ঢেৰি / ঢেৰস 'ভেন্দী'

ঢকুনা 'ঢকুৰা' ; তু, কাম ধোক্‌না

ঢোঙল 'কলৰ দোনা'

তুলিআ 'গোল নেমু' , তু কাম তুইল্ল' টেঙ'

ভোৰমূল 'অমিতা'

তুৰা 'দূৰৰী' , তু কাম দুবা

নাগেশ্‌শৰ 'নাহৰ' , তু কাম নাগেচ্চৰ

পাকৰি 'পাকৰী-গছ' , তু কাম পাক্‌ৰি

পাটা 'মৰাপাট'

পান 'পা৹

পাসখোল 'ঐ টেঙ

পিৰ 'কলৰ থোক'

পোৰ 'বাঁহৰ পাব'

বট 'বট'

বাইগন 'বেঙেনা'

বাধা 'ভামোলৰ থোক'

বাশ 'বাঁহ'

মকস 'জলকীয়া'

মাদাৰ 'মদাৰ' , তু কাম মাদাৰ

মিঠা কুম্‌ৰা / মিট্ট কুম্‌ৰা 'ৰঙা লাও'

মোধুফল 'অমিতা'

শন্তৰা / কম্‌লা 'কমলা-টেঙা' , তু কাম
সন্‌ত্‌ৰা / কম্‌লা

শাক 'শাক'

শিম্‌লা / শিমুল 'শিমলু'

তগ্‌ৰি / তগাৰি 'মধুৰী-আম ; তু কাম সোইক্‌ৰাম
থেʼমাল 'ভিৰ্য্‌ৰ্হ'
শোনালু 'সোণাৰু', তু কাম সনোলু
সোত্তোৰ 'কল চোঁচনি'
হাত্তা 'কলৰ আখি'

(ঘ) মাছ-কাছ :
আইৰ 'আৰী'
ইসলা-মাস 'মিছা-মাছ', তু কাম মিছ্‌লা
কাত্‌লা / কাতল, 'ভকুৱা'
কৈ 'কাৱৈ'
খাটা 'কোকিলা'
গত্তা 'ভুৰী, ভোৰা'
গৰাই 'গৰৈ' তু কাম গৰে
ঢেʼৰাই 'গেদগেদী'
পানিমাস 'কাছ'
পুঁইআ 'বটিয়া মাছ'
কৈলা 'কান্দুলী'
মাস 'মাছ'
ৰুই 'ৰৌ'
শৈল/শৌল 'শোল'

(ঙ) অঙ্গ-প্ৰত্যঙ্গ :
কোমৰ 'কঁকাল'
গলা 'ডিঙি', তু কাম গল
চাপা 'দাঁতৰ পাৰি'
চাল 'ছাল'
চোক 'উৰু'
চোক 'চকু'
ঠেʼঙ 'ভৰি'
ডিমালি 'ভৰিৰ কলাফুল'
ঢুন্দুৰি / ঢোন্দোৰ 'কণ্ঠ'

৮

ঘোট/ওট 'ওঁঠ'

নাটা/লাটা 'চকুৰ মণি'

নোঙল 'আঙুলি'

পাথোৰি/পাথোৰ 'নখ'

মাথা 'মূৰ'

মাড়ি 'দাতৰ আলু'

লোম 'নোম' তু কাম লুম

হাত 'হাত'

হাটু হাটুআ/হাঠু 'আঁঠু'

হোত্তালি 'খুঁতৰি'

(b) সম্বন্ধবাচক শব্দ :

আজু/আতা মাৰ দেউতা', তু. কাম আতা

আবো মাৰ মা', তু কাম আবু

কাকা 'খুৰা'

দাদা 'ককাই'

দিদি 'বাইদেউ'

পিশা 'পেহা

পিশি 'পেহী'

বাপ/বাবা 'দেউতা'

বুৰা-বাপ 'ককাদেউতা'

বুৰা-মাও 'আইতা'

বে'টা 'পো'

বেট 'জী'

বৈন/বৈনি 'ভনী', তু কাম বৈনি

বোয়ু/ভিন্‌সি 'ভিনিহি', তু কাম ভিহ্‌নি

বৌদি নবৌ'

ভাগিনা 'ভাগিন'

ভাতাৰ/শোআমি 'গিৰীয়েক'

ভাত্তৰ 'ভাই-শহুৰ'

মা মাও 'মা'

মাইআ / বৌ 'ঘৈণীয়েক'

মাউশা 'মহা'

মাশি মাহী'

শশুৰ 'শহুৰ'

শাশুৰি 'শাহু'

(ছ) কানি-কাপোৰ, বাচন-বৰ্তন :

কৰাই 'কেৰাহি', তু কাম কৰে

কাপোৰ / কাপুৰ 'কাপোৰ', তু কাম কাপুৰ

কোল্‌শি 'কলহ'

খোৰা গাম্‌লা / চোৰিআ 'চৰিয়া'

গাম্‌সা 'গামোচা', তু কাম গাম্‌চা

গিলাস 'গিলাছ'

ঘোটি 'ঘটী'

ডাবৰ কলহতকৈ সৰু পাত্ৰ'

ধুতি ধুতী'

পাট্‌কু / শিল 'পটা-গুটি' তু কাম পাত কু

বাটি 'বাটি'

ভাৰা 'বাচন'

লোটা / নোটা 'লোটা'

শাৰি 'শাৰী'

শিল-পাটা 'শিল পটা'

হাতা 'হেতা', তু কাম হাথা

(জ) বিবিধ শব্দ :

আইশা 'বাটি অহা নখ'

আগাল আগ'

আগুন জুই'

আঙ্‌থা 'অঙঠা'

আঙ্‌ঠি 'আঙঠি'

আঙ্‌ৰা 'এঙাৰ' তু কাম. আঙৰা

আঙ্‌সা / জামা 'চোলা'

আচ 'আঁক' , তু কাম. আচ
আটকুৰা 'বাঁজী'
আড়ি 'বিধৱা'
আদৰ 'মৰম'
আন্ধাৰ 'এন্ধাৰ' , তু কাম. আন্ধাৰ
আৰ 'আৰু' , তু কাম আৰ
আলো 'পোহৰ'
আল্‌সি 'ভাগৰ'
আলোআ 'মুখত খোৱা ৰ'পাত'
আশু / বিত্রি 'আহু-ধান'
ইন্তা 'শুকান চপৰা'
ইট / ইটা 'ইটা'
ইশ 'নাঙলৰ ভিলা'
ইন্দ্‌ৰা / ইন্দিৰা 'পকা কুঁৱা' তু কাম ইন্দ্‌ৰা
উকন উৰল'
কইআ 'আমৰ গুটি'
কপাট 'কাঠৰ দুৱাৰ'
কাকৈ 'ফণি' , তু কাম কাকে, পু অ কাঙ্কৈ
কাণা 'এটা মাত্র সন্তান থকা মতা মানুহ'
কাণি 'এটা মাত্র সন্তান থকা মাইকী মানুহ'
কাদো বোকা'
কাশা 'কাঁহ'
কুআ কুআশা 'কুঁৱলী
কুৰাল 'কুঠাৰ'
কুশি্‌শ দলিমাৰি'
কোটা 'হাঁকুটি'
কোড়া হোলোঙা'
কোদাল 'কোৰ' , তু কাম কদাল
খলাই 'খালৈ'
খুট 'কাঠ'

খুট 'খুঁটি'

খুটি / খাম ঘৰৰ খুঁটা'

খুৰ-পা 'কোৰোকা'

গাইন 'উৰলৰ মাৰি'

গাড়া 'গাঁত', তু কাম গাৰা

গালানচি 'গল-বিচনি'

গেঁড়া-মৈষেৰ ঘাটা 'হাতীপটি'

গেন্দা 'নাৰ্জী-ফুল', তু কাম গে'ন্ধে

গোআল 'গুৱাল'

গোইল 'গোহালি'

গোলা 'ধানৰ ভঁৰাল'

গোসা 'অভিমান'

ঘাটা 'ৰাস্তা, বাট'

ঘোম্‌টা 'ওৰণি'

ঘোঁইশা 'শুকান গোবৰ'

চাকা 'চকল'

চান 'জোন'

চুন 'চূণ'

চে'প 'থুই'

চৈত 'চ'ত', তু কাম চৈত

চোৰা 'তৰোৱাল'

চোসা 'তামোল আদিৰ বাকলি'

ছাপ 'ভৰিৰ খোজ'

জল 'পানী'

জাঙাল/জাঙি 'লাও আদিৰ বাবে দিয়া চাং'

জামা 'ৰঁজা'

জুইশালি 'জুহাল'

জোকাৰ 'উকলি', তু কাম জকাৰ

ঝাপা 'জাপ' ( মাৰ্‌ )

ঝাপি 'জাপি'

বোখি 'ৰঙবুণ'

টাক্‌কৰ 'বেগেন্ত'

টুম 'গছৰ ভাঙৰ টুকুৰা'

ঠেঁঙা 'টাঙোন'

ঠেঙ্‌আ/জাখ্‌লা 'এভাল বাঁহৰ জখলা', তু কাম জাখ্‌লা

ডাঙা 'নদীৰ বাম-অংশ'

ডাপ 'ডাব-নাৰিকল'

ডাবা 'নৰ্দমা'

ডিকেলি 'ধুন্দনা-মাৰি'

ডিমা 'কণী', তু কাম দিমা

ডে'আটি 'ডুবাৰডলি'

ডেৰা/ডাবি 'নাল'

ডোবি 'বচা'

ঢাক 'ঢাক'

ঢাকুআ 'ঢাক বজোৱাজন'

ঢাবা 'ঢাৰি', তু কাম থাব

ঢেকুৰ 'উন্দাৰ'

ঢেউ 'ঢৌ'

ঢেল 'ফমুটি'

তানা 'তাঁত-শাল'

তাবা 'তবা', তু. কাম তাবা

তালা 'হাতৰ তলুৱা'

দেউআ 'বতৰ'

দেউতা 'মেঘ'

ধুঙা/ধুমা 'ধোঁৱা'

ধুলা 'ধূলি', তু. কাম ধুল

নাউআ 'নাপিত'

নিন/নিন্দ 'টোপনি'

নুন 'নিমখ', তু কাম নুন

নোকা 'গছৰ পুলি

নোদি 'নৈ', তু কাম নোদি
নোলি 'মহুৰা'
পদ্দ 'পদুম', তু কাম. পদ্দ
পাখা 'চৰাইৰ পাখি', তু কাম পাখা
পাগাৰ 'দ খাল'
পালিত 'খেতিৰ মজুৰ'
পাটি 'পাটী'
পাত্তন 'খুৰ্পী'
পিস্‌কি 'পিক'
পুকুৰ / দিঘি 'পুখুৰী'
পুন 'পুত-নাতি'
পেনটি 'এছাৰি'
পোষ্ট 'বাঁহৰ খুঁটি'
ফাটা 'ফাট'
ফুৰ্‌ঙা / ফুলকা 'ফিৰিঙতি'
ফুলতা 'বৰশীৰ পুঙা'
ফে'না ফেন'
ফোট / ফোৰা 'ফোঁহা'
ফোটা 'ফোট'
ফোলা / ফোল্‌কা 'পানী-জোলা'
বৰ 'দৰা' তু কাম বৰ
বাইন 'খুলীয়া,' তু কাম বাইন
বাও 'সৰমতে সক ল'ৰাক সম্বোধন কৰি মতা শব্দ'
বাটা 'শৰাই', তু কাম বাতা
বামন 'বামুণ'
বালা 'বালি', তু কাম বালা
বাশ / বাশ্‌না / গন্ধ 'গোন্ধ'
বাহে 'বাহিৰা মানুহক সম্বোধন কৰি মতা শব্দ'
বিসন 'কঠীয়া, বিচনি'
বিশ্বম 'চৰচৰণি'

বিসি 'ভাটি'

বিহান / শকাল 'ৰাতি-পুৱা'

বিশুত 'বৃহস্পতি বাৰ'

বেঁজা 'বেঁজি'

বেকি 'জঙ্গল কটা দা'

বোটি 'মৈদা', তু কাম বোথি

ভাশা 'চৰাইৰ বাহ'

ডিৰা 'দ'ম'

ভুঁই 'পথাৰ'

ভোগা 'মৰাপাটৰ ঠাৰিত কপাহ মেৰিয়াই কণ্ডালী বিহুৰ দিনাখন ৰাতি খেতি-পথাৰত দিয়া চাকি-বিশেষ'

ভোটা / ভুটি 'খেৰৰ জুমুথি'

মশম 'মাংস'

মাও 'মৰমত ছোৱালীক সম্বোধন কৰি মতা শব্দ'

মাটি 'মাটি'

মাশ 'মাহ'

মাসা 'উঁৱাল'

মাহুত 'মাউত'

মুগ 'মগু', তু কাম. মুগ

মেঁগ 'মেঘ'

মৈ 'ধুত্তাল বাঁহৰ জখলা'

মৈশাল 'ম'হ-ৰখীয়া'

ৰাখাল / ৰাখোআল 'গৰখীয়া' তু বৰগীত : ৰাখোৱাল

ৰাগ 'খং' তু কাম ৰাগ

ৰূপা 'ৰূপ তু কাম ৰূপা

ৰোআ 'কটীয়া, কোঁহ'

লাব্‌বা 'ভাজি', তু কাম লাব্‌বা

লেউআ 'লতা'

লেটু 'নেজ'

লোহা লো', তু কাম লহা

শৰ 'মাছৰ জাক'

শভমাও 'মাহী আই', ভু কাম সৈভা মাই

শাক 'আঞ্জা'

শাগাই 'আলহী'

শামা 'উৰলৰ মাৰিৰ মুখত লগোৱা লোৰ বেৰ'

শাৰ 'সাৰ'

শিঞনি 'সেঙুন'

শিটা 'শিটা'

শিত 'নিয়ৰ'

শিমা 'মৰাপাটৰ ঠাৰি'

শিদল 'শুকান মাছৰ গুৰি'

শুকাতি 'শুকতি'

শুটকা 'শুকান মাছ'

শুই/খিল্লি 'বেজি'

শেফালি 'শেৱালী ফুল'

শোথা 'সোঁ'

শোম 'সোম-বাৰ'

শোলা 'কুঁহিলা'

সংসৰপানা 'পুণী'

সাম 'খুবলি/উৰল'

সিদ্র/কানা/ফুটা/শুন 'বিন্ধা'

সে'কা 'থাৰ'

সেন্দা/সিদিলৰ 'সক বিন্ধা'

হাৰিকল 'লেম্প'

হাড' হাড্ডি 'হাড়'

হামু 'খুন্দনা'

হিস্‌কি 'হিকটি'

হুব্‌কা 'ধুমুহা'

হুলুঙ্ক 'ডাঙৰ বিন্ধা'

হেমৃতি 'শালি ধান'

হোলা 'ভেঁট-ফুল'

(ঝ) সংখ্যাবাচক শব্দ :

এ'ক 'এক'
দুই 'দুই'
তিন 'তিনি'
চাইৰ 'চাৰি'
পাস 'পাঁচ'
ছই/সই 'ছয়
শাত 'সাত'
আট 'আঠ
নই 'ন'
দশ 'দহ'
বিশ বিশ'
শ 'শ'
হাজাৰ হাজাৰ'
লাখ 'লাখ'
কোটি 'কোটি'

(ঞ) বিশেষণাত্মক শব্দ :

অল্'পো 'অলপ'
আলসিআ 'এলেহুৱা'
আটকুৰা 'নিঃসন্তান বাঁজী' তু বৰগীত : আঁঠকুড়ি
উচা 'ওখ'
এ'ত্তো 'ইমান'
এমন 'এনে, এনেকুৱ'
ওশাৰ বহল'
কত্তো 'কিমান'
কশ্টা কেঁহা'
কানা 'কণা', তু কাম কানা
কালা 'ক'লা'
কাসা 'কেঁচা', তু কাম কাচা
কে'মন কেনে, কেনেকুৱা'

কোম্‌লা / নরম 'কোমল'

খাটো / খাটা 'চুটী', তু কাম খাভা

চোটো 'সরু'

চে'প্‌টা 'চেপেটা', তু কাম চেপ্‌ভা

জে'মন 'যেনে, যেনেকুৱা'

জড়ো 'মিয়ান'

টলা 'ক্লান্ত'

ঠান্‌ডা 'চেঁচা'

ঢক 'সুন্দর'

ভোটলা / থোটলা 'খোন'

ভজো / ওস্তা 'সিয়ান'

নামা 'চাপর'

পাথ্‌রা 'পথরা' তু কাম পাথ্‌রা

পাতলা 'পাতল' তু কাম পাত্‌লা

পূজা 'পোহনীয়া'

ববো 'ডাঙর'।

বোকা / বইআ 'বোয়া', তু কাম বইআ

ভাল 'ভাল'

ভাড়ি 'গধুর'

মিসমিসা 'মিহী'

মোটা 'শকত'

লাল 'রঙা'

লম্বা 'দীঘল'

শরল 'সরল'

শক্‌ভো 'ভাঠ'

শাদা 'বগা'

শুকান 'শুকান'

শে'মন / ভে'মন 'তেনে, তেনেকুৱা'

শোক 'ক্ষীণ'

(ট) ক্রিয়াবিশেষণাত্মক শব্দ :

আৰ 'আৰু', তু. কাম আৰ

আজি 'আজি'

এ'মনে / এ'মনকোৰি 'এনেকৈ'

এ'লাই / এ'লা 'এতিয়া'

এটি / এইঠে / এ'টাই 'ইয়াত'

ওটি / ওইঠে / ওটাই 'তাত'

কম 'কম'

কুটি / কোটাই 'ক'ত, ক'লৈ'

কালি 'কাইলৈ'

কে'নে 'কিয়', তু কীর্তন : 'কেনে মাটি খাইলি '

কে'মনে / কে'মনকোৰি 'কেনেকৈ', তু বৰগীত : 'কেমনে পাইবো হৰি'

কোনবেলা 'কেতিয়া'

জউআ কালি 'কালি'

জে'মনে / জে'মনকোৰি 'যেনেকৈ'

জে'লা / জে'লাই 'যেতিয়া'

জেটি / জেটাই / জেইঠে 'য'ত, য'লৈ'

তাৰাতাৰি 'সোনকালে'

তে'মনে / তে'মনকোৰি 'তেনেকৈ'

দেৰিকোৰি 'পলমকৈ'

পৰত 'পৰহি'

বিকালে / বে'লাভাটি 'আবেলিকৈ'

বেশি 'বেছি'

ভালকোৰি / কোৰিআ 'ভালদৰে'

শকালে 'ৰাতিপুৱাতে', তু বৰগীত : সকালে মেলিও বৎস

শদাই সদায়'

শে'মনে / শে'মনকোৰি 'তেনেকৈ'

শে'লা / শে'লাই তেতিয়া'

(ঠ) ধাতু :

ক 'ক'

কৰ্ 'কৰ্'

কান্দ্ 'মাত্', তু বিলেই কান্দে 'মেকুৰীয়ে মাতে', পোখি কান্দে 'চৰায়ে মাতে', হাঁশ কান্দে 'হাঁহে মাতে'

খা 'খা'

গেদ্‌দা 'মুখ আঁচোৰ্'

গোঙা 'গোজৰ্, তু বাঘ গোঙাই 'বাঘে গোজৰে'

ঘশ্ 'ঘঁহ্'

জা 'যা'

জান 'জান্'

ডাক্ 'মাত্', তু কোইতৰ ডাকে পাৰই মাতে', বৰপীত : দাম সুদামে ডাকে '

ডিক 'থুন্দ্'

থ, থু 'থ'

দে 'দি'

নে 'ল'

পৰ্ 'পচ্'

পৰ 'পৰ্'

পা 'পা'

পুস্ সোধ্'

বশ 'বহ্'

বিৰা 'ওলা'

ভক্তি দে 'প্ৰণাম কৰ্'

লে'খ্ 'লেখ্'

শুড 'শুড্'

শুন্ 'শুন্

শোম্দা 'সোমা'

সিৰা 'ছিঙ্'

হ 'হ'

হাট্ 'খোজ কাঢ', তু কাম হাথ্

হাশ 'হাঁহ্'

৯৩ 'দেশী-ভাষা'ত শব্দ-গঠন-প্ৰণালীৰ আভাস তলত দিয়া উদাহৰণবোৰৰ পৰা পোৱা হ'ব :

(ক)—আ: গাওঁ-আ > গাওঁআ, গাঁইআ 'গঞা'

(খ) —ইআ: ঢোল > ঢুল-ইআ > ঢুলিআ 'ঢুলীয়া'

খোল > খুল ইআ > খুলিয়া 'খুলীয়া'

মাশ-ইআ > মাশিআ 'মহীয়া'

(গ)—ইল : বড-ইল > বোড্ডিল 'বডীল'

(ঘ)—উআ : কাজ উআ ˜ কাজুৰা 'কামিলা'

গাস-উআ˷ গাসুআ 'গছুৰৈ'

ঘৰ-উআ ঘোৰুআ 'ঘৰুৱা'

জাল-উআ > জালুৰা 'জালুৰৈ'

ঢাক-উআ > ঢাকুআ ' াক-বজোৱাজন'

বুন-উআ > বুনুআ 'বনৰীয়া'

মাস-উআ > মাসুআ 'মাছুৰৈ'

শাৰ-উআ > শাৰুৱা 'সাৰুৱা'

হাল-উআ > হালুৱা 'হালুৱৈ'

(ঙ)—বাড়ি : ধান-বাড়ি ধাননি'

বাশ-বাড়ি 'বাঁহনি'

ঘাশ-বাড়ি 'ঘাঁহনি'

(চ) - ৰি : কাশা-ৰি 'কঁহাৰ

শোনা-ৰি সোণাৰী'

পূজা-ৰি পূজাৰী'

ছ)—লি : শোনা-লি 'সোণালী'

কপা-লি 'কপালী'

৯৪ চানেকি হিচাপে তলত 'দেশী-ভাষা'ৰ বাক্যকেইটামান দিয়া হ'ল :

১। তোৰ নাম কি 'তোমাৰ নাম কি ?

২। মোৰ নাম নগেন 'মোৰ নাম নগেন।'

৩। তুই কুটি থাকিশ 'তুমি ক'ত থাকা ?'

৪। মুই গৌৰিপুৰত থাকুঙ 'মই গৌৰীপুৰত থাকোঁ।'

৫। তোৰ বাড়ি কুটি 'তোমাৰ ঘৰ ক'ত ?'

৬। তোৰ বাড়িত কাই আসে 'তোমাৰ ঘৰত কোন আছে ?'

৭। তুই পোৰিশ নাকি 'তুমি পঢ়া নে ?'

৮। না মুই নাপোৰঙ 'নাই, মই নপঢ়ো।'

৯। তুই আৰ মুই জাইম 'তুমি আৰু মই যাম'

১০। উআই আৰ তুই জাইশ 'সি আৰু তুমি যাবা'

১১। উআই আৰ দুমুই জাইম 'সি আৰু মই যাম'

১২। তুই কালি আসিশ 'তুমি কাইলৈ আহিবা'

১৩। তুই কালি আসিশতো 'তুমি কাইলৈ আহিবা চোন'

১৪। ঝোৰি পোৰিব লাইগসে 'বৰষুণ দিছে'

১৫। বাইৰা নাজাইশ 'বাহিৰলৈ নাযাবা'

১৬ 'দেশী-ভাষা'ত পোৱা প্ৰবচন আৰু সাঁথৰ বিছুমান তলত উল্লেখ কৰা হল :

(ক) প্ৰবচন :

(১) খাবাৰ জাইনলে চাউলে চিৰা
বোশিৰ জাইন্‌লে মাটিএ পিৰা

(২) ঘাটাত পালু কামাৰ
দাও গৰে দে আমাৰ।

(৩) চোৰ পালাইলে বুদ্ধি বাৰে।

(৪) আইসলঙ মাগুৰ হোইলঙ কৈ
দিনে দিনে বা কিবা হৈ।
( মাগুৰ আছিলোঁ, কাৱৈ হ'লোঁ। অৰ্থাৎ অৱস্থা বেয়া হ'ল। )

(৫) পৰেৰ শোনা নাদাও কানত
ঝট্‌কে নিবে এক্কে টানত।
( পৰৰ বস্তু লৈ লাভ নাই। )

(৬) খান খাইআ জাই ভবানন্দ
অন্নেৰ গালাত ডোৰি।

(৭) জে একটা পাদ্ধি পোকা
তাও হৈসে মোৰ বাপেৰ জোকা।
( যদিও এটা দৰা পালোঁ সিও মোৰ দেউতাৰ বয়সৰ হ'ল। )

(৮) আসে গোক নাবোআই হাল
শেই গোক থাকাৰ থাকি নাথাকাই ভাল।

(৯) খাও নাই আৰ ভাও নাই আৰ।

(১০) ঘৰেৰ কথা নাকও পৰোক
কৈলে আই শাও ঘৰত।

(খ) সাঁথৰ :

(১) এক ঠেঙিআ বগা, শাকল শোইন্‌ধা। (বিচনি)
(২) ওথু ওথু ওথু, গোটেই গাওত্তে চোকু (আনাৰস)
(৩) এ'ক গাসেৰ এ'ক ফল, পাকি আসে টলমল। (আনাৰস)
(৪) এত্তি গেলুঙ, ওত্তি গেলুঙ, গেলুঙ হাবৰা হাট
এমন একৃটা জিনিস দেখলুঙ, ফলেৰ উপৰ পাত। (আনাৰস)
(৫) জলত জন্মো জলত বাশ, জলত দিলে সৰ্বোনাশ। (নিমথ)
(৬) পানি আসে ঢেউ নাই। (নাৰিকল)
(৭) ঢেউ আসে পানী নাই। (টিনৰ চাল)
(৮) এ'ক আসোৰিত কথা, গাস আসে নাই মূল না পাতা
(আকাশী-লতা)
(৯) ঘৰ আসে দুঅৰ নাই, মানৃশি আসে কথা নাই (কবৰ)
(১০) ভুকত ভুকত নাচে, ভোমাৰ বাড়িত আসে। (বাঢ়নী)
(১১) এ'ক হাতিৰ দুই মাথা, চল হাত্তি কোলিকাতা। (নাও)
(১২) গাও ধুম ধুম এ'কটা হাড়া। (খেৰৰ পুঁজি)
(১৩) জতই কাইটবেন মোক লম্বা হইআ জাইম,
কও তো মোৰ কি নাম। (সূতা)
(১৪) উপৰতো হাড়া, তলতো হাড়া, মোইদ্দত মাত্র ছাল
হাতো নাই ঠেঙো নাই, মাথাটো দেখিব ভাল। (জাপি)
(১৫) উত্তৰ হাতে আইল বামন, খাইতে দিলঙ কালা হাইলন
বামন খাইআ তৃপ্ত হোইল, যেমন হাইলন তে'মনে ৰোইল। (হোকা)
(১৬) এনু এনু ধোৰিবাৰ নাই ঠেনু। (কণী)
(১৭) চিল চিল ভয়ৰ বিল বিল পাত
বাৰে ভয়ৰ আঠৰো হাত। (বেত-গছ)

(১৮) জন্মেৰ চলা কৰমেৰ কালা, গলাই চিক চিক হাৰ
ঝাপ দিআ আহাৰ কৰে চৈদ্দ হাত মেট্টু কাৰ। (জাল)

(১৯) ৰাজাৰ বে'টাই দুধ খাই, এ'ক বাৰ বাত্‌সা দিএ মোৰি জাই।
(কল-গছ)।

(২০) একি আচোৰিত কথা, পাখা নাই উৰি জাই, মুখ নাই কথা কই, বুকু মেলি আলো দেই কান্দিআ ধ্বনি ভিজাই। (মেঘ)

১৬ ওপৰত আলোচনা কৰা ভাষাটোৱে গোৱালপৰীয়া 'দেশী-ভাষা'টোৰ মূল প্ৰৱাহ। গোৱালপৰীয়া ভাষাটো প্ৰাচীন আৰু আধুনিক অসমীয়াৰে সৈতে সম্বন্ধিত প্ৰাচীন কামৰূপী ভাষাৰে উত্তৰাধিকাৰী আৰু প্ৰতিনিধি। পশ্চিম গোৱালপৰীয়া ভাষাৰ পশ্চিম-পশ্চিমীয়া ভাষাটোৰ কিছুমান বৈশিষ্ট্য দেখা যায়। সেইবোৰৰ কেইটামান তলত উল্লেখ কৰা হ'ল :

(ক) অন্ত্য আ > -এ', যেনে, গুআ > গুএ'

(খ) ঠ আৰু থ > ট আৰু ত যেনে, পাঠা > পাটা বাথান > বাতান

(গ) কোনো কোনো লোকৰ মুখত চ > স যেনে, চে'ঙ > সে'ঙ

(ঘ) আৰম্ভণিৰ 'ৰ' ধ্বনিৰ লোপ আৰু আৰম্ভণিত 'ৰ' ধ্বনিৰ আগম, যেনে ৰাম আম, ৰাতি > আতি, ৰক্ত > অক্ত, আম ৰাম

(ঙ) কেতিয়াবা খ > ক, যেনে, দুখ > দুক, শুখ > শুক

(চ) কেতিয়াবা ল > ন, লেৰা > নেৰা

১৭ বগৰীবাৰীলৈকে বিস্তৃত গৌৰীপুৰ-অঞ্চলৰ ভাষাটো ধ্বনি তত্ত্বৰ দিনৰ পৰা একে। কিন্তু শব্দ-মালাৰ ক্ষেত্ৰত বগৰীবাৰী অঞ্চলত কিছুমান নতুন শব্দ পোৱা যায়। উদাহৰণ :

| গৌৰীপুৰ-অঞ্চল | বগৰীবাৰী-অঞ্চল |
|---|---|
| মোধুফল/ভোৰমুল | পাপিআ |
| দিৰ 'কলৰ থোক' | ঠোৰ |
| পানিয়াস 'কাছ' | কাস |
| খাটা 'কোকিলা-মাছ' | খাকিলা |
| বুৰা-বাপ 'ককাদেউতা' | আতা |
| বুৰা-মাও 'আইতা' | আবো |
| লোক 'কীৰ' | চিকন |
| ৰিসন 'বিচনি' | পাখা |

| | |
|---|---|
| ঝৰ 'ধুমুহা | তুফান |
| কানা / কুটা / তম 'থিয়া' | ফোৰ্কা |
| খুৰ্পা 'কোৰোকা' | টকো |
| বাশ্ / বাশ্না 'গোন্ধ' | গন্ধ |
| নে'সুৰা 'কটা কানি' | ত্তে'না |
| ত্তে'আটি 'তুৰাৰ ভলি' | গোবিআ |

৯৭ ১ দুয়ো অঞ্চলৰ ৰূপতাত্ত্বিক পার্থক্য কিছুমানো আছে। উদাহৰণ :

| | |
|---|---|
| গোৰীপুৰ-অঞ্চল | বগৰীবাৰী-অঞ্চল |
| এই পাকে 'এইদিনে' | এদিআ |
| ও পাকে 'সেইদিনে' | উদিআ |
| ঐই পাকে 'সেইদিনে' | ঐদিআ |
| এটি 'ইয়াত' | এ'টে |
| ওটি 'তাত' | ওটে |
| কুটি 'ক'ত' | কুন্‌টে কুনঠে |
| আজি 'আজি' | আউজকা |
| কালি 'কাইলৈ' | কাইলকা |
| ভউআ কালি 'কালি | গেল কালি |
| ভাত-ভাত 'ভাত-চাত' | ভাত-থাত |
| ধান-ভান 'ধান-চান' | শান-থান |
| চিনি-ভিনি 'চেনি-ভেনি' | চিনি-থিনি |

৯৮ গোৱালপৰীয়াৰ পূৰ-গোৱালপৰীয়া বিভাগটোত বিলাসীপাৰাৰ পৰা ধ্বনি-তাত্ত্বিক পৰিৱৰ্তন কিছুমানে দেখা দিছে। এই অঞ্চলৰ পৰা ক্ৰমান্বয়ে শব্দ-মালাৰো পার্থক্য কিছুমান দৃষ্টি-গোচৰ হয়। ৰূপ-তত্ত্বৰ ক্ষেত্ৰত বিলাসীপাৰাৰ পৰা অকল বিশেষ্য শব্দই নহয়, সৰ্বনাম-শব্দৰো পার্থক্য দেখা যায়। বগৰীবাৰী-অঞ্চলত পোৱা প্ৰতিধ্বন্যাত্মক শব্দৰ পার্থক্যখিনি এই অঞ্চলতো ৰক্ষিত হৈছে। বিলাসীপাৰা-অঞ্চলৰ বৈশিষ্ট্যবোৰ শালকোছা, চাপৰ, আৰু মুখীগাওঁ-অঞ্চলতো পোৱা যায়। চাপৰ আৰু মুখীগাওঁ-অঞ্চললৈকে ক্ৰিয়া-শব্দৰ পূৰ্ণ ভূত-কালৰ ৰূপবোৰ পোৱা যায়। বিলাসীপাৰাৰ পৰা 'আপুনি'ৰ ব্যৱহাৰ নাইকিয়া হৈছে। তলত আটাইকেইটা অঞ্চলৰ ধ্বনি, ৰূপ, আৰু শব্দমালাৰ বৈশিষ্ট্যসূচক নিদৰ্শন দাঙি ধৰা হ'ল :

(ক)

| গৌরীপুর | বিলাসীপাৰা | শালকোছা | চাপৰ | মুখীপাৰ্ড |
|---|---|---|---|---|
| মানুশ/মানুশি 'মানুহ' | মানুশি | মানশি | মানশি | মানুশি |
| বে'টা সাউআ 'মতা মানুহ' | আপা সাউআ | আপা মানুশি | আপা সাউআ, আপা মানুশি | আপা মানুসি |
| বেটি সাউআ 'মাইকী মানুহ' | আপি সাউআ | আপি মানুশি | আপি সাউআ আপি মানুশি | আপি মানুশি |
| চে'ঙ্ৰা 'ল'ৰা' | আপা | আপা সাউআ | আপা | আপা |
| চেঙ্ৰি 'ছোৱালী' | আপি | আপি সাউআ | আপি | আপি |
| আটকুৰা 'বাঁজী' | বাজি | বোইলা | বোইলা, বাজি | বোইলা |
| কোইভৰ 'পাৰ-চৰাই' | পাৰ | পাৰ | কোইভৰ পাৰ | পাৰ |
| বোকা 'মতা পাৰ' | পাৰা | মাউঠা | মাউঠ কোইভৰ, পাৰা | পাৰা |
| বুকি 'মাইকী পাৰ' | পাবি | মাউঠি | মাউঠি, কোইভৰ/পাবি | পাবি |
| শিৰ 'কলৰ থোক' | চোৰা | চোৰ | সোৰা | চোৰা |
| মোকোস/মোচা 'কলডিল' | কলফুল | কলফুল | ঠোৰ ডিলা | ঠোৰ |
| চে'ৰাই 'গেদগেদী' | ঘাপ্‌শি | ঘাপশি | ঘাপ্‌শি | ঘাপ্‌শি |
| লোম 'নোম' | বতা | বতা | বতা/ভোমা | বোমা |
| আগুন 'জুই' | জুই | জুই | জুই | জুই |
| জল 'পানী' | পানি | পানি | পানি | পানি |

( খ )

| গোৰীপুৰ | বিলাসীপাৰা | শালকোছা | চাপৰ | মুৰীগাওঁ |
| --- | --- | --- | --- | --- |
| আলো 'পোহৰ' | পোহৰ | পোহৰ | পোহৰ | পোহৰ |
| বিসন 'কঠীয়া' | বিধান | বিধান | বিধান | বিধান |
| ধুব্‌পা 'কোবোকা' | টকো | টোকো | টোকো | টোকো |
| বিলাই 'মেকুৰী' | বিলাই | বিলাই | নাকাৰ | নাকাৰ |
| বাশ/বাশনা 'গোন্ধ' | গন্ধ/বাশ/বাশনা | গন্ধ বাশ বাশনা | গন্ধ বাশনা | গন্ধ |
| শোলা 'কুঁহিলা' | বোত্তলা বোতোলা | বোত্তোলা | বোত্তোলা | বোত্তোলা |
| ভে'আটি 'গুৱাবগুলি' | গোবিঅা | গোবিঅা | গোবিঅা 'গৰ | গৈৰা |
| নে'সুৰা 'ফটা কানি' | ভে'না | খেটা | ভেনা খেটা | খেটা |
| স : চ : সাগল 'ছাগলী' | চাগল, সাগল | সাগল | সাগল | সাগল |
| চ : স : চাইৰ 'চাবি' | চাইৰ সাইৰ | চাইৰ'সাইৰ | সাইৰ | চাইৰ |
| চৰাই 'কুকুৰা' | চ'ৰাই | চ'ৰাই | সৰাই | চৰোই |
| ছ : স : চ ছাত্তি/ছাত্তা 'ছাতি' | ছাত্তি'সাত্তি/সাত্ত 'চাত্তা | সাত্তা/চাত্তা | সাত্তা | সাত্তা |
| ছই/সই 'ছয়' | ছই/চই/সই | ছই সই | সই | সই |
| মানশি-টা 'মানুহটো' | মান্‌শি-টা | মান্‌শি-টা | মানশি-টা | মান্‌শি-টা |
| গাস-টা 'গছ ডাল' | গাস-টা | গাস-ডাল | গাস-ডাল | গাস-ডাল |
| মান্‌শি-গুলা/গুলান 'মানুহবোৰ' | মান্‌শি-গুলা/গুলান | মান্‌শি-গুলা গিলা | মান্‌শি-গিলা | মান্‌শি-গিলান |

( গ )

| গোৱালপুৰ | বিলাসীপাৰা | শালকোছ | চাপৰ | মুখীপাৰ্ত |
|---|---|---|---|---|
| গোক-গুলা/গুলান 'সকলোৰ' | গোক-গুলা/গুলান | গোক-গুলা | গোক গুলা | গোক-গিলান |
| এ'মুনে/এ'মনকোৰি 'এনেকৈ' | এ'নুত্তে | এ'নুত্তে | এ'নুত্তে | এনুত্তে |
| শে'মনে/শে'মনকোৰি 'তেনেকৈ' | ওনুত্তে | ওনুত্তে | ওনুত্তে | ওনুত্তে |
| কে'মুনে/কে'মনকোৰি 'কেনেকৈ' | কে'নুত্তে | কে'নুত্তে | কে'নুত্তে | কে'নত্তে |
| কে'নে 'কিয়' | কে'নে | কে'নে, কিঅ | কে নে, কিঅ | কিঅ |
| ভাত্ত-ভাত্ত 'ভাত্ত-চাত্ত' | ভাত্ত-থাত্ত | ভাত্ত থাত্ত | ভাত্ত-থাত্ত | ভাত্ত-থাত্ত |
| ধান-ভান 'ধান চান' | ধান-থান | ধান থান | ধান থান | ধান-থান |
| চিনি-ভিনি 'চেনি তেনি | চিনি-থিনি | চিনি-থিনি | চিনি থিনি | চিনি থিনি |
| মুই 'মই' | মুই | মুই | মুই | মুই |
| আমৃৰা 'আমি' | আমৃৰা/আমিৰা/আমা | আমৰা/আমিৰা/আমি | আমৃৰা/আমিৰা/আমি | আমা |
| তুই 'তই' | তুই | তুই | তুই | তুই |
| তুমৃৰা 'তইঁত' | তুমৰা/তুমিৰা/তুমা | তুমৃৰা/তুমিৰা/তুমা | তুমিৰা | তোমা |
| তোমৃৰা 'আপুনি' | × | × | | × |
| উআই 'সি' | ওএ' | অএ' | ওএ | ওএ |
| উমৃৰা 'সিহঁত' | উমৃৰা/উমিৰা | উমৃৰা/উমিৰা/উমা | উমিৰা | উমা |

৯১ গোৱালপৰীয়া দেশী ভাষাটোৱে বাসুগাওঁ, বঙাইগাওঁ, বিজনী আৰু অভয়াপুৰী-অঞ্চলত কিছুমান সুকীয়া ৰূপ লৈছে। ধ্বনি তত্ত্ব, ৰূপ-তত্ত্ব আৰু শব্দমালা এই আটাইকেইটা বিভাগতে এই পৰিৱৰ্তন লক্ষ্য কৰা যায়। বিজনী-অঞ্চলত বহুতো কামৰূপী ৰূপ সংৰক্ষিত হৈছে। তলৰ তালিকাকেইখনে কথাখিনিৰ প্ৰমাণ দাঙি ধৰিব :

(ক)

| গৌৰীপুৰ | বাসুগাওঁ | বঙাইগাওঁ | বিজনী | অভয়াপুৰী |
|---|---|---|---|---|
| মানুষ/মানুশি 'মানুহ' | মানু | মানু | মানু | মানু |
| বেটা সাউআ 'মতা মানুহ' | আপা মানু | আপা মানু | আপা ম'নু | আপা মানু |
| বেটি সাউআ 'মাইকী মানুহ' | আপি মানু | আপি মানু | আপি ম'নু | আপি মানু |
| চেংড়া 'লৰা' | আপা | আপা | আপা সোসি | আপা সাউআ |
| চেংড়ি 'ছোৱালী' | আপি | আপি | আপি সোলি | আপি সাউঅ' |
| আটকুৰা 'বাঁজি' | – | বৈল | বাজি | বাজি |
| কোইতৰ 'পাৰ-চৰাই' | পাৰ | পাৰ | পাৰা/কোবিতৰ | পাৰ |
| বোকা 'মতা পাৰ' | মাউথা | পাৰা | মাউথা | পাৰা |
| বুকি 'মাইকী পাৰ' | মাউথি | পাৰি | মাউথি | পাৰি |
| শিৱ 'কলৰ থোক' | থোৰা | থোৰ | সোৰা | সোৰা |
| কোকোস/মোচা 'কলাভিল' | দিলা | দিল | দিল। | ডিল' |
| চেঁৰাই 'গেজগেজি' | ঘাগ সি | ঘাগ সি | ঘাগ সি | দাগ সি |
| লোম 'নোম' | ভোমা | ভোম' | ভোম' | ভোমা |
| আগুন 'জুই' | জুই | জুই | জুই | জুই |
| জল 'পানী' | পানি | পানি | পানি | পানি |
| আলো 'পোহৰ' | পোহৰ | পোহৰ | পোহৰ | পোহৰ |

( খ )

| গোৰীপুৰ | বাসুগাওঁ | বঙ্গাইগাওঁ | বিজনী | অভয়াপুৰী |
|---|---|---|---|---|
| খিসন 'কঠীয়া' | বিধান | কাইঠ | বিধান | বিধান |
| খুৰ'পা 'কোৰোকা' | টোকো | টোকৰ | টকা | টোকো |
| খিলাই 'মেকুৰী' | নাকাৰ | নাকাৰ | নাকাৰ | নাকাৰ |
| খাম / খাম্না 'গোন্ধ' | গোন্ধ | গোন্ধ | গোন্ধ | গোন্ধ |
| ভে' আটি 'তুষাৰগুলি | পৈৰা | — | গোবিআ | গোবিআ |
| লে'সকা 'ফটা কানি' | খেটা | ফাড় কাপুৰ | ফাড়া কাপুৰ | ফাড়া কাপুৰ |
| খোলা 'কুঁহিলা' | বোন্তাল | বোন্তাল | বোন্তোলা | বোন্তোলা |
| শ: স: | | | | |
| শাড় 'ষাড' | সাড | সাড | সাড় | সাড় |
| শিঙ 'শিং' | সিঙ | সিঙ | সিঙ | সিঙ |
| শিআল 'শিয়াল' | সিয়াল | সিআল | সিআল | সিআল |
| শ: হ: | | | | |
| মাউশা 'মহা' | মাহা | মাহা | মাহা | মাহা |
| শ: স: | | | | |
| হাশ 'হাঁহ' | হাস | হাস | হাস | হাস |
| চ: স: | | | | |
| চোক 'চকু' | সুকু | সোকু | সোকু | সুকু |

( গ )

| গৌৰীপুৰ | বাসুগাওঁ | বজাইগাওঁ | বিজনী | অভয়াপুৰী |
|---|---|---|---|---|
| মানুশ টা মানুহটো | মানু গো | মানু গো | মানু-গো | মানু-টা |
| গাস-টা 'গছ-ডাল' | গাস-ডাল | গাস ডাল | গাস-ডাল | গাস-ডাল |
| মানুশ-গুলা গুলান মানুহবোৰ | মানু গিলা | মানু-গিলা | মানু-গিলা | মানু-গিলা |
| গোক-গুলা / গুলান গৰুবোৰ' | গোক গিলা | গোক-গিতি | গোক-গিলা | গোক-গিলা |
| এ'মান / এ'মনকাৰি এনেকৈ' | এঙ্কেৰেঅ৷ | এ ঙ্ ক | এ'ঙ্ক | এ'ঙ্কে |
| শে'মান / শে'মনকাৰি 'তেনেকৈ' | সে ঙ্কাৰেঅ৷ | সে'ঙ্ক | সে ঙ কে | সে'ঙ্কে |
| কে'মান কে মনকাৰি 'কেনেকৈ' | কে'ঙ্কেৰেঅ | কে ঙ্কে | কে ঙ্ক | কে'ঙ্কে |
| কে'ন কিয়' | কিঅ | কিঅ | কিঅ | কিঅ |
| ভাত-তাত 'ভাত চাত' | ভাত-থাত | ভাত-সাত | ভাত-থাত | ভাত-থাত |
| ধান-তান ধান চান' | ধান-থান | ধান সান | ধান থান | ধান থান |
| চিনি-তিনি 'চেনি ছেনি' | সেনি থেনি | সিনি থিনি | চেনি-থেনি | সেনি থেনি |
| মুই 'মই' | মই | মই | মই | মঅ' |
| আম্ৰা 'আমি' | আমি | আমি | আমি | আমি |
| তুই 'তই' | তই | তুমি | তই | তঅ' |
| তুম্ৰা 'তহঁত' | তুমি | তামি | তুমিৰা | তুমি |
| তোম্ৰা 'আপুনি | | × | | × |
| উআই 'সি' | ওঅ | ওঅ | তাই | তাঅ' |
| উম্ৰা 'সিহঁত' | উমি / উমিৰা | তামি | তামি | তামি |

১০০ বৈটামাৰী অঞ্চলৰ ভাষাটোক পশ্চিম গোৱালপৰীয়া আৰু পূব-গোৱালপৰীয়া ভাষাৰ সংমিশ্ৰণ বুলি ক'ব পাৰি। গোৱালপৰীয়াৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ-পাৰৰ ভাষাৰ আভাস তলৰ তালিকাকেইখনে দাঙি ধৰিব :

( ক )

| গোঁৱালপুৰ | মাণিক্য চৰ | লক্ষীপুৰ | কৃষ্ণাই | দুধনৈ |
|---|---|---|---|---|
| মানুশ/মানুসি মানুহ' | মানুশ | মানশি | মানু | মানু,মানু (হ) |
| বে'টা সাউআ 'মতা মানুহ' | বে'টা সাউআ | বেটা সাউআ | আপা সাউআ | আপা সাউআ/ আপা সোলি |
| বেটি সাউআ 'মাইকী মানুহ' | বে'টী সাউআ | বেটি সাউআ | আপি সাউআ | আপি সাউআ / আপি সোলি |
| চেঙ্ৰা ল'ৰা' | চেঙ্ৰা | চেঙ্ৰা/আপা | আপা | আপা |
| চেঙৰি 'ছোৱালী' | চেঙৰি | চেঙৰি, আপি | আপি | আপি |
| আটকুৰ 'বাঁজী' | আটকুৰ | আটকুৰা বাজি/বান্জি | বাজি | বাজি/ভাজি |
| কোইভৰ 'পাৰ-চৰাই' | কৈতৰ | কৈতৰ পোৰিতৰ | পাৰো | পাৰ/পাউৰা |
| বোকা 'মতা পাৰ' | পাইৰা | | ৴ | মাত্ৰা পাৰ মাত্ৰা পাউৰা |
| বুকি 'মাইকী পাৰ' | পাইৰি | | ৴ | মাত্ৰি পাৰ মাত্ৰি পাউৰা |
| পিৰ 'কলৰ থোক' | চোৰি | চোৰা | সোৰা | সোৰা |
| মোকোস মোচা 'কলডিল | ঠোৰ | ঠোৰ | ঠোৰ | কলফুল |
| চে'ৰাই 'গেদগেদী' | ডে'দ | বেদাই বাপাস | ডে'ঙকেলি | নিনপাৰি |
| লোম 'নোম' | লোম | লোম, লোমা | ভুঙা/লুম | ভুঙ/লুম |
| আগুন 'জুই' | আগুন | জুই | জুই | জুই |
| জল 'পানী' | জল | পানি | পানি | পানি |

(খ)

| গোৱালপুৰ | মাণিকাচৰ | লক্ষীপুৰ | কৃষ্ণাই | দুধনৈ |
|---|---|---|---|---|
| আলো 'পোহৰ' | আলো | পোহৰ | পোহৰ | পোহৰ/পহৰ |
| বিসন 'কঠিন' | বিসন | বিষান | বিষান | বিষান |
| খুব্‌পা 'কোবোকা' | মাৰাই আতাস | খুব্‌পা আতাস | খুব্‌পা | খোল্‌টা |
| বিলাই বিলাই 'মেকুৰী' | বিলাই | বিলাই | বিলাই | নাকাৰ মে'কৃৰি |
| বাশ বাশনা 'গোন্ধ' | বাশ্‌ন গোন্ধ | গন্ধ | বাস্‌না | বাস্‌ন/গান্ধ |
| ভে'আটি দুৱাৰডলি' | | গৰা | দুৱাৰগাৰ | মোখ |
| নে'সৰ 'ফটা কানি' | নেকৰ ছেঁন | ছেনা ফাড কাপুৰ | ফাড কাপুৰ | ফাড়া কাপুৰ |
| খোলা 'কুঁহিলা' | শাল | বস্ত লা | | বোখোলা বোড্‌লা |
| শ : স : | | | | |
| শোল/শৈল 'শ'লমাছ' | শৈল | শোল শৈল | শোল | সোল |
| চ : স: | | | | |
| চান 'জোন' | চান | চান সান | সান জোন | জোন/জন |
| ছ : স: | | | | |
| ছই 'ছয়' | ছই/সই | ছই/সই | সই | সই |
| মানুশ-টা 'মানুহটো' | মানুশটা/টে' | মানুশ-টা | মানু টা | মানু টা |
| গাস-টা গছডাল | গাস-টা/টে' | গাস-টা | গাস-টা | গাস-ডাল |

( গ )

| গৌৰীপুৰ | মাণিক্য চৰ | লক্ষীপুৰ | কৃষ্ণাই | দুধনৈ |
|---|---|---|---|---|
| মানুষ গুলা গুলান 'মানুহবোৰ' | মাচুষ-গু'ল | মানষি গুলা 'গুল | মানু গিলা | মানুহ-গিলা/গিলান |
| গোৰু গুলা/গুলান 'গৰুবোৰ' | গোৰু গু'ল' | 'গোৰু গুলা গুলে' | গোৰু গিল | গোৰু-গিলা/গিলান |
| এ'ম্নে, এমনকাৰি 'এনে'ক' | এ'মনকোৰি | এ'মনকাৰি, এ ন্তে | এ'নতে | এ'নেকাই/এ নাকে |
| শে'ম্নে/শেম'নকোৰি 'তেনে'ক' | ওমেনকোৰি | শে'মনকোৰি/ওনাতে | ওন্তে | তে'নেকাই তে'নুকে |
| কে'ম্নে/কে'মনকোৰি 'কেনে'ক' | কেম্নেনকোৰি | কে'মনকোৰি 'কে'ন্তে | কে'ন্তে | কে'নেকাই/কে'নাকে |
| কে'নে 'কিয়' | কে নে | কে'নে | কিঅ | কিঅ |
| ভাত-তাত 'ভাত চাত' | ভাত সাত | ভাত-থাত তাত | ভাত থাত | ভাত-থাত ভাত |
| ধান তান 'ধান চান' | ধান সান | ধান-থান তান | ধান-থান | ধান-থান'ধান সান |
| চিনি-তিনি 'চেনি-তেনি' | চিনি তিনি | চিনি-থিনি চেনি তেনি | সিনি থিনি | সেনি থনি |
| মুই 'মই' | মুই | মুই | মুই | মোই |
| আমৰা 'আমি' | আমৰা | আমিৰা আমি | আমি | আমি |
| তুই 'তই' | তুই | তুই | তুই | তুই, তোই |
| তুমৰা 'তইত' | তোমৰ | তুমৰ তুমিৰা | তুমি | তুমি/তুহন |
| তোমৰা 'আপ নি' | আপ নি | তোমৰ আপ নি | আপ নি | আপ্নি |
| উআই 'সি' | ওই | অই উই | ওই | তাঅ'/সি |
| উমৰা 'সিইত' | উমৰা | উমৰা/উমিৰা | তামি | তামি/তাহুন |

১০১. গোৱালপৰীয়া ভাষাটোৰ অনুসন্ধানৰ পৰা দেখা যায় যে কোনো কোনো অঞ্চলত কিছুমান নতুন নতুন শব্দৰ ব্যৱহাৰ চলি আছে। তলত সেইবোৰৰ কেইটামান উল্লেখ কৰা হ'ল:

শুকৰ 'গাহৰি' (গৌৰীপুৰ), বাৰা (বঙ্গাইগাওঁ)
মৈশাল 'ম'হৰখীয়া' (গৌৰীপুৰ) লাখোলিআ (বঙ্গাইগাওঁ,
তেলচোৰ 'পঁইতাচোৰা' (গৌৰীপুৰ), কুলুঙা (বঙ্গাইগাওঁ)
হাণ্ডা 'কলৰ আখি' (গৌৰীপুৰ), আখা (বিজনী)
ঢেৰস 'ভেন্দী' (গৌৰীপুৰ), ভেন্দি (বঙ্গাইগাওঁ, বৈটামাৰী)
চে'ৰাই 'গেদগেদী' (গৌৰীপুৰ), ধাগ সি (বঙ্গাইগাওঁ), নিনপাৰি (বৈটামাৰী
লোম 'নোম' (গৌৰীপুৰ) ভোমা (বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী অভয়াপুৰী),
ভুঙ (ধুবৈন)
চান 'জোন' (গৌৰীপুৰ), জোনাক (বঙ্গাইগাওঁ, বাসুগাওঁ, বৈটামাৰী,
বিজনী, অভয়াপুৰী), জোন/জন (ধুবৈন)
এন্দুৰ/ইন্দুৰ 'এন্দুৰ' (গৌৰীপুৰ নিগুড (শালকোচা চাপৰ)
চোক 'চুক' (গৌৰীপুৰ), উৰাত মাণিক' চৰ)
খুটি 'মাটিৰ সৰু পাত্ৰ' গৌৰীপুৰ', ভুৰকা (কৃষ্ণাই)
ভে'ৰ 'বোকা' (গৌৰীপুৰ), চহ্‌লা (কৃষ্ণাই)
নাতী 'চকুৰমণি' (গৌৰীপুৰ), ভাইআ/মোনি (শালকোচা)
শাগাই 'শালতী' (গৌৰীপুৰ), গুড্ডি (বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী, অভয়াপুৰী,
ধুবৈন, পৰবাসি (মাণিকা-চৰ)

১০২ গোৱালপৰীয়া ভাষাটো গোৱালপাৰা জিলাত (অবিভক্ত) বাস কৰা বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ লোকসকলে কয়। এইটো কোনো এক বিশেষ সম্প্ৰদায়ৰ ভাষা নহয়। মুছলমান লোকসকলেও একে ভাষাটোৱে কয়, মাত্ৰ তেওঁলোকৰ সম্বন্ধ-বুজোৱা শব্দ কিছুমান সুকীয়া, যেনে, বাবা>আব্বা পিশা>ফুৰা/ফুবে, পিশি ফুবু, আবো>নানি আত্তা~নানা। গৌৰীপুৰ অঞ্চলৰ মুছলমান লোকসকলে 'জল'ৰ ঠাইত 'পানি' আৰু 'ডিমা'ৰ ঠাইত 'ফল' শব্দ ব্যৱহাৰ কৰে। প্ৰত্যেক ঠাইতে আন ঠাইত ব্যৱহাৰ হোৱা শব্দ কিছুমানৰ মিশ্ৰণ ঘটা দেখা যায়, যেনে, সে'কা/খাৰ। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ পশ্চিম-গোৱালপৰীয়াৰ পশ্চিম-পশ্চিমীয়া ভাষাটোৰ মিচিনা মাণিকা চৰ অঞ্চলতো শব্দৰ আৰম্ভণিত থকা 'ৰ' ধ্বনিৰ লোপ

হোৱা দেখা যায় , যেনে, বাখোৱাল>আহোৱাল>আহল 'পৰবীয়া' , বাস্তি>বাইস্ত >আইস্ত । ভেনেদৰে অন্ত্য 'আ' ধ্বনি >এ' , যেনে, গুৱা>গুএ' 'আমোল' । মালিকা-চৰৰ গুচবেৰে ঠাকুৰবাৰীৰ এগৰাকী মহিলাৰ মুখত কেইটামান ধ্বনিৰ বিশেষ ধৰণৰ পৰিবৰ্তন ঘটা দেখা গৈছিল , যেনে, পাট >পাস্তা, পাঠা> পান্তা ; ভোটা >ভোস্তা ।

১০৩ গোৱালপৰীয়া ভাষাটোৰ অনুসন্ধানে এইটোও স্পষ্টকৈ দেখুৱায় যে ভাষাটো পশ্চিম ফালৰ পৰা পুবৰপিনে গতি কৰিছে আৰু অৱশেষত কামৰূপী উপভাষাৰে সৈতে মিলি গৈছে। তলত উল্লেখ কৰা দহ শব্দৰ বিকাশৰ ধাৰাটোৱে তাৰ প্ৰমাণ কৰিব :

(১) শেপা 'লহা-পহু' (গোৰীপুৰ), শ্যাদা (বিলাসীপাৰা, শালকোছা, চাপৰ), সাদা (বৈটামাৰী), সাহা (বঙ্গাইগাওঁ , সাহা (বিজনী), সঁহা (অভয়াপুৰী), সহা (দুধনৈ), সহা (কামৰূপী))।

(২) হাশি 'মাইকী হাঁহ' (গোৰীপুৰ), হাশিনি (বিলাসীপাৰা, শালকোছা, চাপৰ), হাশিনি (বৈট্টামাৰী) হাসিনি (বাসুগাওঁ), হাহিনি (বিজনী), হাইহনি (কাম)।

(৩ শিপা 'শিপা' (গোৰীপুৰ, বৈটামাৰী), শিঅা (বিলাসীপাৰা, শালকোছা, চাপৰ), সিঅা (বঙ্গাইগাওঁ), সিহা/সিআ (দুধনৈ), সিআ-ৰ (কাম)।

৪) চোক 'চকু' (গোৰীপুৰ) সোকু (বিলাসীপাৰা, শালকোছা, চাপৰ), সোকু (বৈটামাৰী, বঙ্গাইগাওঁ, বিজনী), সোকু সোখু (দুধনৈ) সোখু (কাম),

(৫) হাড্‌ডি 'হাড' (গোৰীপুৰ), হাড়া (বিলাসীপাৰা, শালকোছা, চাপৰ), হাড়া (বঙ্গাইগাওঁ, বিজনী, অভয়াপুৰী, দুধনৈ), হাৰা (কাম)

(৬) কাশ কাঁহ' (গোৰীপুৰ), কাশা (বিলাসীপাৰা, শালকোছা, চাপৰ), কাস বঙ্গাইগাওঁ, বাসুগাওঁ, বিজনী, অভয়াপুৰী), কাহ (দুধনৈ), * কাহা, কাঁহা (কাম)

(৭) ছাত্তি 'ছাতি' (গোৰীপুৰ), সাত্তা (বিলাসীপাৰা, শালকোছা, চাপৰ), সাত (বঙ্গাইগাওঁ বাসুগাওঁ, বিজনী, অভয়াপুৰী , সাত্তা (কাম)

(৮) ঝাপি 'জাপি' (গোৰীপুৰ), ঝাপি (বিলাসীপাৰা, শালকোছা, চাপৰ) জাপি (বঙ্গাইগাওঁ, দুধনৈ) জাপি (কাম)

(১০) শাপ 'সাপ' (গোৰীপুৰ, বৈটামাৰী), সাপ (বঙ্গাইগাওঁ, বাসুগাওঁ, অভয়াপুৰী, দুধনৈ), সাপ (কাম)।

১০৪ উত্তৰ-বঙ্গৰ ভাষা আৰু কামৰূপী উপভাষাৰে সৈতে ঘনিষ্ঠভাৱে সম্পর্ক স্থাপনৰ যোগে গোৱালপৰীয়া ভাষাটোৱে প্রাচীন কামৰূপৰ ভাষাৰ প্রতিনিধিৰূপে মৰ্যাদা বহন কৰিছে। এই ভাষাটোৱে লোক সাহিত্য আৰু প্রাচীন অসমীয়া সাহিত্যত ব্যৱহাৰ হোৱা অনেক প্রয়োগ সংৰক্ষণ কৰিছে। গোৱালপৰীয়া ভাষাটোত মাগধী প্রাকৃতৰ বিশিষ্ট ধ্বনি ( তালব্য শ )ৰ এতিয়াও ব্যৱহাৰ হৈ আছে। মূর্ধন্য ট, ঠ, ড আদি ধ্বনিও সমগ্র গোৱালপৰীয়া ভাষা কোৱা অঞ্চলত ৰক্ষিত আছে। এইদৰে গোৱালপৰীয়া উপভাষাটোৱে অসমীয়া ভাষাৰ বুৰঞ্জীত এক বিশেষ স্থান অধিকাৰ কৰিছে।

## কাছাৰী উপভাষা

১০৫ কাছাৰ জিলাত প্রধানকৈ তিব্বতবর্মীয় শাখা-পৰিয়াল আৰু আৰ্য্য-শাখা-পৰিয়ালৰ ভাষা কোৱা হয়। তিব্বতবর্মীয় শাখা-পৰিয়ালৰ ভাষাৰ ভিতৰত ডিমাছা আৰু মেইতেই প্রধান, আৰ্য-শাখা-পৰিয়ালৰ ভিতৰত অসমীয়া ভাষাই কাছাৰ-জিলাত সুকীয়া স্থান লাভ কৰিছে। ঐতিহাসিক যুগৰ পৰা কাছাৰৰ লগত অসমৰ বিশেষকৈ পশ্চিম-অসমৰ ঘনিষ্ঠ সম্পর্ক সংঘটিত হয়। কাছাৰত কোচ বা দেৱান-জাতিৰ ৰাজত্বও চলিছিল। তাৰ ফলত পশ্চিম অসমৰ পৰা গৈ অনেক লোকে কাছাৰত বসবাস কৰাৰ সুবিধাও পায়। ইপিনে ইংৰাজ ৰাজত্বৰ আগতে কাছাৰ আছিল স্বাধীন ৰাজ্য। স্বাধীন হ'লেও কাছাৰৰ ৰজাসকলে আহোম ৰজাসকলক সাৰ্বভৌম বুলি মানি লৈছিল। মোৱামৰীয়া বিদ্রোহৰ কালছোৱাত বহুত অসমীয়া মানুহে কাছাৰত আশ্রয় লৈছিল। সেইসকল শৰণাৰ্থী আছিল সাধাৰণ স্তৰৰ অসমীয়া মানুহ, বিষয়া শ্রেণীৰ নহয়। সেইবোৰ অসমীয়া মানুহৰ উত্তৰপুৰুষসকলে কাছাৰত বসবাস কৰিছে। মধ্য-যুগত ব্রহ্মপুত্র-উপত্যকা আৰু বৰাক-উপত্যকাৰ নাথ-যোগী সকলৰ মাজত বৈবাহিক সম্পর্ক আছিল।[৭৫] অসমৰ আন ঠাইৰ পৰা অহা লোক আৰু কাছাৰৰ স্থানীয় লোকসকলৰ বসবাসৰ ফলত কাছাৰত অসমীয়া ভাষাৰ সুকীয়া ৰূপ এটাই গঢ় লয়। এই ভাষাটোক কোনো কোনোৱে দেৱান ভাষা বুলিছে। এই ভাষাটোৰ লগত অসমীয়া মান্যভাষা আৰু পশ্চিম-অসমৰ উপভাষাৰ ঘনিষ্ঠ সম্পর্ক দেখা যায়।

---

৭৫ চট্টোপাধ্যায় সুহাস : (১) অসমৰ বিভিন্ন জন-গোষ্ঠীৰ অসমীয়া-ভাষাৰ প্রয়োজনীয়তা ( প্রবন্ধ ) : অসম বাণী : ১৩ ফেব্রুৱাৰী, ১৯৮৭
(২) কাছাৰ অসমৰ অবিচ্ছেদ্য অঙ্গ, সাংস্কৃতিক আৰু ঐতিহাসিক দিশ ( প্রবন্ধ ) : বহুবেকীয়া মুখ-পত্র : অসম-সাহিত্য-সভা শিলচৰ শাখা ১৯৮৬-৮৭।

ঐতিহাসিক দৃষ্টি-কোণৰ পৰা সি স্বাভাৱিকো। তলত দেৱান ভাষা আৰু অসমীয়া ভাষাৰ সাদৃশ্যৰ* আভাস দিয়া হ'ল :

| দেৱান ভাষা | অসমীয়া ভাষা |
| --- | --- |
| আগত | আগত |
| আক | আৰু |
| আহ | আহ্‌ |
| উপৰত | ওপৰত, তু. কাম উপৰোত |
| ওঠ | ওঁঠ |
| কুনি | কোন, তু কাম কুনি |
| গা খো | গা ধো |
| গছ | গছ |
| ঘৰা | ঘোঁৰা, তু. কাম. ঘৰা |
| চকু | চকু |
| চুলি | চুলি |
| জনাক | জোন, তু গোৱা জোনাক |
| জিভা | জিভা |
| জুই | জুই |
| টেঙা | টেঙা |
| ঠেঙ | ঠেং |
| তলত | তলত |
| তাক | তাক |
| তাৰ | তাৰ |
| থিয় হ | থিয় হ |
| দিয় | দিয় |
| নচয় | নচয় |
| নাও | নাও |
| নুন | লোণ, তু কাম. নুন |
| পানী | পানী |
| পুথি | পুথি |

* দ্রষ্টব্য : (১) গুহ, উপেন্দ্র চন্দ্র : কাছাড়েৰ ইতিবৃত্ত
(২) লস্কৰ, মো: আব্দুল কাহেৰ : অসমৰ বুকুত কাছাৰ

| দেৱান ভাষা | অসমীয়া ভাষা |
| --- | --- |
| পিঠি | পিঠি |
| বহু | বহু |
| বনী | ভনী, তু কাম বৈনী |
| বয়া | বেয়া, তু কাম বয়া |
| বাৰ চা | বাট চা |
| বেলি | বেলি |
| ভাই | ভাই |
| মাই | মা / মাই |
| মৰ | মই |
| মানু | মানুহ তু গোৱ মানু |
| মূড় | মূৰ |
| মুই | মহ, তু কাম মুইহ |
| ৰূপ | ৰূপ তু কাম ৰূপা |
| লোৱা | লো, তু কাম লোৰা |
| সবে | চবাই, তু কাম চবে |
| হৰগ | সৰগ |
| হকল | সকল |
| হান্ | সান্ |
| হাপ | সাপ |
| হি | সি |
| হিয়াল | শিয়াল |

১০৬ বিভিন্ন ভাষা-ভাষী লোকৰ সংমিশ্ৰণৰ ফলত কাছাৰৰ থলুৱা ভাষাটো এটা স্বকীয়া উপভাষাৰূপে পৰিণত হৈছে। এই উপভাষাৰ গঢ়ত দেৱান ভাষাৰ বৰঙণি উল্লেখযোগ্য। কাছাৰৰ থলুৱা ভাষাটোৰ বিষয়ে অধ্যয়ন কৰি ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই এই বুলি মন্তব্য দিছে যে "কাছাৰীয় উপভাষাটো কামৰূপী উপভাষা আৰু অসমীয়া মাতৃভাষাৰ ওচৰ চপা। ইয়াত প্ৰায় পঁয়সত্তৰ টা শব্দই সজাতীয় শব্দ" ৭৬

---

৭৬ Bhattacharya, P. C. The Languages and Dialects of Cacher District of Assam : Summaries of papers All India Oriental Conference, 27th Session, 1974

"বৰাক-উপত্যকাত বসবাস কৰি থকা থলুৱা হিন্দু-মুছলমান আৰু বিভিন্ন ভিলজীয়া জন-গোষ্ঠীৰ ভাষাসমূহৰ সংমিশ্ৰণত এই উপত্যকাৰ বৰ্তমান প্ৰচলিত ভাষাৰ সৃষ্টি হৈছে।"[৭৭] কাছাৰত প্ৰচলিত বিষ্ণুপ্ৰিয়া ভাষাৰ লগতো অসমীয়া ভাষাৰ সম্পৰ্ক অতি গাঢ়। দেৱান ভাষা আৰু বিষ্ণুপ্ৰিয়া ভাষাৰ নিদৰ্শনে কাছাৰত প্ৰচলিত অসমীয়া ভাষাৰ এটা সুকীয়া ৰূপ বা উপভাষাৰ কথাই মনলৈ আনে। তলত বিষ্ণুপ্ৰিয়া ভাষাৰ এটি পৰিচয় দিয়া হ'ল।

## বিষ্ণুপ্ৰিয়া

১৩৭ এই ভাষাটো অসমৰ কাছাৰ-জিলাত প্ৰধানকৈ কোৱা হয়। গ্ৰিয়াৰ্ছনৰ মত অনুসৰি মায়াং ভাষাই বিষ্ণুপুৰীয়া ভাষা। গ্ৰিয়াৰ্ছনে মায়াংক অসমীয়া ভাষাৰ এটা বিশিষ্ট ৰূপ হিচাপে দেখুৱাইছিল যদিও ইয়াৰ শব্দ-ভাণ্ডাৰ আৰু ৰূপ-তত্ত্বত তিব্বতবৰ্মীয় ভাষাৰ বিশেষ প্ৰভাৱ থকা বুলি মন্তব্য দিছিল। "মণিপুৰী জনসাধাৰণে বিষ্ণুপুৰীয়াক মায়াং বুলি কয়, কাৰণ তেওঁলোক মণিপুৰৰ বাহিৰৰ লোক। এই লোকসকলৰ ভাষা মেইতেইৰ বাহিৰে আন একো নহয়, ভাৰতীয় আৰ্য-ভাষাৰ বৈশিষ্ট্য তেনেধৰণে নাই। এইবোৰ কাৰণত সদ্যহতে বিষ্ণুপুৰীয়াক মণিপুৰী বা মেইতেইৰূপে দেখুৱা হ'ল।"[৭৮] বিষ্ণুপ্ৰিয়া মণিপুৰী ভাষাৰ বিষয়ে লেখা পুথিখনত* ডঃ কালিপ্ৰসাদ সিংহই এই ভাষাটো আৰ্য ভাষাৰ ভাৰতৰ পূৰ্বখণ্ডত বিকশিত ধাৰা বুলি অভিহিত কৰিছে। প্ৰায় ৫০হাজাৰ মানুহে কোৱা এই ভাষাটো মণিপুৰ, কাছাৰ, ত্ৰিপুৰা আৰু বাংলাদেশত কোৱা হয়। মণিপুৰী বা মেইতেই ভাষাৰ লগত ইয়াৰ পাৰ্থক্য যথেষ্ট যদিও এই ভাষাটোৱে মেইতেইৰ শব্দ কিছুমানো সাৰথি লৈছে। বিষ্ণুপুৰীয়া মণিপুৰী ভাষাটো মূলতে মণিপুৰৰ লোকতগ-হ্ৰদৰ আশে-পাশে থকা ঠাইত সীমাবদ্ধ হৈ আছিল। পিছত এই ভাষা-কোৱা বেছিভাগ লোক মণিপুৰৰ পৰা ৰাজ্যৰ ভিতৰুৱা অশান্তি আৰু ব্ৰহ্মদেশৰ আক্ৰমণকাৰীৰ (১৮১৯ ২৬ লৈ হোৱা) আক্ৰমণত বিভিন্ন ঠাইলৈ পলাই যোৱাৰ ফলত তাত থকা কমসংখ্যক লোকৰ কাৰণে নিজৰ ভাষাটো চলাই ৰখাটো টান হৈ পৰে আৰু এই পতিকাৰ (বিংশ)

---

৭৭ মাধৱ ভূঞা, নজৰুলহক : বৰাক-উপত্যকাৰ জন-জীৱনত একুমুকি (প্ৰবন্ধ) : বহুবেকীয়া মুখ-পত্ৰ : অসম সাহিত্য-সভা, শিলচৰ শাখা, ১৯৮৬-৮৭

৭৮ Census of India, 1961, Vol I

* Sinha, K. P Bishnupriya Manipuri Language, 1981

আৱতৰিত এই ঠাইৰ পৰা ভাষাটো নিঃচিহ্ন হয়। এতিয়া এই ভাষাটো অসম, ত্ৰিপুৰা আৰু বাংলাদেশত বাস কৰা বিষ্ণুপুৰীয়াসকলে সংৰক্ষণ কৰিছে। এই ভাষাটোৰ দুটা উপভাষাৰ কথা কোৱা হৈছে। সিহঁত হ'ল : ৰাজাৰ গাঙ আৰু মাদৈ-গাঙ। শব্দ-ভাণ্ডাৰৰ পিনৰ পৰা চালে মাদৈ-গাঙত মেইতেইৰ প্ৰভাৱ বেছি। তলত দিয়া শব্দবোৰে দুয়োটা উপভাষাৰ স্বৰূপ বুজাত কিছু সহায় কৰিব :

| মাদৈ গাঙ | ৰাজাৰ গাঙ |
|---|---|
| আঙুনি | আঙ্‌গুলি |
| ঘুমানি | ঘুমজানি |
| কেন্দা | কান্দা, তু কান্দ কান্দা |
| আঙ্‌খি | আঙ্‌ঠি |
| জেথা | জেঠা |
| থাৰ | ঠাৰ 'ভাষা' |
| দৰ | ডৰ |
| দাক | ডাক্ মাত্', তু গোৱা. ডাক |
| দাঙৰ | ডাঙৰ |
| দিগল | ডিগল 'দীঘল' |
| বেশি | বেশি |

১০৮ ড: সিংহই বিষ্ণুপ্ৰিয়া মণিপুৰী ভাষাটো ভাৰতীয় আৰ্য ভাষাৰ অন্তৰ্গত বুলি মন্তব্য দাঙি ধৰিছে। তাৰ প্ৰমাণস্বৰূপে ভাষাটোৰ গঠনৰ বিষয়ে উল্লেখ কৰি তেওঁ লেখিছে যে ভাষাটোৰ বেছিভাগ শব্দৰ মূল ভাৰতীয় আৰ্য-ভাষা। তাৰ উপৰিও সকলোবোৰ সৰ্বনাম-শব্দৰ ৰূপ, শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি আদিৰ মূল বিচাৰি ভাৰতীয় আৰ্য-ভাষাৰ ওচৰ চাপিব লাগিব। ভাষাটোত মাগধী প্ৰাকৃতৰ লক্ষণ-কেতবোৰো সংৰক্ষিত হৈছে। তলত বিষ্ণুপ্ৰিয়া ভাষাৰ ধ্বনি, শব্দ, আৰু ৰূপগঠন পদ্ধতিৰ বৈশিষ্ট্যকেতবোৰৰে সৈতে অসমীয়া ভাষাৰ দুয়োটা প্ৰৱাহৰ সাদৃশ্য দেখুৱা হ'ল :

(ক) সং শ, ষ > শ: শেষ > শেশ, মহিষ > মইশ [তু গোৱা মৈশ

(খ) সং য > ০ : মনুষ্য > মানুষ > মানু [তু গোৱা মানু

(গ) সং ক্ষ > কৃথ : বৃক্ষ > ব্ৰিকথ, [তু অস ব্ৰিকৃথ ]

১০৯  একে মূল হোৱা কাৰণে দুয়োটা ভাষাত পোৱা সাদৃশ্যমূলক শব্দ কিছুমান তলত দিয়াধৰণে পোৱা হৈছে :

| বিষ্ণুপ্ৰিয়া | অসমীয়া |
|---|---|
| আখৰ | আখৰ |
| আঙাৰা 'এঙাৰ | কাম আঙাৰা/আঙ্‌ৰা |
| আৰ 'আক' | কাম আৰ |
| আগুন 'জুই' | পোৱা আগুন |
| আত | হাত |
| আৰ | হাড় |
| ইন্দাৰা 'পকাকুঁৱা' | কাম ইন্দ্‌ৰা |
| ইজু 'ঋজু' | উজু |
| উম | উম |
| কদাল 'কোৰ' | কাম কদাল |
| কবাত 'কবত' | কাম কবাত |
| কুমাৰা 'কোমোৰা' | কাম কুম্‌ৰা |
| গাভিন 'গাভিনী' | কাম গাভিন |
| গুৱা 'তামোল' | পোৱা গুৱা |
| ঘা | ঘা |
| ঘৰা 'ঘোঁৰা | কাম ঘৰা |
| জুনাক 'জোনাক' | কাম জনাক |
| জনম | জনম |
| দেহা | দেহা |
| দুনা | দুনাই |
| দুৱাৰ | দুৱাৰ |
| নিৰিবিলি | নিৰিবিলি |
| পইথান | ভৰি-পথান |
| পৰাণ | পৰাণ |
| পানি | পানী |
| বগা 'বগলী' | পোৱা. বগা |

| বিষ্ণুপ্ৰিয়া | অসমীয়া |
|---|---|
| বামন বামুং' | গোৱা বামন |
| ভক 'ভোক' | কাম ভখ |
| ভিতৰ | ভিতৰ |
| মইনা / চৰাই | মইনা |
| ৰভন | ৰন্ধন |
| লাঙল নাঙল' | কাম লাঙোল / নাঙোল |
| লেজ নেজ' | কাম লেজ |
| শউ 'কেঁচুৱা' | গোৱা শাউআ' |
| সিন্দুৰ 'সেন্দুৰ | কাম সিন্দুৰ |
| হাতুৰ 'সাঁতোৰ' | কাম সাগুৰ |
| হিয়াল | শিয়াল |
| হিং 'শিং' | কাম হিংকা 'শিঙেৰে খোঁচ' |

১১০ বিষ্ণুপ্ৰিয়া ভাষাত ৰূপ-ৰচনাৰ ক্ষেত্ৰত ব্যৱহাৰ হোৱা বহুতো প্ৰত্যয় হুবহু বা অলপ ভিন্ন ৰূপত অসমীয়া মান্য ভাষা বা উপভাষাতো পোৱা যায়। উদাহৰণ :

| | বিষ্ণুপ্ৰিয়া | অসমীয়া |
|---|---|---|
| আন : | উজ- আন > উজান | কাম উজান |
| উৰা : | কাদ্ উৰা > কাদুৰা | কান্দুৰা |
| | কাহ্- উৰা > কাহুৰা | কাহুৰ |
| না : | দে না 'ধাৰ' | কাম দেনা |
| আ : | পানি-আ > পানিয়া | পানী আ > পনীয়া, কাম পাইনা |
| আই : | মিঠা-আই মিঠাই | মিঠাই |
| আমি : | বান্দৰ-আমি > বান্দৰামি | বান্দৰামি |
| আল : | পেচ-আল > পেচাল | কাম পেচাল |
| ইলা : | কাম-ইলা > কামিলা | কামিলা |
| উৰা : | ঘৰ-উৰা > ঘৰুৰা | ঘৰুৱা |
| চা : | পানি-চা > পানচা | কাম. পাইনচা 'পানীৰ মিচিনা', 'পানীযেন' |
| | খাৰ-চা > খাৰচা | কাম খাৰ-চা > খাচ্চা 'খাৰযেন' |

১১১ বিষ্ণুপ্ৰিয়াৰ সৰ্বনাম-শব্দ আৰু সিহঁতৰ তিৰ্যক-ৰূপকেইবোৰ এনেধৰণৰ : মি 'মই', আমি, মো- , তুমি, তুমা-, তু, কাম তুমা- , কি, কা- । বিষ্ণুপ্ৰিয়াত বিশেষ্য-বাচক পৰ-সৰ্গ কেইটামান এনে ধৰণৰ : তাৰ কাৰণে, তোৰ জন্যে, তু পোৱা জোইয়ে । নিৰ্দিষ্টতাবাচক প্ৰত্যয়হিচাপে বিষ্ণুপ্ৰিয়াত পোৱা যায় : তা : কুণ্ডা 'কোনটো', গাছ : দবিগাছ 'বটগছ', চিলা : হাত-চিলা > হাচিচলা 'সাতজোখৰ, তু কাম পান-চিল্লা । বিষ্ণুপ্ৰিয়াত স্ত্ৰী প্ৰত্যয়বোৰ এনেকুৱা : —ঈ, —নী, —আনী : খুড়া > খুড়ী, জেঠা > জেঠী, বুড়া > বুড়ী , কুকুৰ > কুকুৰনী, বাঘ > বাঘিনী , ঠাকুৰ > ঠাকুৰানী । স্ত্ৰীবাচক ৰূপ বুজাবলৈ ব্যৱহাৰ কৰা আন এটা পদ্ধতি হ'ল : মূল শব্দৰ আগত যোগ দিয়া মতা আৰু মাইকী-বুজোৱা মুনি 'মতা' আৰু জেলা 'মাইকী' শব্দ, যেনে, মুনি মানু 'মতা মানুহ', জেলা মানু 'মাইকী মানুহ' । বিষ্ণুপ্ৰিয়া ভাষাত ব্যৱহাৰ হোৱা মুখ্য আৰু গৌণ ধাতু কিছুমান অসমীয়া ভাষাৰে সৈতে একে ৰূপৰ । উদাহৰণ : আছ্, কৰ্, খা, পিল, জাগ্, দি, ধৰ্, নি, ভাজ্, জা (যা), শুন্ (শুন্), আহ, আন্, উজা, উঠ্, থ, খুল্ (খোল), বুৰ্, ভাহ্, খাট্, শুহা, উঠা, কিলা, ধাম্, ভাগ্, থাম, কামা তু কাম কামা ।

১১২ শ্ৰীথুমল মহিদেৱ সিংহই লেখা 'বিষ্ণুপ্ৰিয়া মণিপুৰী' নামৰ সৰু পুস্তিকা এখনত অসমীয়া ভাষাৰে সৈতে বিষ্ণুপ্ৰিয়াৰ কিছুমান একে ৰূপ আৰু একে অৰ্থৰ শব্দৰ উল্লেখ কৰা হৈছে । কিছুমান শব্দৰ অৰ্থ একে হ'লেও বিষ্ণুপ্ৰিয়াত ৰূপৰ অলপ সলনি ঘটাও দেখুৱা হৈছে । উদাহৰণ :

| অসমীয়া | বিষ্ণুপ্ৰিয়া |
|---|---|
| ৰূপ, কাম ৰূপা | ৰূপা |
| ভিজিছি | বিনি |
| জোপা, কাম ছুপা, ছপা | ছপা |
| ভুকু | ভুকুৰ |
| মুনিহ | মুনি |

১১২.১ কিছুমান শব্দৰ অকৌ জন্ম নাইবা ৰূপ আৰু অৰ্থ দুয়োটাই বিষ্ণুপ্ৰিয়াত বেলেগ হোৱা দেখা হৈছে । উদাহৰণ :

| অসমীয়া | বিষ্ণুপ্ৰিয়া |
|---|---|
| বাম 'জল নোযোৱা ঠাই' | ফাম ঠাই' |
| কোৱা 'মতা কাউৰী' | কৰা 'কাউৰী' |
| মুগা 'এবিধ সূতা' | মকা 'এড়ী সূতা' |

১:৩ অসমীয়া ভাষাৰ উপভাষা বিষয়ক ওপৰৰ আলোচনাৰ পৰা এইটো প্ৰতীয়মান হয় যে ৰাজনৈতিক, সামাজিক, আৰু সাংস্কৃতিক কাৰণত বিস্তৃত অসম-ভূমিৰ ভাষাটো কেইবাটাও উপভাষাত বিভক্ত হৈছে আৰু প্ৰত্যেকেই নিজস্ব বৈশিষ্ট্য-কেতবোৰ সংৰক্ষণ কৰিছে। অসমীয়া ভাষাৰ উপভাষা হিচাপে পূব-অসমীয়া আৰু পশ্চিম-অসমীয়া এই দুটা প্ৰধান ভাগত বিভক্ত। ইইত অসমীয়া ভাষাৰ মূল প্ৰবাহ দুটাৰো গুৰি। এই দুটা প্ৰবাহেই অসম আৰু অসমৰ দাঁতিকাষৰীয়া অঞ্চলৰ ভাষা কিছুমানৰ ভেটিৰূপে দেখা দিছে (তু বিষ্ণুপ্ৰিয়া ভাষা নাগামিজ ভাষা)। ইংৰাজ-সকলে অসম দেশ লোৱাৰ পাছত ৰাজনৈতিক আৰু সাংস্কৃতিক কাৰণত অসমৰ পূব অঞ্চলৰ উপভাষাটোৱে প্ৰাধান্য লাভ কৰি অসমৰ মান্যভাষাৰূপে পৰিগণিত হয়। ইংৰাজ শাসনৰ অন্তত ভাৰতে স্বাধীনতা লাভ কৰাৰ পাছত অসমৰ সাংস্কৃতিক কেন্দ্ৰৰ সলনি হৈ গুৱাহাটীয়ে সাংস্কৃতিক কেন্দ্ৰত পৰিণত হোৱাত অসমৰ পশ্চিম-অঞ্চলৰ উপভাষাটোৱে কিছু প্ৰাধান্য পাবলৈ ধৰিছে। সময়ত ইয়াৰ প্ৰাধান্য যে বাঢ়িব তাত সন্দেহ নাই। ইদিনে শিক্ষা-দীক্ষাৰ অভূতপূৰ্বভাৱে প্ৰসাৰ, যাতায়াতৰ সা-সুবিধাৰ বৃদ্ধি, আৰু বাতৰি কাকত আলোচনী, কিতাপ-পত্ৰ আদিৰ প্ৰকাশ, ৰেডিঅ, দূৰদৰ্শন আদিৰ ক্ৰমবৰ্ধমান ব্যৱহাৰ—এই আটাইবোৰে মান্যভাষাৰ ব্যৱহাৰ অভাৱনীয়ৰূপে বঢ়াই তুলিছে। এইবোৰৰ ফলস্বৰূপে উপভাষা-কোৱা লোকসকলৰ ভাষাত আগতে ব্যৱহাৰ হোৱা ৰূপ কিছুমানৰ সলনি হোৱাটো একো অস্বাভাৱিক কথা নহয়। তথাপি উপভাষা-বোৰৰ বিলুপ্তিৰ কোনো ধৰণৰ আশঙ্কাই দেখা দিয়া নাই, কাৰণ উপভাষাকোৱা লোকসকলে পৰস্পৰে ভাব বিনিময়ৰ সময়ত নিজৰ উপভাষা ব্যৱহাৰ কৰি আছে। তেওঁলোকৰ নিজৰ উপভাষাৰ প্ৰতি গৌৰবো নথকা নহয়। ইদিনে অসমীয়া ভাষাৰ উপভাষাবোৰে প্ৰাচীন, মধ্যযুগীয়, আৰু আধুনিক অসমীয়া সাহিত্যৰ লগত সংযোজিত হোৱাৰ ফলত উপভাষাৰ মৰ্যাদা বঢ়িছে হৈছে। বিভিন্ন অঞ্চলৰ উপভাষাত ৰচিত লোক-সাহিত্য, লোক-গীত আদিৰ উদ্ধাৰ, সংৰক্ষণ, আৰু প্ৰচাৰৰ কাৰ্যও চলি আছে। প্ৰাচীন কালৰে পৰা অসমীয়া সাহিত্যত, অসমৰ উপভাষাবোৰে বিবিধ শব্দ-সম্ভাৰ আৰু প্ৰয়োগৰ যোগান ধৰি অসমীয়া ভাষাটোক এটা সমন্বয়ৰ ভাষাৰূপে সৃষ্টি কৰিছে।

## দ্বিতীয় অধ্যায়

### প্ৰত্ন অসমীয়া ভাষা

( সপ্তম শতিকাৰ পৰা দ্বাদশ শতিকালৈ )

১১৭ কোনো এটা ভাষাৰ জন্মক আমি মানুহৰ জন্মৰ নিচিনা কোনো এটা বিশেষ দিনত হোৱা বুলি ক'ব নোৱাৰোঁ। কেতিয়াবা কোনো এটা ভাষাই পূৰ্বৰ স্থানৰ পৰা আন ঠাইলৈ গতিও কৰে। সেই ঠাইৰ পূৰ্বৰে পৰা প্ৰচলিত ভাষা আৰু সময়ে সময়ে নানা কাৰণত আন ভাষাৰে সৈতে হোৱা সম্পৰ্কৰ ফলত এটা স্বকীয় ভাষাৰ উদ্ভৱ হয়। এনেদৰে গঢ় লওঁতে কোনো এটা ভাষাৰ একোটা পূৰ্ব ৰূপৰ সৃষ্টি হয়। তাকেই ভাষা এটাৰ প্ৰত্ন ৰূপ বুলি কোৱা হয়। অসমীয়া ভাষাৰ ক্ষেত্ৰত তামৰ ফলিবোৰৰ ভাষাই এনে এটা স্তৰৰ ইংগিত দিয়ে। তামৰ ফলিবোৰেই অসমৰ প্ৰাচীনতম সাহিত্যিক নিদৰ্শন। ইফালে অসমৰ লেখন-কাৰ্যৰ প্ৰথম নিদৰ্শন হৈছে অসমৰ প্ৰাচীনতম শিলা লিপিৰূপে পোৱা পঞ্চম শতিকাৰ উমাচল আৰু নগাজৰী খনিকৰ গাৱঁৰ শিলা লিপি। শিলা-লিপি আৰু তামৰ ফলিবোৰৰ অৱস্থিতিয়ে প্ৰাচীন অসমত পঞ্চম শতিকাৰে পৰা সংস্কৃত ভাষাৰ প্ৰচলন আৰু ইয়াৰ চৰ্চাৰ দিশটো স্পষ্ট কৰি তোলে। ইয়াৰ পৰা প্ৰাচীন অসমৰ ভাষা সংস্কৃত আছিল বুলি আমি সিদ্ধান্ত ল'ব নোৱাৰোঁ। সংস্কৃত ভাষাটো নিশ্চয় এক শ্ৰেণী লোকৰ মাজত আবদ্ধ আছিল আৰু জন-সাধাৰণৰ মাজত আন ভাষা চলিছিল। সংস্কৃত ভাষাটোৰ প্ৰভাৱ জন সাধাৰণৰ ভাষাৰ ওপৰতো নপৰাকৈ থকা নাছিল। বড়ো আৰু আন জনজাতীয় ভাষাতো তেনে দৃষ্টান্ত যথেষ্ট পোৱা হৈছে। বড়ো ভাষাৰ কিছুমান শব্দৰ মূল সংস্কৃত শব্দ। এই শব্দবোৰত সংস্কৃত শব্দবোৰে বিশেষধৰণে বিকাশ লাভ কৰিছে।

উদাহৰণ :

| বড়ো | সংস্কৃত |
|---|---|
| আচ্‌চাৰ | আচৰ ( ণ ) |
| উপান্‌ 'আম' | উৎপন্ন |
| উচ্‌ | উৎসৱ |
| উঙ্খা | উৎশ্বাস, তু কাম উআহ মা. অস. উসাহ ( উশাহ ) |
| উচুৰ দি 'উপহাৰ দি' | উৎসৰ্গ, তু কাম. উচুৰ্গা |

| বড়ো | সংস্কৃত |
|---|---|
| ফুথ্লি 'কোঠা' | প্ৰকোষ্ঠী |
| বৰ্চি | বড়িশ |
| বান্দাৰ | ভাণ্ডাৰ |
| বাগ্য | ভাগ্য |
| মুধুফল | মধুফল |
| চম্ | সময় |
| চুনয় 'চূণ' | চূৰ্ণ |
| চুগুন 'শগুন' | শকুন |
| চনা 'মৰম লগা' | স্নেহ |
| দ্ৰ অস চেনাই | |
| চল | শৃগাল |

১৮ বড়ো ভাষাৰ কিছুমান শব্দ মূল সংস্কৃত শব্দবোৰৰ বেছি ওচৰ চপা*

| বড়ো | সংস্কৃত |
|---|---|
| আংখায় 'আঁক' | অঙ্কন |
| ঐৰান 'ঢাৰি' | অৰণ্য |
| খাঙ্চি 'কাঁহী' | কাংস্য 'কাঁহ' |
| খাচাৱ 'কাছ' | কচ্ছপ |
| গান্থি 'গাঁথি' | গ্ৰন্থি |
| গামি 'গাওঁ' | গ্ৰাম |
| গান্দা 'গড়' | গণ্ড |
| গান্দু 'গাৰু' | গণ্ডু |
| চাগৰ 'সাগৰ' | সাগৰ |
| চাচ্থৰ 'কাহিনী' | শাস্ত্ৰ |
| চিঙ্হা 'সিংহ' | সিংহ |
| চেচা 'শহা-পহু' | শশ |
| দ্ৰ গোৱা জেলা | |

---

* বড়ো ভাষাৰ পণ্ডিত শ্ৰীপ্ৰমোদ চন্দ্ৰ ব্ৰহ্ম ডাঙৰীয়াই বড়ো আৰু সংস্কৃত শব্দৰ মাজত বহুতো মিল থকাৰ কথা প্ৰথমতে আমাক কৈছিল।

| বড়ো | সংস্কৃত |
|---|---|
| চুৰ্‌থি 'জ্ঞান' | জ্ঞপ্তি |
| দুমব্ৰু 'ডিমৰু' | উডুম্বৰ |
| নাৰেখোল 'নাৰিকল' | নাৰিকেল |
| ফাৰ্‌ৰাৰ 'পাৰ-চৰাই' | পাৰাৱত |
| ফচাৰ 'ছটিয়া' | প্ৰসাৰ |
| বৈচাগো বৈচাগু 'ব'হাগ' | বৈশাখ |
| ভুম, বুহুম 'পৃথিৱী' | ভূমি |
| মহুচৰ 'ম'হ', তু গাৰো মৈশ | মহিষ |
| বাৱখো 'বাকচ' | বাক্স |
| লানজায় 'নেজ' | লঞ্জ |
| হুঙ্-কা 'সন্মতিসূচক উত্তৰ', তু কাম হুকাৰ | হুঙ্কাৰ |

১১৫ কিছুমান অসমীয়া শব্দৰ সংস্কৃতৰ শব্দতকৈ বড়ো ভাষাৰ শব্দৰ লগত বেছি ভালদৰে বিকশিতৰূপে দেখুৱাবও পাৰি, যেনে, বড়ো সিহু > ষিহু > কাম থিঁউ > মা অস শিউ, বড়ো ছানথু > গাৰো চাঠু > কাম আঠু > মা অস আঁঠু তু পূ অ আণ্ঠু।

১১৫.১ দেউৰী ভাষাৰো কিছুমান শব্দ মূল সংস্কৃত শব্দবোৰৰ ওচৰ চপা:

| দেউৰী | সংস্কৃত |
|---|---|
| কাচ্ছ 'কাছ' | কচ্ছপ তু কাম কাচু |
| কুহি 'কাণৰ কৰিয়া' | কুণ্ডল > *কুণ্ডিল > *কুন্দি > কুহি |
| গাহুঁ 'গাক' | গণ্ডু তু বড়ো গান্দু |
| গুঁই 'তামোল' | গুৱাক > গুৱা, গুৱে (গোৱা), > গুএ > *গুই |
| চগুন 'শগুন' | শকুন তু বড়ো, চুগুন |
| দাঁ 'মহ' | দংশ তু. মা অস ডাঁহ |
| সোই 'বন্ধু' | সখি > সোখি (কাম) > *সোহি > সোই |
| সোঁই 'হয়, সঁচা' | সত্য > *সইত > সোইত্তো, সোইত, সোট (কাম) > সোঁই |

১১৫ অসমীয়া ভাষাসম্পৰ্কীয় হিউৱেনচাঙৰ উক্তিয়ে দুটা কথা স্পষ্টৰূপে দেখুৱাইছে। প্ৰথম কথা: অসমীয়া ভাষাটোৰ মধ্য-ভাৰতৰ মগধ বিদেহ-অঞ্চলৰ ভাষাৰে সৈতে সাদৃশ্য আছে। দ্বিতীয় কথা: অসমীয়া ভাষাটোৱে ইয়াৰ স্থানীয় অন্য ভাষাৰ প্ৰভাৱত কিছু স্বকীয়া ৰূপ লৈছে। অন্ততঃ হিউৱেনচাঙৰ সময়ত প্ৰাচীন কামৰূপ বা অসমত যে এটা স্বকীয়া ভাষাৰ প্ৰচলন আছিল তাৰ প্ৰমাণ তাম্ৰ ফলিবোৰে দাঙি ধৰিছে। তাম্ৰ ফলিবোৰৰ ভাষাৰ পাছত অসমীয়া ভাষাৰ নিদৰ্শন ক'ত পোৱা যায়? এইটো এটা জটিল প্ৰশ্ন। এইটো জনা কথা যে সকলো সাহিত্যৰ আৰম্ভণি লোক-সাহিত্য বা মৌখিক সাহিত্য। অসমীয়া লোক-সাহিত্য যথেষ্টৰূপে চহকী। এই লোক সাহিত্যৰ অন্তৰ্গত লোক-গীতবোৰৰ বিষয়-বস্তু, সামাজিক চিত্ৰ আৰু ভাষা আদি সকলো দৃষ্টিৰে চাই কিছুমানক প্ৰাচীন স্তৰৰ ৰচনা বুলি কোৱাত দ্বিধা অনুভৱ কৰিব নালাগে। (লোক-সাহিত্য 'যুগনিৰপেক্ষ' নহয় যুগসাপেক্ষহে)। এনে দৃষ্টিৰে অসমীয়া 'দেহবিচাৰৰ গীত' আৰু 'টোকাৰী-গীত', কিছুমানক প্ৰাচীন বুলি কব লাগিব। এই গীতবোৰত বৌদ্ধ সহজীয়া, নাথ (দশম শতিকাৰ আশে-পাশে), আৰু ধৰ্ম বা নিৰঞ্জন সম্প্ৰদায়ৰ প্ৰভাৱ সুস্পষ্ট। নাথ সম্প্ৰদায়ত গুৰুক উচ্চ স্থান দিয়া হৈছে। ধৰ্ম বা নিৰঞ্জন সম্প্ৰদায়ীসকলৰ উদ্দেশ্য হৈছে 'ইড়া আৰু পিঙ্গলাৰ মধ্যস্থিত সুষুম্নাক জাগ্ৰত কৰি অনাহদ নাদ শুনা নিৰঞ্জনৰ দৰ্শন লাভ কৰা।' মানসিক পৱিত্ৰতা আৰু আত্ম-শুদ্ধিৰ ওপৰত দুয়ো সম্প্ৰদায়ে বিশেষ জোৰ দিয়ে আমাৰ 'টোকাৰী গীত'ত আছে: "ইঙ্গলা পিঙ্গলা চিত্ৰা সুষুম্না এইনো চাৰিগছি গুণ।" আৰো "দেহাতে বিচাৰি পোৱা মোৰ বান্ধৱ, দেহৰ ভিতৰে আছে নিজ গুৰু মায়াত নপৰা আৰু।"

১১৭ অসমত প্ৰাচীন কালৰে পৰা নানা ধৰণৰ মন্ত্ৰৰ প্ৰচলনো আছে। কিছুমান মন্ত্ৰত নাথ আৰু নিৰঞ্জন-সম্প্ৰদায়ৰ সাধনা-পদ্ধতিৰ স্পষ্ট উল্লেখ আছে: "সিদ্ধ বন্দো শ্ৰীগুৰুৰ পায়। যোগীৰ ৰক্ষা কৰা কামৰূপৰ কামাখ্যা মায়। আদি অনাদি ঈশ্বৰ দেৱ। ধৰ্মৰ চৰণে মই কৰোঁ সেৱ। ইঙ্গলা পিঙ্গলা সুষুম্নাদি নাড়িত যত বিষ ব্যাধি আছে। ঘোৰ পাতপাত মন্ত্ৰ হানো পাছে" (সৰ্বাঙ্গক মন্ত্ৰ)। মন্ত্ৰবোৰৰ ভাষাত এতিয়াও প্ৰাচীনতাৰ চিন বিদ্যমান: "ইহাত আমাৰ কোন মিত্ৰৱন্তী নাই। কৰে লটি-ঘটি যেন পঞ্জৰন পাই। যৈসানি ত্ৰিদশ দেৱতাৰ বৰ পাইলি। অনেক লোকক ভক্ষি মাৰি মাৰি খাইলি। এহি বুলি মাংস খাইতী এবি শুচি ভৈলা। আমুকাৰ গাৱৰ বিষ পানী যেন ভৈলা। বিষালী বোলে মই বিষমুখী। তেজত হন্তে ভৈলোঁ উৎপত্তি" (বিষালী

মন্ত্ৰ ) অসমীয়া লোক সাহিত্যত ডাকৰ বচনবোৰৰ গুৰুত্বও যথেষ্ট আছে। কিংবদন্তী অনুযায়ী ডাকৰ জন্ম-কালৰ লগত ভাৰতৰ বিখ্যাত জ্যোতিৰ্বেত্তা বৰাহমিহিৰৰ সম্পৰ্ক স্থাপন কৰা হৈছে। এই কাহিনীটো সঁচা বুলি ল'লে ডাক-পুৰুষৰ সময় ষষ্ঠ শতিকালৈ আগবাঢ়ি যায়। কিংবদন্তীৰ উপৰি ভাস্কৰবৰ্মাই হৰ্ষবৰ্ধনলৈ পঠোৱা উপহাৰ-গ্ৰন্থবোৰৰ ভিতৰত এখন প্ৰৱাদ-বচনৰ উল্লেখে ষষ্ঠ-সপ্তম শতিকাত ডাকৰ বচনৰ ৰচনাৰ কথাটো বেছি উজ্জ্বল কৰি তোলে।[৭৯] 'আমাৰ ডাকৰ বচন পুথিখন হিউয়েনচাঙৰ আগমনৰ পূৰ্বেই ষষ্ঠ শতিকাত ৰচিত হৈছিল।"[৮০] বৈষ্ণৱ-যুগৰ "প্ৰধান ধৰ্ম হৈছে ঈশ্বৰৰ নাম-কীৰ্তন। কিন্তু ডাকৰ মতেঃ যেবেসে ধৰ্মক কৰিব জানি। পুখুৰী খান্দিয়া ৰাখিবা পানী॥ বৃক্ষ ৰোপণত অধিক ধৰ্ম। মঠ-মণ্ডপত গুৰুতৰ কৰ্ম॥ ইয়াৰ পৰা বুজা যায় যে এই বচনবিলাক প্ৰাক-বৈষ্ণৱ-যুগৰ। বৈষ্ণৱ যুগৰ পাৰত্ৰিক চিন্তাই বা ঐহিক সুখ শান্তিৰ আওহেলাই এই বচনবোৰক পৰশা নাই। এইবিলাক প্ৰাকবৈষ্ণৱীৰ লক্ষণ।"[৮১]

১১৮ 'দেহবিচাৰৰ গীত' 'টোকাৰী-গীত', বিবিধ মন্ত্ৰ ডাকৰ বচন আৰু আন লোক-গীত আদিয় অসমীয়া ভাষাৰ উদ্ভৱ আৰু বিকাশৰ ক্ষেত্ৰত কিছু পোহৰ পেলায় যদিও সেইবোৰৰ বেছিভাগেই মুখ বাগৰি অহা কাৰণে অসমীয়া ভাষাৰ বিস্তৃত প্ৰত্ন-ৰূপ সেইবোৰত পোৱা নেযায়। এই ক্ষেত্ৰত চৰ্যা পদৰ ভাষাইহে প্ৰভূত-ৰূপ সহায় কৰে। 'প্ৰাকৃত যুগৰ পাছত অৰ্থাৎ ৬০০-১০০০ খৃঃৰ মাজত ভাৰতীয় ভাষাবিলাক এটা 'অপভ্ৰংশ' অৱস্থাৰ মাজেদি সৰকি আহিছে। কিন্তু শৌৰসেনী প্ৰাকৃতৰ বাহিৰে বাকী প্ৰাকৃতবিলাকৰ 'অপভ্ৰংশৰ' নমুনা পাবলৈ নাই। এতেকে অসমীয়া বা বঙলা ভাষাৰ ঠিক 'অপভ্ৰংশ-অৱস্থা'ৰে আহি পাবলৈ নাই। তথাপি মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে নেপালত পোৱা চৰ্যা-পদবিলাকেই সেই ভাষাৰ প্ৰতিনিধি বুলি আমি ধৰিব পাৰোঁ।"[৮২] চৰ্যা পদবোৰ মহাযানী বৌদ্ধ-ধৰ্মৰ অন্তৰ্গত সহজযানমতাৱলম্বী তেইছজন সিদ্ধাচাৰ্যৰ দ্বাৰা ৰচনা কৰা পঞ্চাছটা

---

৭৯ : Bhuyan S K Studies in the Literature of Assam, 1956, p 3

৮০ আগৰৱালা, আনন্দচন্দ্ৰ গোৱালপাৰাৰ পুৰণি বিৱৰণ

৮১ ভৰালি, দেৱানন্দ : অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি ১৯৩২, পৃষ্ঠা ৯০-৯২

৮২ ভৰালি, দেৱানন্দ : অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি, ১৯৩২, পৃষ্ঠা ৬১-৬২

গীতৰ সমষ্টি। চৰ্যা-পদৰ ৰচকসকলৰ ভিতৰত সৰহপাদ, লুইপাদ, মীননাথ, ভুসুকুপাদ, গোৰক্ষপাদ, শবৰপাদ আদি কেইবাজনকো প্ৰাচীন কামৰূপৰ লোক বুলি সিদ্ধান্ত কৰা হৈছে। সুকুমাৰ সেনে চৰ্যা-পদৰ ভাষাক 'প্ৰত্ন-বাঙ্গালা, বুলি অভিহিত কৰিছে। ইয়াত 'অপভ্ৰংশৰ ছাঁ'ও 'যেহ ঘনকৈ পৰিছে', যেনে অসু, অইসন, জিম, তিম, কইসে, অইসোঁ, কিস, কঁহি, কিম্পি, মা, ন (নিষেধাৰ্থত), -উ,-ইউ লগ লগাই অতীত কালৰ ক্ৰিয়া-ৰূপৰ গঠন (ভাড়িউ গউ), -'মি' বিভক্তিযুক্ত প্ৰথম পুৰুষৰ ক্ৰিয়া (পীৰমি, পুছমি) যুক্ত ব্যঞ্জনৰ অৱস্থিতি (অচ্ছন্তে) আদি।[৮৩] চৰ্যা-পদোৰ সৈতে অসমীয়া ভাষাৰ সম্পৰ্ক অসমীয়া ভাষাৰ সকলো স্তৰতে ৰক্ষিত হৈছে। সেই কাৰণে আধুনিক অসমীয়াৰ মানা ভাষা আৰু উপভাষা, প্ৰাচীন অসমীয়াৰ বৈষ্ণৱ আৰু অনাবৈষ্ণৱ সাহিত্যৰ ভাষা—এই আটাইবোৰতে চৰ্যা-পদৰ ভাষাৰ ঘনিষ্ঠ সম্পৰ্ক দৃষ্টিগোচৰ হয়। মানা অসমীয়াৰ ধ্বনিগত সাদৃশ্য কিছুমানো চৰ্যা-পদত পোৱা যায়:

(ক) কোনো শব্দত পৰৱৰ্তীকৈ দুটা অক্ষৰত থকা 'অ' ধ্বনিৰ পূৰ্ববৰ্তী অক্ষৰৰ 'আ' ধ্বনি অ' ধ্বনিত পৰিণত হয়, যেনে, চকা (চৰ্যা), চকা (মা অস), বপা, বাপা (চৰ্যা), বপা (পু অস) বোপা (মা অস)।

(খ) প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ অঘুষ্ম উষ্ম ধ্বনি তিনিটা অসমীয়াত কণ্ঠ্য-উষ্ম ধ্বনিলৈ ৰূপান্তৰিত হৈছে। চৰ্যা-পদতো এই ধ্বনি তিনিটাৰ সুকীয়া ৰূপবোৰ নাইকিয়া হোৱা দেখা গৈছে; যেনে, শবৰ, সবৰ ষবৰালী (চৰ্যা ৫)।

(গ) প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাত থকা দন্ত্য-মূৰ্ধন্য ধ্বনিৰ মাজত পাৰ্থক্য লোপৰ আভাস চৰ্যা পদত আছে, যেনে মণ, মন (চৰ্যা ১০ আৰু ৩০)।

(ঘ) আধুনিক অসমীয়াত আনকি প্ৰাচীন অসমীয়াতো স্বৰভক্তিৰ সহায়ত তৎসম শব্দবোৰৰ অৰ্ধতৎসম ৰূপ লোৱাৰ নিদৰ্শন অনেক আছে, যেনে, পৰাণ (প্ৰাণ), যতন (যত্ন), পদুম (পদ্ম) ইত্যাদি। চৰ্যা-পদত পোৱা যায়: জুগতি (যুক্তি), পৰাণ, গৰাহক (গ্ৰাহক) ইত্যাদি।

১১৯ অসমীয়া ভাষাৰ ধ্বনিগত বৈশিষ্ট্যৰ এটা স্পষ্টৰূপ কামৰূপী প্ৰাকৃততো আমি পাই আহিছোঁ। কামৰূপী প্ৰাকৃতত ৰূপতাত্ত্বিক বৈশিষ্ট্যহিচাপে ভাস্কৰ-বৰ্মাৰ তামৰ ফলিৰ 'কালিয়া' আৰু বনমালৰ তামৰ ফলিত পোৱা কুৱা (লোকুৱা)

৮৩ সেন, সুকুমাৰ: ভাষাৰ ইতিবৃত্ত, ১৯৭৯, পৃষ্ঠা ১৭৩

শব্দই তদ্ধিত আৰু স্বার্থিক 'আ' প্ৰত্যয়ৰ ব্যৱহাৰৰ সাক্ষী বহন কৰাৰ উপৰিও অসমীয়া শব্দ কিছুমানৰ বিকাশৰ স্তৰ সংৰক্ষণ কৰিছে। বড়ো ভাষাৰো প্ৰত্ন-অসমীয়াৰ ৰূপতাত্ত্বিক বৈশিষ্ট্য কেতবোৰৰ ইংগিত দিছে। ইপিনে বিশেষ্য শব্দ কিছুমান তামৰ ফলি'বাৰৰ ভাষাত পোৱা কথাটোও মন কৰিবলগীয়া। কিন্তু চৰ্যা পদৰ ভাষাইহে প্ৰত্ন-অসমীয়াৰ ৰূপতাত্ত্বিক বৈশিষ্ট্য বিভিন্ন ৰূপত সংৰক্ষণ কৰিছে। চৰ্যা-পদৰ ভাষাত অসমীয়া ভাষাৰ ৰূপ আৰু অসমীয়া ভাষাৰ প্ৰত্ন-ৰূপ এই দুয়োটাই সংৰক্ষিত হৈছে। কোনো এটা ভাষাৰ ৰূপ-তত্ত্ব বুজি ক'লে সেই ভাষাটোৰ শব্দ, শব্দৰ গঠন-পদ্ধতি, শব্দৰ শ্ৰেণী-বিভাগ বিভিন্ন প্ৰত্যয় শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি আদি বহুতো কথাই সোমাই পৰে। চৰ্যা-পদৰ ভাষাত প্ৰথমতে শব্দৰ শ্ৰেণী-বিভাগ অনুসৰি বিশেষ্য-শব্দবোৰকে যদি চোৱা যায় তেনেহ'লে কিছুমান বিশেষ্য-শব্দ এনেধৰণ পোৱা যায়।

| চৰ্যাৰ ৰূপ | অসমীয়া ৰূপ |
|---|---|
| অমিঅ | অমিয়া |
| উঠ | উঠ উৎস' |
| কুঠাৰ | কুঠাৰ |
| কুড়ৰা | কুৰ্‌ৰা ( কাম |
| খাট | খাট |
| খাল | খাল |
| খুৰ | খুৰা |
| খুন্তি | খুঁটি |
| খেল | খেলা ( কাম ), মা অস খেল |
| গল | গল 'ডিঙি' ( কাম , তু মা অস গলধন, গলপতা |
| গাভী | গাভা ( কাম ), মা. অস গাঁভ |
| গুহাড়া | গোহাৰি |
| গোহালী | গোচালি |
| ঘৰ | ঘৰ |
| ঘৰিণী | ঘৰণী ( মা ক. ) |

| চৰ্যাৰ ৰূপ | অসমীয়া ৰূপ |
|---|---|
| ঘাট | ঘাট |
| ঘিণ | ঘিণ |
| চকা | চকা |
| চোৰ | চোৰ |
| জোবন | যৌৱন |
| ঠাকুৰ | ঠাকুৰ |
| ডাল | ডাল |
| তেন্তলি | তেঁতেলী |
| দান্তী | দান্তী |
| দ্ৰাপণ | দাপোণ |
| দুআৰ | দুৱাৰ |
| নই | নৈ |
| ণণন্দ | ননন্দ |
| পৰাণ | পৰাণ |
| পাগল | পাগল |
| পাত | পাত |
| পাথৰ | পাথৰ |
| পানী | পানী |
| পোথী | পুথি |
| বড়িআ | বোৰি ( কাম ) |
| বলদ | বলদ |
| বাকলঅ | বাকলা/বাকাল (কাম ), বাকলি (মা অস ) |
| বাট | বাট |
| বান্ধ | বান্ধ |
| বাপুড়া | বপুৰা |
| বাপুড়ী | বপুৰী |
| বাম | বাম |
| বাহ | বাহ, বাঁহা ( কাম ) |

| চৰ্যাৰ ৰূপ | অসমীয়া ৰূপ |
|---|---|
| বেঙ্গ | বেং ( কাম. ) |
| ভণ্ডাৰি | ভণ্ডাৰ, ভাণ্ডাৰ ( গোৱা কাম. ) |
| ভাণ্ড | ভাণ্ড |
| ভেলা | ভেল ( কাম ) |
| মাঝ | মাজ |
| মাদলা | মাদ্‌লি ( কাম ) মাদলী ( ম. অস ) |
| মোলাণ | মোলাণ |
| বাণ্ডি | বাণ্ডি |
| ৰূপা | ৰূপা ( কাম ), ৰূপ ( ম অস ) |
| লাউ | লাউ ( কাম ), লাও ( ম অস. ) |
| শিআলী | শিয়ালী |
| ষিআলা | শিয়াল |
| সগুণ | শগুন |
| সাল | শাল |
| সাসু | শাহু |
| সাঁঝ | সাজ 'সন্ধ্যা' ( কাম ) |
| সূজ্‌জ | সুজ্‌জু ( কাম ), সূৰুয ( ম'. অস ) |
| সূণ্ড | সূণ্ডা |
| হৰিণা | হৰিণা |
| হৰিণী | হৰিণী |
| হাক | হাক |
| হাণ্ডী | হাণ্ডী |

১২০ চৰ্যা-পদৰ বহুতো শব্দই অসমীয়া বিশেষ্য, বিশেষণ, সৰ্বনাম আৰু ক্ৰিয়া শব্দ কিছুমানৰ পূৰ্ব-ৰূপ সংৰক্ষণ কৰিছে। সেইবোৰে অসমীয়া শব্দবোৰৰ বিকাশৰ বিশ্লেষণত সহায় কৰিছে। তেনে শব্দ কিছুমান এনে ধৰণৰ :

আঙ্গুলি > আঙ্‌গুলি

আম্‌হে > * আম্‌হি > আম্মি। তু বৈ অম্মে

উপাড়ী > * উভাড়ী * উভাৰী > উভালি, উঘালি

কবড়ী > * কঅডী > কড়ী

কৰই > কৰে

কান্দই > কান্দে

কাল > কাল –আ কালা (কাম > কলা (মা অস)

কাহ্নু > কানু (পু অস)

খুণ্টি খুঁটি

খেলই > খেলে

গই > গৈ

গাজই > গাজে 'গর্জন করে'

ঘাণ্টি > ঘাটি

ঘৃত > ঘিৱ

ঘুমই > ঘুমোই (কাম)

জে, জেঁ, জে > যি তু সং যঃ

টুটই > টুটে

ণই > নৈ

তুম্হে > * তুম্হি > তুমি

তেন্তলি > তেঁতেলী

দাপণ > দাপোণ। তু সং দর্পণ প্রা দপ্পণ

দুহিএ > দু (কাম)

পঞ্চ, পাঞ্চ > পাঁচ

পাস > পাহ 'দাঁতি'

বট্টই > বটে (কাম)

বঙ্ক > বেঁক – আ > বেঁকা। তু সং বক্র

বহই > বয় 'বৈ যায়'

বহুড়ী > * বউৰী > বোৱী (কাম), মা অস বোৱাৰী

বাকল > বাকল (কাম), মা অস বাকলি।

বাজই > বাজে

বাঁঝে > বাঁজা (কাম), মা অস বাঁজী। তু সং বন্ধ্যা।

বাঢ়ই > বাঢে

বাপা, বপা > বাপা (কাম), মা অস বোপা। সং বপ্র

বুঝই > বুজে

বুলই > বুলে

বোৰ > বোৰ্ - আ > বোৰা

ভইল > ভৈল, ভেল ( পূ অস. )

ভইলা > ভৈলা ( পূ অস )

ভখঅ > * ভাখ—বি ভাখ্বি 'উবাচ' ( কাম )

ভণই > ভণে ( পূ অস )

মাণই > মানে

মুকল > মুকাল ( কাম ), মা অস মুকলি

লই > লৈ

লইআ লইয়া > লৈ

লাংগ, লাঙ্গা > লাঙ —ট> লাঙাট ( কাম ) *নাঙাট > * নাঙট, নাঙঠ।

শাসু > শাহু

ষামাঅ > সোমায়

সকই সক

সহি সই, সৈ ( পূ অস )। তু সং সখী

সাচ > সাচ - আ > * সাচা > সচা ( কাম ) > সঁচা ( মা অস. )

তু সং সত্য > প্ৰা সচ্চ

সাসু > সাস ( কাম চাচ )। তু সং. শ্বাস

সিকল > সিকল-ই > সিকলি ( শিকলি )

সিঝই > সিজে

সীস > সিস > সিচ 'শিষ'। তু সং শিষ্য

সো, সে > সি। তু সং সঃ

সোন্ত > সোঁত। তু সং স্ৰোত

হিঅ, হি > হি—আ > হিয়া

১২১ ওপৰৰ আলোচনাত ক্ৰিয়া-ৰূপ কিছুমান দেখুৱাওঁতে ক্ৰিয়া-ৰূপবোৰৰ লগতে ধাতু কিছুমানৰ ৰূপবোৰ পোৱা গৈছে। সেইবোৰৰ উপৰিও চৰ্যা-পদত সংৰক্ষিত আন ধাতু কিছুমান তলত দিয়া ধৰণৰ। এইবোৰৰ লগত সংযুক্ত ধাতু কিছুমানৰ অৱস্থিতিও মন কৰিবলগীয়া :

অৱশ কৰ্ (চৰ্যা অৱশ কৰিআ)

উজা (চৰ্যা উজাঅ)

উঠ্ (চৰ্যা উঠি)

এৰ্ (চৰ্যা এড়ি)

কেলি কৰ্ (চৰ্যা কেলি কৰই)

খা (চৰ্যা খাঅ)

গিল (চৰ্যা গিলেসি)

(যা গ,' (কাম গোৰা) গেল (চৰ্যা গেল, গেলা)

ছাড্ (চৰ্যা চ্ছাডী)

যা (চৰ্যা জাঅ)

জাগ (চৰ্যা জাগঅ)

থিৰ কৰ্ (চৰ্যা থিৰ কৰি)

দৃঢ় কৰ্ (চৰ্যা দিঢ় কৰিঅ)

দেখ্ (চৰ্যা দেখি)

ধৰ্ (চৰ্যা ধৰহু)

ধুন (চৰ্যা ধণি)

নি (চৰ্যা নিল)

পতিয়া (চৰ্যা পতিৱাই)

পাৰ্ (চৰ্যা পাড়িলা)

পাৰ কৰ্ (চৰ্যা পাৰ কৰেই)

পুৰা (চৰ্যা পোহাঅ)

পোছ্ (চৰ্যা পুচ্ছ)

ফাল (চৰ্যা ফাল)

বখান (চৰ্যা বখানী)

ব (চৰ্যা বহিআ)

বান্ধ্ (চৰ্যা বান্ধঅ)

বিন্ধ্ (চৰ্যা বিন্ধহ)

বুৰ্ (চৰ্যা বুড়ন্তে)

মিল (চৰ্যা মিলিল)

মেল (চৰ্যা মেলি)

লৗ ( চৰ্যা লোউ )

লাগ্ ( চৰ্যা লাগেলি )

সৰি পৰ ( চৰ্যা সড়ি পড়িৰ্তা )

হ ( চৰ্যা হোই, হোইব, হোহু )

১২২ চৰ্যা পদত সংযুক্ত-শব্দ কিছুমানো পোৱা যায় যেনে, কমল-ৰস, গঅণ-টাকলি, গন্ধ-পৰস-ৰস গিৰিবৰ সিহৰ-সন্ধি, দেহ নঅৰী নলিনী-বন, বৰগুৰু-বঅন-কুঠাৰ, বাণ-চিহ্ন-ৰূব, মেৰু-শিখৰ, মোহ-তৰু।

১২৩ চৰ্যা-পদত পোৱা সংখ্যাবাচক বিশেষ্য আৰু বিশেষণ-শব্দৰ ক্ষেত্ৰত উল্লেখ কৰিবলগীয়া শব্দ এইবোৰ : এক একু ( কাম , চউশটি/চৌষঠঠী দুই, দো, তিনি, পঞ্চ, পাঞ্চ, দহ, বতিস/বত্তিশ বেণি (দুই), দশমি, দ্বাদশ, পহিল ইত্যাদি।

১২৪ চৰ্যা-পদত পোৱা বিশেষণ শব্দ কিছুমান হ'ল এনেকুৱা : আন ( উপায়ে ), উজু, থৰ ( সোন্তে ), খাণ্ট, গম্ভীৰ, গহণ জইসো/জইসোঁ, দিঢ 'দৃঢ়', বহল ভৰ 'নিদ', ভাল, মাতল 'মাতাল', সকই সহজ সাচ সঁচা' মিচ্ছা 'মিছা' ইত্যাদি।

১২৫ ক্ৰিয়াবিশেষণহিচাপে চৰ্যা পদৰ এই শব্দবোৰলৈ আঙুলিয়াব পাৰি : অইসন, আজি, একাকাৰ, এবে, একেলে, একেলী, কইসন, কইসেঁ কহিঁ, জইসনে, জিম তিম, তইসন তসু, পহিলেঁ 'প্ৰথমতে' মিছেঁ মিছাই', সদভাবে ইত্যাদি।

১২৬ চৰ্যা-পদত সৰ্বনাম-শব্দৰ অনেক ৰূপ পোৱা যায়। সেইবোৰৰ কিছুমান আধুনিক অসমীয়াত সোমাই পৰিছে আৰু বহুসংখ্যক সৰ্বনাম শব্দ পুৰণি অসমীয়াত ৰক্ষিত হৈছে। চৰ্যা পদত পোৱা সৰ্বনাম শব্দ কিছুমান এনেকুৱা :

অপনা ( চৰ্যা ৬ : অপনা মাংসে হৰিণা বৈৰী )

অপনে ( চৰ্যা ৩২ : অপনে অপা বুঝত নিঅমণ )

আমৃহে ( চৰ্যা ১ : আম্হে ঝাণ দিঠা )

এহু ( চৰ্যা ২৬ : এহু জগতি )

কাহেৰি ( চৰ্যা ৩৭ : কাহেৰি শঙ্কা )

কাহেৰে ( চৰ্যা ২৯ : কাহেৰে মই দিবি পিৰিচ্ছা )

কেহো ( চৰ্যা ১৮ : কেহো কেহো বোলই )

কো ( চৰ্যা ২৯ : কো পতিআই )

জা ( চৰ্যা ২০ : জা এথু চাহাম )

জাসু ( চৰ্যা ৪৩ : জাসু নাহি অপপা )

জাহেৰ ( চৰ্যা ২৯ : জাহেৰ বাণ-চিহ্ন-ৰূব ণ জাণী )

জে²/জে (চৰ্যা ৭ : জে জে আইলা, চৰ্যা ৩ : জে² অজৰামৰ হোই)
জো (চৰ্যা ৭ : জো মনগোঅৰ)
তই/তঁই (চৰ্যা ৩৯ : তই মুণ্ড কইসে, চৰ্যা ৪ : তঁই বিনু খনহি² ন জীবমি)
তা (চৰ্যা ৭ : তা দেখি)
তাসু (চৰ্যা ৪৩ : তাসু পৰেলা কাহি)
তাহেৰ (চৰ্যা ২৯ : তাহেৰ উহ ণ দিস)
তু (চৰ্যা ১০ : তু ডোম্বী)
তুমহে (চৰ্যা ২৩ : জই তুমহে জাইৰ)
তে (চৰ্যা ২২ : তে ন হোন্তি)
তো (চৰ্যা ৪ : তো মুহ চুম্বী)
তোএ (চৰ্যা ১০ : তোএ সম কৰিব ম সাঙ্গ
তোৰা (চৰ্যা ৪১ : তুটই বাৰণা তোৰা)
তোহোৰ (চৰ্যা ১০ : তোহোৰ অন্তৰে মোএ ঘেণিলি
তোহোৰি (চৰ্যা ১০ : তোহোৰি কুড়িআ
মই (চৰ্যা ১৮ : মই বাহিঅ)
মো (চৰ্যা ৩৫ : বাজুলে দিল মো)
মোৰ (চৰ্যা ২০ : জোবন মোৰ ভইলেসি পুৰা
মোহোৰ (চৰ্যা ২০ : মোহোৰ বিগোআ)
সব্ব (চৰ্যা ৪৪ : সব্ব বিচুৰিল
সে (চৰ্যা ৩ : এক সেঁ ঘড়লী)
সো (চৰ্যা ৭ : সো উ আস
হাঁউ (চৰ্যা ১৮ : হাঁউ সুতেলি মহাসুহ লীলেঁ)

১২৭ চৰ্যা পদত অব্যয়-শব্দ দুই-চাৰিটা পোৱা যায়। উদাহৰণ : আলো (চৰ্যা আলো ডোম্বী), ন (চৰ্যা ন জাই), ভো (চৰ্যা সুন ভো বিআন্তী), মা (চৰ্যা মা জাহুৰে), ৰে (চৰ্যা উজু ৰে উজু ছাড়ি), সম (চৰ্যা তোএ সম), অন্তৰে (চৰ্যা তোহোৰ অন্তৰে 'তোৰ কাৰণে')।

১২৮ চৰ্যা-পদত পুনৰুক্ত শব্দ কেইটামান এনেকুৱা : কেহো কেহো, জিম জিম, তিম তিম, জে জে।

১২৯ চৰ্যা-পদত দুটাৰ মাজত তুলনাৰ কাৰণে এনে ব্যৱস্থা আছে : ডোম্বীত আগলি নাহি চিছনালী (চৰ্যা ১৮)।

১৩০ চৰ্যা-পদৰ ভাষাত বিবিধ প্ৰত্যয়, শব্দ বিভক্তি, ক্ৰিয়া-বিভক্তি আদিৰ ৰূপ আৰু প্ৰয়োগ মন কৰিবলগীয়া। সেইবোৰৰ কিছুমান আধুনিক অসমীয়াত আৰু কিছুমান পুৰণি অসমীয়াত সংৰক্ষিত হৈছে। তলত সেইবোৰৰ আলোচনা দাঙি ধৰা হ'ল :

১৩০ ১ বচন : প্ৰত্যয়ৰ যোগত হোৱা বহু-বচনৰ উদাহৰণস্বৰূপে চৰ্যা-পদত পোৱা যায় : সঅল ( সকল ) সমাহিঅ কাহি কৰিঅই ( চৰ্যা ১ )। কেতিয়াবা একেটা শব্দক দুবাৰ ব্যৱহাৰ কৰিও বহু-বচনৰ ভাৱ প্ৰকাশ কৰা হয়, যেনে, উচাঁ উচাঁ পাবত ( চৰ্যা ২৮ তু অস বৰ বৰ মানুহ।

১৩০ ২ লিংগ : স্ত্ৰীবাচক—'ঈ' আৰু—'নী' প্ৰত্যয়ৰ সহায়ত লিংগ-ভেদৰ ব্যৱস্থা চৰ্যা পদত আছে, যেনে, জোই জোইণী, শবৰ, শবৰী ষিআলা, শিআলী। তু অস বাঘিনী, শিয়ালী। ভিন্ন শব্দৰ প্ৰয়োগৰ দ্বাৰা লিংগ ভেদৰ ব্যৱস্থাও চৰ্যা-পদত দেখা যায়, যেনে বলদ গবিআ।

১৩০ ৩ নিৰ্দিষ্টতাবাচক প্ৰত্যয় ' জন' : পাঞ্চজনা। তু অস পাঁচজন, পাঁচজনা।

১৩০ ৪ কাৰক আৰু শব্দ বিভক্তি ' চৰ্যা পদত বিভিন্ন কাৰক আৰু সম্বন্ধ-পদ বুজাবলৈ কিছুমান শব্দ-বিভক্তি ব্যৱহাৰ কৰা হয়। এই শব্দ-বিভক্তিবোৰৰো কিছুমান আধুনিক অসমীয়াত আৰু কিছুমান পুৰণি অসমীয়াত ৰক্ষিত হৈছে। চৰ্যা-পদতো সম্বোধনৰ অৰ্থত কোনো শব্দ-বিভক্তি যোগ নহয় যেনে, কাহ্নু কহি গই কৰিব নিবাস ( চৰ্যা ৭ ) তু অস ভগৱান, তুমি ক'ত আছা ? অসমীয়াৰ নিচিনা চৰ্যা-পদতো কেতিয়াবা কৰ্তা-কাৰকত আৰু কেতিয়াবা কৰ্ম-কাৰকত কোনো শব্দ-বিভক্তি লগ নালাগে, যেনে কাআ তৰুবৰ পঞ্চ বি ডাল ( চৰ্যা ১ ), কাহ্নু বিমন ভইলা ( চৰ্যা ৭ ), বাহ্মণ তোডিউ ( চৰ্যা ৯ )। কৰ্তা-কাৰকত সাধাৰণতে '-এ' বিভক্তি লগ লাগে, যেনে, কুম্ভীৰে খাঅ ( চৰ্যা ২ ), চোৰে নিল ( চৰ্যা ২ ) তু অস বাঘে খায়, চোৰে নিলে। কৰ্ম কাৰকত -'ক' বিভক্তি যোগ হয়, ঠাকুৰক পৰিনিবিত্তা ( চৰ্যা ১২ )। তু অস ৰামচন্দ্ৰক বন'লৈ পঠালে। কৰ্তা-কাৰকৰ -'এ' বিভক্তিৰ জৰিয়তে কেতিয়াবা কৰণ-কাৰক, কেতিয়াবা অপাদান কাৰক, আৰু কেতিয়াবা অধিকৰণ-কাৰকৰ ভাৱ প্ৰকাশ কৰা হয়; যেনে, ৰৱগুৰু বঅণ কুঠাৰে চ্ছিজঅ ( চৰ্যা ৪৫ ); জামে কাম কি কামে জাম ( চৰ্যা ২২ ), নেউৰ চৰণে ( চৰ্যা ১১ )। তু অস হাতে কটা, তাৰ মুখে শুনিলোঁ, ঘৰে ঘৰে অসুখ। নিমিত্ত-কাৰকৰ বাবে '-লাগি', '-লই' আদি শব্দবিভক্তিৰূপে ব্যৱহাৰ কৰা হয়, যেনে,

গঅণ টাকলি লাগি ( চৰ্যা ১৬ ) মেৰু-শিখৰ লই ( চৰ্যা ৪৭ )। তু কাম মৰোক লেগি, ঘৰ লাগি যাঞ ( লৰ-কুশৰ যুদ্ধ ), মোক লাগি ( ল কু যু )। অপাদান কাৰক বুজাবলৈ চৰ্যা-পদত 'হু' এই শব্দ বিভক্তিটোৰ প্ৰয়োগ দেখা গৈছে, যেনে, নিঅ ঝধহু তিহুঅন ছাঅ বিহাই ( চৰ্যা ২৪ )। সম্বন্ধ পদৰ কাৰণে চৰ্যা-পদত '-ৰ', 'এৰ' আদি শব্দ-বিভক্তিৰ ব্যৱহাৰ পোৱা গৈছে, যেনে, হৰিণীৰ নিলঅ ( চৰ্য ৬ ), কাখেৰ তেন্তলি ( চৰ্যা ১ )। তু অস গৰুৰ গাখীৰ, মাসেৰ জোইয়ে ( গোৱা )। অধিকৰণ কাৰকত চৰ্যা-পদত '-ত' লগ লাগে, যেনে, হাঁড়ীত ভাত নাহি ( চৰ্যা ৩৩ )। তু অস ঘৰত মানুহ নাই।

১৩০ ৫ ক্ৰিয়া-বিভক্তি : অসমীয়া ভাষাৰ নিচিনা চৰ্যা-পদতো বিশেষ্য বা সৰ্বনাম শব্দৰ এক-বচন বা বহুবচন অনুসৰি ক্ৰিয়া ৰূপৰ পৰিবৰ্তন নঘটে। উদাহৰণ : জে জে উজু বাটে গেলা ( চৰ্যা ১৫ ), সৰহ ভণই বাপা উজুবাট ভইলা ( চৰ্যা ৩২ ), চেঅণ ন বেঅন ভৰ নিদ গেলা ( চৰ্যা ৩৬ )। ক্ৰিয়া-বিভক্তিৰ ক্ষেত্ৰতো চৰ্যা পদত পোৱা বহুতো ক্ৰিয়া-বিভক্তি আধুনিক অসমীয়া আৰু পুৰণি অসমীয়াত সংৰক্ষিত হৈছে। তলৰ আলোচনাই কথাবোৰৰ প্ৰমাণ দিব।

(ক) বৰ্তমান কালৰ তৃতীয় পুৰুষৰ-এ/-ই : উহ লাগে না ( চৰ্যা ২৯ , অইস সংবাহেঁ কো পতিআই ( চৰ্যা ২৯ )। তু অস লাগে পতিয়ায়।

(খ) বৰ্তমান-কালৰ তৃতীয় পুৰুষৰ অন্তি : জে সচৰাচৰ তিঅস ভমন্তি ( চৰ্যা ২২ ), তে অজৰামৰ কিমপি ন হোন্তি ( চৰ্যা ২২ )। তু ভয়ে অন্তি চমকন্তি, ৰাম ৰাম উচ্চৰন্তি ( মা ক )।

(গ) ভূত-কালৰ তৃতীয় পুৰুষৰ-ল/লা : বাজুলে দিল ( চৰ্যা ৩৫ ), সুসুৰা নিদ গেল চৰ্যা ২ উজুবাটে গেলা ( চৰ্যা ১৫ )। তু কন্যাসবে পাৰিল বাটত নেত পাট ( মা ক ) বিশ্বকৰ্মে জানিল গোসাই চিন্তে কি কাৰণ ( মনকৰ )। তু গোৱা গেল, কাম গেল, গৈ'ল কল, কলা, কলাক মা অস গ'ল, ক'লে। ভূতকালৰ প্ৰথম পুৰুষৰ-ইলোঁ অচ্ছিলোঁ ঘমোহে চৰ্যা ৩৫ )। তু অস. আছিলোঁ।

(ঘ) ভবিষ্যত কালৰ তৃতীয় পুৰুষৰ ইব : কহিঁ গই কৰিব নিবাস ( চৰ্যা ৭ ) তু অ কৰিব।

(ঙ) ক্ৰিয়াৰ অসমাপিকা ৰূপ : ই ইলে : কহিঁ গই কৰিব নিবাস ( চৰ্যা ৭ ) এড়ি এউ চান্দক বান্ধ ( চৰ্যা ১ )। বাভি ভইলে কামক জাঅ ( চৰ্যা ২ )। তু অস কৈ, গৈ, শুনি, কৰিলে, হ'লে।

১৩০ ৬ চৰ্যা-পদত পোৱা কৃদন্ত ৰূপ আৰু ক্ৰিয়াৰ নাম্ভাৰ্থক ৰূপৰ চানেকি এনে ধৰণৰ :

(ক) বৰ্তমানকালিক কৃদন্ত ৰূপ : অন্তে : উজু বাট জাঅন্তে ( চৰ্যা ১৫ )। তু ফুৰন্তে ৰজনী গৈল ক্ষয় ( শঙ্কৰদেৱ )। তু অস. যাওঁতে, ফুৰোঁতে।

(খ) ভূতকালিক কৃদন্ত-ৰূপ : আ : পূৰা : জাণ জোৱণ মোৰ ভইলেসি পূৰা ( চৰ্যা ২০ )। তু. অস. খোৱা ( বস্তু ), কৰা ( কাম )।

(গ) নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়াৰ আগত প্ৰয়োগ : আন উপায়ে পাৰ ণ জাই ( চৰ্যা ৩৮ ), মা জাহুৰে লাঙ্ক ( চৰ্যা ৩২ )। তু অস নাযায়। নেযায়, নহয়।

১৩০ ৷ চৰ্যা-পদত শব্দ গঠনৰ বাবে প্ৰত্যয়ৰ তেনে ব্যৱহাৰ দেখা নাযায়। তথাপি দুই এটা উদাহৰণ আছে। উদাহৰণ :

(ক) আলি ( আলী ) : ষৰবালী ( চৰ্যা ৫০ )। তু অস পুৰুষালি, ল'ৰালি।

(খ) জোৰ-বুজোৱা প্ৰত্যয়-বি : পঞ্চ বি ডাল ( চৰ্যা ১ ), এতবি সাৰা (চৰ্যা ৩০ )। তু অস ই < বি < অবি < অপি তু অস ইমানেই, পাঁচোটাই।

১৩১ বাক্য-বিন্যাসৰ পিনৰ পৰা অসমীয়া ভাষা আৰু চৰ্যা-পদৰ মিল দেখুৱা সহজ নহয়, কাৰণ চৰ্যা-পদবোৰ পদ্যত ৰচনা কৰা। তথাপি দুই-এটা শব্দ-ক্ৰমৰ সাদৃশ্য দুয়ো ঠাইৰ ভাষাত পৰিলক্ষিত হয়। তাৰ ভিতৰত এটা হৈছে নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়াৰ আগত স্থান। আনটো হৈছে প্ৰশ্নাথক অব্যয় নে, না ( কাম.), ন ( চৰ্যা ), যেনে, সাচ ন মিচ্ছা ( চৰ্যা ২৯ ), সচা না মিছা ( কাম ), সঁচা নে মিছা ( মা অস )।

১৩২ চৰ্যা পদৰ ভাষাৰে সৈতে অসমীয়া ভাষাৰ ৰূপ আৰু প্ৰত্ন ৰূপ দুয়োটাই কেনেদৰে জড়িত ওপৰৰ আলোচনাৰ পৰা কিছু স্পষ্ট হৈছে। চৰ্যা-পদৰ ৰূপৰ এক বৃহৎ অংশ সামৰি থৈছে অসমীয়া ব্ৰজবুলি ভাষাই ( ৡ১৫৬ )। চৰ্যা-পদেৰে সৈতে কামৰূপী উপভাষাৰ সম্পৰ্কও ঘনিষ্ঠ। ওপৰৰ আলোচনাত তাৰ আভাস পোৱা যাব। চৰ্যা-পদৰ ৰূপতত্ত্বমূলক বৈশিষ্ট্য কেতবোৰ কামৰূপী উপভাষাই সংৰক্ষণ কৰিছে। কামৰূপীত চতুৰ্থী বিভক্তিৰ কোনো সুকীয়া চিন নাই। দ্বিতীয়া বিভক্তিৰ ৰূপকে ব্যৱহাৰ কৰা হয় নাইবা তাৰ পাছত 'লেগি' বা 'গেলি' পৰ সৰ্গ যোগ দিয়া হয়, যেনে, মোক লেগি বা মোক গেলি 'মোলৈ', ঘৰোক লেগি 'ঘৰলৈ' ইত্যাদি। চৰ্যা-পদত 'লাগি' পোৱা যায়, যেনে, গগণ টাকলি লাগি ( চৰ্যা ৬ ) তু ধৰ লাগি যাঞা ( লৱ-কুশৰ যুদ্ধ ) মোক লাগি ( ল কু যু. )। চৰ্যা-পদৰ কিছুমান শব্দ আৰু ৰূপতাত্ত্বিক বৈশিষ্ট্য প্ৰাক-বৈষ্ণৱ যুগৰ শ্ৰেষ্ঠ কৱি মাধৱ কন্দলী, অনা-বৈষ্ণৱ মনসা-কৱি-মনকৰ, আৰু মহাভাৰতীয় কৱি ৰাম সৰস্বতী আদিৰ ৰচনাতো পোৱা গৈছে। তলত সেইবোৰৰ কিছুমান উল্লেখ কৰা হ'ল :

| চৰ্যাৰ ৰূপ | অসমীয়া ৰূপ |
|---|---|
| উজাঅ | উজাহা ( মা কন্দলী ) |
| এবেঁ | এবে ( মা. ক ) |
| কাহেৰী | কাহাৰ ( মা. ক ) |
| কেহ্নো | কেহো ( মা ক ) |
| খেড়া | খেড়ি ( মা ক. ) |
| গেল | গেল ( মনকৰ ) |
| গলপাস | গলপাশ ( মা ক )<br>গল ( মনকৰ ) |
| ঘৰিণী | ঘৰণী ( মা ক ) |
| ঘুমই | ঘুমন্তি ( মা ক ) |
| তোৰা | তোৰা ( ৰাম সৰস্বতী ) |
| তোহোৰি | তোহোৰ ( মা ক ) |
| নাহা | নাহা ( মা ক ) |
| পড়িআই | পৰিআন ( মা ক ) |
| ফাড়িঅ | ফেড়িয়া ( মা. ক ) |
| বহুড়ি | বোহাৰি ( মা ক )<br>বহাৰি ( মনকৰ ) |
| বাপ | বাপ ( মা ক ) |
| বাহুডই | বাহুড়ায়া ( মা ক )<br>বাহুডা ( মনকৰ ) |
| ভইল | ভৈল ( মনকৰ , মা ক ) |
| মোহোৰ | মোহোৰ ( মা ক ) |
| ৰূপা | ৰূপা ( মা ক ) |
| হাক | হাক ( মা ক ) |

১৩৩. তলত উল্লেখ কৰা ৰূপতত্ত্বমূলক বৈশিষ্ট্যবোৰ প্ৰাচীন অসমীয়া আৰু চৰ্যা-পদত একেধৰণে পোৱা হৈছে :

(ক) ভূত-কালৰ তৃতীয় পুৰুষৰ '-ল' বিভক্তি ( কানেট চোৰে নিল ) : কন্যাসবে পাৰিল বাটত নেত পাট ( মা ক ) বিশ্বকৰ্মে আনিল সোসাই চিত্তে কি কাৰণ ( মনকৰ ) ।

(খ) বৰ্তমান কালৰ তৃতীয় পুৰুষৰ 'অন্তি' বিভক্তি, যেনে, ভণন্তি, হোন্তি চৰ্যা ২২) ভয়ে অন্তি চমকন্তি, ৰাম ৰাম উচ্চৰন্তি (মা ক.)।

১৩৪ এতিয়া আমি এইখিনিকে ক'ব পাৰোঁ যে পূৰ্ব-ভাৰতত চৰ্যা-পদত পোৱা ভাষাটোৰ নিচিনা এটা ভাষা প্ৰচলিত আছিল। তাত 'বহু ভাষাৰ বহু ৰূপ' সোমাই পৰিছিল। সেইবোৰে ভাষাটোৰ প্ৰকাশিকা শক্তি বঢ়াই ভাষাটোক শক্তি-শালী কৰি তুলিছিল। কথিত আৰু লিখিত দুয়োটা ৰূপতে সি চলি আছিল। সময়ত সি এটা আদৰ্শ সাহিত্যিক ভাষাৰূপে পৰিগণিত হয় আৰু পূৰ্ব-ভাৰতৰ কৱিসকলে তাকে তেওঁলোকৰ ৰচনাৰ উপযুক্ত মাধ্যম হ'ব বুলি ভাবি নিজ নিজ ৰচনাত স্বীকৃতি দিয়ে। বোধহয় "বৌদ্ধ দোহাবোৰ যিটো ভাষাত লেখা হৈছিল সি গোটেই পূৰ্ব ভাৰতত সহজে বুজি পোৱা আছিল।"[৮৪] কথিত ভাষা-হিচাপে চৰ্যা-পদৰ ভাষাটো শতাব্দীৰ বাগৰতে বাগৰি আজিলৈকে প্ৰচলিত হৈ আছে। চৰ্যা-পদৰ ভাষাই হৈছে প্ৰত্ন অসমীয়া স্তৰৰ পৰা বৰ্তমানৰ স্তৰলৈকে থকা অসমীয়া ভাষাৰ যোগ সূত্ৰ। ইয়াতে আন এখন গ্ৰন্থৰ কথাও বিশেষভাৱে উল্লেখযোগ্য। সেইখন হ'ল বড়ু চণ্ডীদাসে ৰচনা কৰা শ্ৰীকৃষ্ণকীৰ্তন।

১৩৫ অসমীয়া ভাষাৰ বুৰঞ্জীৰে সৈতে চৰ্যা-পদৰ ভাষাৰ সম্বন্ধ যেনে ভাৱে সাঙোৰা হৈ আছে, চৰ্যাপদৰ পৰৱৰ্তী ৰচনা শ্ৰীকৃষ্ণকীৰ্তন'ৰ ভাষাৰে সৈ'তও অসমীয়া ভাষাৰ নিগূঢ় সম্পৰ্ক ৰক্ষিত হৈছে। বঙালী পণ্ডিতসকলে 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ লেখক অনন্ত বড়ু 'ণ্ডীদাসক চৈধ্য শতিকাৰ লোক বুলি থিৰ কৰিছে। তেওঁলোকে চৰ্যা-পদৰ পাছত বঙলা ভাষাৰ দ্বিতীয় নিদৰ্শনহিচাপে 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ভাষালৈ আঙুলিয়ায়। শ্ৰীবসন্তৰঞ্জন ৰায় বিদ্বদ্বল্লভৰ দ্বাৰা সম্পাদিত 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ শ্ৰীৰামেন্দ্ৰ সুন্দৰ ত্ৰিবেদী-ৰচিত মুখবন্ধত এই বুলি কোৱা হৈছে যে চতুৰ্দশ শতাব্দীৰ পশ্চিম বঙলাৰ 'খাঁটি' ভাষাৰ নমুনা এই গ্ৰন্থত পোৱা গ'ল। সেই ভাষা সম্পূৰ্ণ অবিকৃতভাৱে ইয়াত ৰক্ষিত হৈছে। আকৌ এই গ্ৰন্থৰে ভূমিকাত ৰায় মহাশয়ে লেখিছে: "চৰ্যাচৰ্য বিনিশ্চয়ৰ ভাষা বঙলা ভাষাৰ প্ৰাচীনতম নিদৰ্শন বুলি গৃহীত হ'ব পাৰে। পদবোৰ যিসকল লোকে লেখিছিল তেওঁলোক খৃষ্টীয় ৯৫০-১২০০ৰ মাজত জীৱিত আছিল। চৰ্যা-পদৰ পাছত আমি একেবাৰে 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ভাষাৰ মেৰত প্ৰৱেশ কৰিবলগীয়া হয়।" ৰায় মহাশয়ে সম্পূৰ্ণ নিৰপেক্ষভাৱে 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ৰূপবোৰৰ যথাসম্ভৱ মাধৱ কন্দলী বিদ্যাপতি, শঙ্কৰদেৱ, জগন্নাথ দাস প্ৰভৃতি পাৰিপাৰ্শ্বিক কৱিসকলৰ ভাষাৰে সৈতে সাদৃশ্য দেখুৱাইছে। 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ভাষাৰ লগত মাধৱ কন্দলীৰ

৮৪ Barua, K L: Early History of Kamarupa 1932, p. 318

ভাষাৰ মিল সম্পাদকে প্ৰচুৰ পৰিমাণে দেখুৱাবলৈ সমৰ্থ হৈছে। এই সাদৃশ্যই বড়ু চণ্ডীদাস আৰু মাধৱ কন্দলীক সমসাময়িক কবিৰূপে প্ৰতিষ্ঠা কৰাব পাৰে। তদুপৰি সিয়ে অন্ততঃ চতুৰ্দশ শতিকাৰ পূৰ্ব-ভাৰতৰ ভাষাৰ স্পষ্ট চিত্ৰ এটা দাঙি ধৰাতো সহায় কৰে।

১৩৫.১ চৰ্যা-পদৰ নিচিনা 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ক্ষেত্ৰতো অসমীয়া ভাষাৰে সৈতে সম্বন্ধ বিচাৰ কৰি ডঃ কাকতিদেৱে কেইটামান কথালৈ মাত্ৰ আঙুলিয়াই দুয়ো বিধ ভাষাতে নানা ভাষা আৰু নানা ৰূপৰ সংমিশ্ৰণৰ কথা স্পষ্টভাৱে ব্যক্ত কৰিছে। সূক্ষ্মভাৱে চালে 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ভাষাৰে সৈতে অসমীয়া ভাষাৰ বুৰঞ্জীৰ বিবিধ স্তৰত সাদৃশ্য পৰিলক্ষিত হয়। তলত এই বিষয়ে অলপ বহলভাৱে আলোচনা কৰা হৈছে। শ্ৰীকৃষ্ণ-কীৰ্তনৰে সৈতে অসমীয়া ভাষাৰ সম্বন্ধক আমি এইধৰণে ভগাই চাব পাৰোঁ: (১) আধুনিক অসমীয়া: মান্য ভাষা আৰু উপ-ভাষাৰ মাজেদি (২) প্ৰাচীন অসমীয়া: বৈষ্ণৱ আৰু অনা বৈষ্ণৱ সাহিত্যৰ মাজেদি।

১৩৬ আধুনিক অসমীয়া আৰু 'শ্ৰীকৃষ্ণকীৰ্তন': ধ্বনি-তত্ত্বৰ ক্ষেত্ৰত দুয়ো ঠাইতে স্বৰভক্তিৰ জৰিয়তে তৎসম শব্দবোৰে অৰ্ধতৎসম ৰূপ লোৱা নিদৰ্শন আছে, যেনে,

| শ্ৰীকৃষ্ণকীৰ্তন | অসমীয়া |
|---|---|
| তপত | তপত |
| পৰাণ | পৰাণ |
| জতন | যতন |
| অলপ | অলপ |

১৩৬.১ আধুনিক অসমীয়াৰে সৈতে ধ্বনি তত্ত্বতকৈ ৰূপ-তত্ত্বৰ ক্ষেত্ৰত দুয়ো ঠাইত মিলৰ সংখ্যা অধিক প্ৰথমতে যদি শব্দ-বিভক্তিলৈ চোৱা যায় তেনেহ'লে তাৰ কেইবাটাও 'শ্ৰীকৃষ্ণকীৰ্তন'ত পোৱা যায়, উদাহৰণ:

(ক) প্ৰথমা -এ বিভক্তিৰ অপাদান, কৰণ, আৰু অধিকৰণত ব্যৱহাৰ: তোৰ মুখে, শকতিএ, শবদে, যমুনা তীৰে বসুলেৰ ঘৰে। অসমীয়াতো তোৰ মুখে, হাতে (কটা) ঘৰে-ঘৰে আদি নিত্য ব্যৱহৃত ৰূপ।

(খ) চতুৰ্থীৰ-লৈ (—লাগি): তা লাগি, অসমীয়া তালৈ

(গ) ষষ্ঠীৰ ৰ: সাধুৰ, অস সাউদৰ।

(ঘ) সপ্তমী-ত: হিআত, নাঅত, অস হিয়াত, নাৱত

১৩৬.২ 'শ্ৰীকৃষ্ণকীৰ্তন' আৰু অসমীয়াৰ মাজত থকা ৰূপতত্ত্বমূলক আন আন সাদৃশ্যবোৰৰ ভিতৰত তলত উল্লেখ কৰাকেইটাও মন কৰিবলগীয়া:

(ক) অসমাপিকা-ই : সুনি, অস শুনি।

(খ) স্ত্ৰীৱাচক—ঈ আৰু—নী : আজলী, বুঢ়ী, নাতিনী, অসমীয়াতো একে ৰূপ।

(গ) ভূত-কালৰ ক্ৰিয়া-বিভক্তি-ইলোঁ : আছিলোঁ, অস. আছিলোঁ।

(ঘ) বৰ্তমান-কালৰ ওঁ : ধৰোঁ, জাওঁ, অস ধৰোঁ, যাওঁ।

(ঙ) বৰ্তমান-কালৰ অনুজ্ঞাৰ 'দি' ধাতুৰ ৰূপ দে, অস দে।

(চ) নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়াৰ আগত প্ৰয়োগ : নাপাওঁ, নাজানো, নাছিল, নহোঁ অস নাপাওঁ, নাজানো, নাছিল, নহওঁ।

(ছ) ষষ্ঠী বিভক্তিৰ—ৰৰ পাছত বিবিধ পৰ-সৰ্গ ব্যৱহাৰ কৰি বিভিন্ন ভাৱ প্ৰকাশ. তোহ্মাৰ কাৰণে, অস তোমাৰ কাৰণে।

(জ) সৰ্বনামৰ কোন, মোৰ, মোক, মোত, তোৰ, তোক, তোত, তাক, তাৰ, তাত ইত্যাদি ৰূপ অসমীয়াতো একে।

(ঝ) সংখ্যাৱাচক শব্দ দুই, চাৰি সাত তেৰ,, অস দুই, চাৰি, সাত, তেৰ।

১৩৩ শব্দ মালাৰ ক্ষেত্ৰত অসমীয়াত সচৰাচৰ ব্যৱহাৰ হোৱা অনেক শব্দ 'শ্ৰীকৃষ্ণ-কীৰ্তন'ত হুবহু ৰূপত পোৱা গৈছে। সেইবোৰৰ ভিতৰত বিশেষ্য, বিশেষণ ক্ৰিয়া-বিশেষণ, ধাতু, ক্ৰিয়া, অতুবাঠাঁচযুক্ত শব্দাংশ আদি সকলো আছে। সেইবোৰৰ কেইটামান তলত দিয়া ধৰণৰ :

| শ্ৰীকৃষ্ণকীৰ্তনৰ ৰূপ | চৰ্যাৰ ৰূপ | অসমীয়াৰ ৰূপ |
|---|---|---|
| আজি | আজি | আজি |
| উজান | উজাঅ | উজান |
| কদম | | কদম |
| কমলা | | কমলা |
| কৰবীৰ | | কৰবীৰ |
| কুশিআৰ | | কুঁহিয়াৰ |
| কাকুতি | | কাকুতি |
| খণ্ড | | খং |
| গাই | | গাই |
| গৰু | | গৰু |
| গোআৰি | গুহাড় | গোহাৰি |
| ঘৰ | ঘৰ | ঘৰ |
| ঘড়িআল | | ঘঁৰিয়াল |

| শ্ৰীকৃষ্ণকীৰ্তনৰ ৰূপ | চৰ্যাৰ ৰূপ | অসমীয়াৰ ৰূপ |
| --- | --- | --- |
| ঠাঁই | | ঠাই |
| তেজপাত | | তেজপাত |
| দিন | | দিন |
| দীঘল | | দীঘল |
| দুআৰ | দুৱাৰ | দুৱাৰ |
| দুগুণ | | দুগুণ |
| নই | ণই | নৈ |
| পৰাণ | পৰাণ | পৰাণ |
| পানী | পানী | পানী |
| পাথৰ | পাথৰ | পাথৰ |
| বাঘ | | বাঘ |
| বুঢা | | বুঢ়া |
| বাৰে বাৰে | | বাৰে বাৰে |
| বেজ | | বেজ |
| বিচনী | | বিচনি |
| ভাত | ভাত | ভাত |
| ভাল | ভাল | ভাল |
| ভালুক | | ভালুক |
| ভিতৰ | | ভিতৰ |
| ভাজিলোঁ | | ভাজিলোঁ |
| মামী | | মামী |
| মেলানী | | মেলানি |
| ৰঙ্গ-ধামালী | | ৰং-ধেমালি |
| ৰাতি | ৰাতি | ৰাতি |
| শিআল | শিআলী, ষিআলা | শিয়াল |
| সকঅ | সকই | সক |
| সুকজ | | সুকৰ |
| সুঝিলোঁ | | শুজোঁ |
| সেআলি | | শেৱালী |
| সিআন | | সিয়ান |
| হিআ | | হিয়া |
| মঙ্গল চাঠীএ | | মঙল চাই ইত্যাদি |

১৩৮. কামৰূপী উপভাষাৰ মুকীয়া ৰূপ কিছুমানো 'শ্ৰীকৃষ্ণকীৰ্তন'ত ৰক্ষিত হৈছে। মাত্ৰ অসমীয়াৰ তুলনাত উপভাষাৰ ৰূপৰ নিদৰ্শন 'শ্ৰীকৃষ্ণকীৰ্তন'ত বহং বেছিহে বুলিব লাগিব। সেইবোৰে অসমীয়া ভাষাৰ পূৰ্বভাৰতীয় প্ৰাচীন ভাষাৰ লগত যোগ-সূত্ৰগুলি বেছি দৃঢ় কৰাৰ ফলত অসমীয়া ভাষাৰ প্ৰসাৰতাৰ দিক-নিৰ্ণয়ৰ পথ সুচল হৈ উঠিছে। কামৰূপী উপভাষাৰ ৰূপবোৰৰ বেছিভাগ আকৌ প্ৰাচীন অসমীয়াতো সংৰক্ষিত হৈছে। ধ্বনি-তত্ত্বৰ ক্ষেত্ৰত 'শ্ৰীকৃষ্ণকীৰ্তন' আৰু কামৰূপী উপভাষাৰ সাদৃশ্যবোৰ এনে ধৰণৰ:

(ক) প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ শ, খত পৰিণত হৈছে, যেনে, সং, আদেশ, কৃষ্ণকীৰ্তন আদেখ, কামৰূপী, আদেখ, প্ৰাচীন অসমীয়া, আদেখ (হেম সৰস্বতী)।

(খ) প্ৰা ভা আ ভাষাৰ ক্ষ, খত পৰিণত হৈছে; যেনে, সং, চক্ষু, কৃ কী চখু, কাম চখু।

(গ) মধ্য ভাৰতীয় আৰ্য-ভাষাৰ -অই-,-ঐত পৰিণত হৈছে, যেনে, সং চৈত্ৰ, কৃ কী চৈত, কাম চৈত, প্ৰা অস চৈত (মাধৱ কন্দলী)।

(ঘ) 'শ্ৰীকৃষ্ণকীৰ্তন' আৰু কামৰূপী দুয়ো ঠাইতে মহাপ্ৰাণ-ধ্বনিৰ প্ৰচলন বেছি, যেনে, কৃ কী ভোখ, কাম ভুখ, ভখ, কৃ কী সুখান, কাম শুখান, কৃ. কী. হাথী, কাম, হাথী ইত্যাদি। প্ৰাচীন অসমীয়াতো এই নিয়ম প্ৰযোজ্য: শিথান, ভাঠি, ঠোঠ (মা ক) -

(ঙ) সমীভূত হোৱা শব্দৰ ৰূপ দুয়ো ঠাইত একেধৰণে পোৱা যায়, যেনে, কৃ কী চতুথী, কাম চতুথী।

১৩৮.১ ৰূপ-তত্ত্বৰ ক্ষেত্ৰতো দুয়ো ঠাইৰ সাদৃশ্য নগণ্য নহয়:

(ক) কামৰূপীত চতুৰ্থী বিভক্তিৰ কোনো চিন নাই। দ্বিতীয়া বিভক্তিৰ ৰূপকে ব্যৱহাৰ কৰা হয়, যেনে, ঘৰোৰ যাহ, কৃ কী ঘৰক যাহ, মান্য অসমীয়া, ঘৰলৈ যাব। মাধৱ কন্দলীত আছে: 'মায়ৰ থানক চাহিবাক গৈলা' নিমিত্ত অৰ্থ প্ৰকাশ কৰিবলৈ এই দ্বিতীয়া বিভক্তিৰ চিন- ক'ৰ সংযোগৰ পাছত 'লেগি' যোগ দিয়া কামৰূপীৰ নিয়ম, যেনে, ঘৰোক লেগি, তাক লেগি, মা. অ ঘৰলৈ, তালৈ, কৃ কী তাক লাগি। প্ৰাচীন অসমীয়াত এনে ৰূপ আছে: কিষ্কিন্ধাক লাগি (মা ক), তোমাক লাগি ('ৰামবিজয়'-নাট)।

(খ) কামৰূপীৰ ভূতকালিক কৃদন্ত আৰু তুমুনন্ত বাৰ, ইবাৰ, -ইবাক আদি শ্ৰীকৃষ্ণকীৰ্তনেৰে সৈতে একে, যেনে, কৃ কী জীবাৰ উপাএ, পানী আণিবাৰ ছলে, ফুল তুলিবাক লাগিল, পৰাণ দিবাক পাৰোঁ। প্ৰাচীন অসমীয়াৰ হেম সৰস্বতীত পাওঁ: তাক মাৰিবাক লাগি। নাৰায়ণদেৱত আছে: সুবৰ্ণৰ খাট দিলা লগাই ঘুমাবাৰ।

(গ) 'শ্রীকৃষ্ণকীর্তন'ত অতীত-কালৰ তৃতীয় পুৰুষৰ পাছত ব্যৱহাৰ হোৱা ক্রিয়া-বিভক্তি হৈছে -লেক, কামৰূপীত-লাক, যেনে, কৃ. কী বান্ধিলেক তোৰ মাঅ বাপ, কাম বাইখলাক।

(ঘ) বর্তমান-কালৰ দ্বিতীয় পুৰুষৰ পাছত ব্যৱহাৰ হোৱা ক্রিয়া বিভক্তি—হৰ ব্যৱহাৰ দুয়ো ঠাইত একে; যেনে, কৃ কী. জানাহ, যাহ, শিখাহ, কাম জানাহ যাহ, শিখাহ, প্রা অ কত নিদ্রা যাহ সুখে (নাৰায়ণদেৱ)।

(ঙ) সম্বন্ধসূচক নির্দিষ্টভাবাচক প্রত্যয়ৰ দুই এটা কামৰূপী আৰু শ্রীকৃষ্ণ-কীর্তন'ত প্রায় একে ৰূপত পোৱা গৈছে, যেনে, কৃ কী বাপেত, কাম বাইপেত।

১৩৯ শব্দ মালাৰ দৃষ্টিৰে চালে 'শ্রীকৃষ্ণকীর্তন'ত বহুতো কামৰূপী শব্দ প্রায় একে ৰূপত পোৱা যায়। উদাহৰণ:

| শ্রীকৃষ্ণকীর্তনৰ ৰূপ | চর্যাৰ ৰূপ | কামৰূপীৰ ৰূপ |
|---|---|---|
| আম্বড়া | | আম্‌ৰা |
| আৱৰ | | আৰ |
| খেমা | | খমা |
| গেল | গেলে | গেল |
| গাছ | | গাছ |
| চিৰী | | চিৰি মা অস মালি |
| ছেৰছ | | ছেইচ্ছা |
| নাতিআ | | নাইতা |
| নাগেশ্বৰ | | নাগেশ্বৰ |
| বাছা | | বাছা |
| বাখানে | বখানী | বাখান, বাখানে |
| ভোজপাত | | ভোজপাত |
| ভেলা | ভেলা | ভেল, পু অ ভেল মা ক ) |
| মাউসী | | মাউহে |
| ৰূপা | ৰূপ | ৰূপা |
| লাউ | লাউ | লাউ |
| লাগ√পা | | লাগ√পা |
| সফেক | | সোফ্‌ৰাম, সোইফ্‌ৰাম |
| সাঁঝ | সাঝে | সাঁঝ |
| সিন্দুৰ | | সিন্দুৰ |
| √হাঁঠ | | হাঠ্‌ |
| পাঁচ সাতে | | সাতে পাচে |

১৪০ প্ৰাচীন অসমীয়া আৰু 'শ্ৰীকৃষ্ণকীৰ্তন' : প্ৰাচীন অসমীয়া বুলিলে ইয়াত প্ৰাক-শঙ্কৰী আৰু শঙ্কৰী যুগৰ বৈষ্ণৱ আৰু অনা-বৈষ্ণৱ সাহিত্যৰ ভাষাক বুজোৱা হৈছে। এইবোৰ সাহিত্যৰ ভাষাক অসমীয়া আৰু অসমীয়া ব্ৰজবুলি এই দুটা নামেৰেও বুজোৱা হয়। 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ভাষাৰ লগত এই দুয়োবিধ ভাষাৰ সাদৃশ্য আছে। ওপৰত কামৰূপী উপভাষাৰে সৈতে 'শ্ৰীকৃষ্ণকীৰ্তন'ৰ ভাষাৰ সাদৃশ্য দেখুৱাওঁতে কিছুমান প্ৰাচীন অসমীয়াৰ ৰূপৰো উল্লেখ কৰা হৈছে। সেইবোৰৰ পুনৰ উল্লেখ নকৰি আন আন কিছুমান বৈশিষ্ট্যলৈহে আঙুলিওৱা হ'ল :

(ক) ৰূপতত্ত্বমূলক বৈশিষ্ট্যৰ ভিতৰত প্ৰাচীন অসমীয়াতো পঞ্চমী বিভক্তিৰ কোনো চিন নাই। শব্দৰ পাছত আন পৰসৰ্গ ব্যৱহাৰ কৰিলে অপাদান-অৰ্থ প্ৰকাশিত হয়। 'শ্ৰীকৃষ্ণকীৰ্তন'ত ইয়াৰ উদাহৰণ আছে যেনে, আজি হাৰ্তে শয্যা তন্তে (মা কন্দলী), ফণা তন্তে (কা দ নাট)।

(খ) নিৰ্দিষ্টতাবাচক প্ৰত্যয়—খাণী, গুটি। প্ৰাচীন অসমীয়াত আছে -খানি, গুটি যেনে, কৃ কী নাতিনী খাণী বাঁশী গুটি প্ৰা অ প্ৰাণ খানি (হ স) একখানি কাৰ্য্য, দুগুটি সন্ততি (ভ বিপ্ৰ) চৈধ্য গুটি বপুৰা (মা কন্দলী)।

(গ) বহুবচনৰ প্ৰত্যয়—গণ কৃ কী পিকগণে তাৰাগণ (মা কন্দলী)।

(ঘ) ভূত-কালৰ তৃতীয় পুৰুষৰ 'ল' বিভক্তি : সভা পাতিল (কৃ কী), কানেট চোৰে নিল (চৰ্যা),
জানকীক ৰক্ষা দিল (মা কন্দলী),
বিষ জল পানে প্ৰাণে ছাড়ি মৰল (কা দ নাট)

(ঙ) ভূত কালৰ তৃতীয় পুৰুষৰ 'লান্ত' বিভক্তি :
কহিলান্ত (কৃ কী), কহিলন্ত, ধৰিলন্ত (মা কন্দলী)

(চ) ভৱিষ্যত-কালৰ প্ৰথম পুৰুষৰ 'বোঁ' বিভক্তি : খাইবোঁ (কৃ কী) খাইবোঁ (মা কন্দলী, তোৰ মাথা খাইবোঁ (কেলিগোপাল' নাট)।

(ছ) ভূতকালিক কৃদন্ত-বুজোৱা 'ইল' প্ৰত্যয় : পাটিল যাঅন্ত (কৃ কী, ভুখিল বাঘ (মনকৰ)

(জ) নাস্ত্যৰ্থক ৰূপাংশৰ প্ৰয়োগ : যেনে, নাবোল নাবোল (কৃ কী.), নাবোল নাবোল শুনা দশগ্ৰীৱ (দুৰ্গাবৰ)।

১৪০১ আন বিবিধ শব্দ আৰু ৰূপ :

| শ্ৰীকৃষ্ণকীৰ্তনৰ ৰূপ | | অসমীয়াৰ ৰূপ |
|---|---|---|
| আছএ | | আছয় (মা. কন্দলী) |
| আছুক | | আছোক (মা. কন্দলী) |
| এবেঁ | চৰ্যা. এবেঁ | এবে (মা কন্দলী) |
| উপেখিআঁ | | উপেখিয়া ,, |
| কহিব | | কহিব ,, |
| কণ্ঠোআল | | কণ্ঠাল ,, |
| কাটাবভ | | কটাবভ ,, |
| কাচে | | কাচে ,, |
| কিকে | | কিক ,, |
| খাহা | | খাহ' ,, |
| খজাগ্নিবে | | খজাইল ,, |
| খড়িপাড | | খৰি পাড়ি (দুৰ্গাবৰ) |
| * গোআবে | | গঞাবে (দুৰ্গা.) |
| ছাওয়াল | | ছৱাল (মা কন্দলী) |
| ঝাঁট | | ঝাণ্ট ,, |
| ঝিউ | | ঝিউ (মনকৰ) |
| জাহা | | যাহা (মা কন্দলী) |
| জুআএ | | যুৱায় ,, |
| তেন্তলি | চৰ্যা তেন্তলি | তেন্তেলি ,, |
| তেজ | | তেজিল ,, |
| নাগেশ্বৰ | | নাগেশ্বৰ ,, |
| নহোঁ | | নহোঁ ,, |
| নেত বাস | | শেতেনেত্তে , |
| পাজী | | পাঁজি ,, |
| বাহুড়িআঁ | চৰ্যা বাহুড়ই | বাহুড়ায়া, বাহুৰায়া ,, |
| বাখানে | চৰ্যা বখানী | বখান , |
| ভৈল | চৰ্যা. ভইল | ভৈল ,, |
| ভৈলোঁ | | ভৈলো ,, |
| ৰূপা | চৰ্যা ৰূপা | ৰূপা ,, |
| শবদেঁ | | শবদ ,, |
| সাতেসৰী হাৰ | | সাতেসৰী হাৰ ,, |
| সাধু | | সাধু (দুৰ্গাবৰ) |
| হৰিব | | হৰিব (মা কন্দলী) |
| হিআ | চৰ্যা হিঅ | হিয়া ,, |

১৪১ অসমীয়া ব্ৰজবুলি-ভাষাৰ মাজতো 'শ্ৰীকৃষ্ণকীৰ্ত্তন'ত থকা বহুতো ৰূপ পোৱা যায় ( § ১৫৭ )। এনে ধৰণৰ সাদৃশ্যই বৰ্তমানৰ পূৰ্বীয় নব্য ভাৰতীয় আৰ্য-ভাষাবোৰৰ মূলত এটা ভাষাৰ প্ৰচলনৰ আভাস স্পষ্ট কৰি তোলে। সেই ভাষাটোত নানা ভাষা-উপভাষাৰ সংমিশ্ৰণ ঘটি ভাষাটোক এটা শক্তিশালী ৰূপ প্ৰদান কৰিছিল। সময়ত সিয়ে সাহিত্যিকভাষাৰূপে পূৰ্ব-ভাৰতৰ এটা আদৰ্শনীয় ভাষাহিছাপে পৰিগণিত হৈছিল। যুগ-পৰিবৰ্তনৰ লগত স্থানবিশেষে বিভিন্ন ভাষা-উপভাষাৰ প্ৰভাৱত সেই ভাষাটোৱে কেইবাটাও আঞ্চলিক ৰূপ ল'লে গৈ। এই দৃষ্টিৰে চালে 'চৰ্যাপদ' আৰু 'শ্ৰীকৃষ্ণকীৰ্তন'ক পূৰ্ব-ভাৰতৰ উমৈহতীয়া সম্পদ বুলি ক লেহে বেছি সমীচীন হয় যেন লাগে। বিভিন্ন ভাষাৰ এনে মিশ্ৰণ ভাৰতীয় আৰ্য-ভাষাবোৰৰ কাৰণে একো নতুন কথা নহয়। প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ দিনৰে পৰা মধ্য ভাৰতীয় আৰ্য-ভাষাতো এনে মিশ্ৰণ ঘটি আহিছে। সেয়েহে কোৱা হৈছে: 'একেটা শব্দৰ কেইবাটাও ৰূপে পালি ভাষাটোক মিশ্ৰিত উপভাষা বুলি প্ৰমাণ কৰে" ।[৮৫] অসমীয়া ভাষাৰ ক্ষেত্ৰতো কোনো এক অঞ্চলৰ ভাষাক সেই অঞ্চলৰ একমাত্ৰ ৰূপ বুলি ক'ব নোৱাৰি তাৰ মাজত আন অঞ্চলৰ ৰূপ সোমাই পৰিছে। এই বৈশিষ্ট্য 'চৰ্যা-পদ', 'শ্ৰীকৃষ্ণকীৰ্তন', প্ৰাচীন অসমীয়া আদিৰ পৰম্পৰা অনুযায়ী গঢ়ি উঠা।

---

৮৫ Gegier Pali Literature and Language, 1956 Introduction P I

## তৃতীয় অধ্যায়

## পুৰণি অসমীয়া ভাষা

### ( তেৰ শতিকাৰ পৰা ষোল শতিকাৰ শেষলৈ )

১৪· চৰ্যা-পদৰ পাছত অসমীয়া ভাষাৰ বিস্তৃত নিদৰ্শন আছে পুৰণি অসমীয়া সাহিত্যত। লিখিত অসমীয়া সাহিত্যৰ প্ৰাচীনতম নিদৰ্শনৰূপে কমতাপুৰ-ৰাজ্যৰ ৰজা দুৰ্লভনাৰায়ণৰ পৃষ্ঠপোষকতাত ৰচনা কৰা তেৰ শতিকাৰ পৰার্দ্ধৰ কবি হেম সৰস্বতীৰ 'প্ৰহ্লাদচৰিত'খনৰ কথাকে বেছিভাগ সমালোচকে উল্লেখ কৰে। ইয়াৰ অলপ পাছত ( চৈধ্য শতিকা ) 'অপ্ৰমাদী কবি' মাধৱ কন্দলীৰ ৰামায়ণখনে ( বৰাহী ৰজা মহামাণিকৰ পৃষ্ঠপোষকতাত ৰচনা কৰা ) কিন্তু অসমীয়া সাহিত্যৰ এটা অতি উন্নত স্তৰৰ সাক্ষ্য বহন কৰে। সূৰ্যকুমাৰ ভূঞাই লেখিছে : কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ পৃষ্ঠপোষকতাত হেমসৰস্বতী, হৰিবৰ বিপ্ৰ, আৰু কবিৰত্ন সৰস্বতীয়ে ৰচনা কৰা পুথি চাৰিখনৰ নিখুঁত পদ-ৰচনা আৰু উপস্থাপন-পদ্ধতিয়ে ইয়াৰ পূৰ্বে অসমত কেইবা পুৰুষ ধৰি চলা কাব্যিক প্ৰচেষ্টাৰ কথাই মনলৈ আনে।[৮৬] মাধৱ কন্দলীৰ ৰামায়ণখন অকল সাহিত্যৰ পিনৰ পৰাই নহয় অসমীয়া ভাষাৰ ইতিহাসৰ পিনৰ পৰাও অতি মূল্যবান গ্ৰন্থ। কন্দলীয়ে মূল বাল্মীকি-ৰামায়ণখনক মহাকাব্যৰূপে অসমীয়া ভাষাত ৰচনা কৰা কথাই চৈধ্য-শতিকাত অসমীয়া ভাষাটোৱে যে যথেষ্ট বিকাশ লাভ কৰিলে তাৰ প্ৰমাণ দাঙি ধৰে। কন্দলীয়ে মহা-কাব্যখন অকল অসমীয়া ভাষাত ৰচনা কৰাই নহয়, অসমীয়া ভাষাৰ এটা পৰিপুষ্ট ৰূপত ৰচনা কৰিছে। সেয়েহে অসমীয়া ফকৰা-যোজনা, প্ৰৱাদ-বচন, জতুৱা ঠাচ আদিৰে পুথিখন ভৰপূৰ।

১৪৩ মাধৱ কন্দলীৰ ৰামায়ণত অসমীয়া ভাষাটোৰ এটা পূৰ্ণ-ৰূপ সংৰক্ষিত হৈছে। ভাষাৰ পূৰ্ণ ৰূপ বুলি ক'লে তাৰ প্ৰধানকৈ ৰূপ-গঠন-ৰীতিৰ কথাই ক'বলগীয়া হয়। ৰূপ গঠন-পদ্ধতিয়ে বিভিন্ন শব্দৰ লগত সেইবোৰৰ পাছত যোগ হোৱা বিবিধ প্ৰত্যয়, শব্দ বিভক্তি, ক্ৰিয়া-বিভক্তি, শব্দবোৰৰ শ্ৰেণী-বিভাগ ( বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া-বিশেষণ, অব্যয় ), শব্দ-গঠন-পদ্ধতি আদি কথা সামৰি লয়। কন্দলী ৰামায়ণখন মহাকাব্য হোৱা হেতুকে ইয়াত বিবিধ ধৰণৰ শব্দ ব্যৱহাৰ হৈছে। সেইবোৰক তলত দিয়া ধৰণে কিছুমান ভাগত ভাগ কৰি দেখুৱাব পাৰি :

---

৮৬ Bhuyan, S K Studies in the Literature of Assam, 1956, p-6

(ক) গছ-গছনিসম্পৰ্কীয় শব্দ : সউৰা, সৰল, পিয়াল, খৰ, নিম্বৰ, খৰ্জ্জুৰ, শাল, তাল, তমাল, গমাৰি, বীজপুৰ, অশ্বত্থ কপিত্থ, বট, নাৰঙ্গ, বদৰ, তেতেলি, গুৱা, কৰ্দ্দি।

(খ) ফল-ফুল-বুজোৱা শব্দ : আম, জাম, জাম্ব লেটেকু, পনিয়াল, তাম্বুল, কঠাল নাৰিকল মধুফল, কমলা, শ্ৰীফল জাট যুতি বকুল, কল্মুলি কাঞ্চন, টগৰ, কুন্দ, গুটিমালী, শেৱালী অশোক, পলাশ নাগেশ্বৰ, চম্পক, গুৰ, কমল, পদ্ম, জল-পদ্ম স্থল পদ্ম কদম্ব মালতী।

(গ) চৰাই-চিৰিকটিসম্পৰ্কীয় শব্দ : কঙ্ক বক, শাক, কোকিল, গৃধ্ৰ, শুকসাৰি, খঞ্জন, ৰাজহংস চক্ৰবাক ময়ুৰ, মৈৰা, ঢোঙা কাক সাৰঙ্গ ডাউক, ক্ৰৱালী, কোঢ়া, ভেলা, ঘোগ পাতি কাউৰ পানী-কাউৰ, মৎসৰঙ্গ মাছৰঙ্গা, ময়না, ভাটী, চুটিয়া শালিকা, কপতি, শগুণ।

(ঘ) জীব-জন্তু বুজোৱা শব্দ : ব্যাঘ্ৰ, বাঘ ঘোঙ, বৰাহ, ভালুক গৰু, গৰ্দ্দভ, শৃগাল, মহিষ, সিংহ কুঞ্জৰ হস্তী গজ ঘোড়া ঘোটক, উট।

(ঙ) অঙ্গ-প্ৰত্যঙ্গ-বুজোৱা শব্দ : চক্ষু চকু, নয়ন কৰ্ণ নাক, নাসিকা, নাসা, জিহ্বা, গল, কৰ, হাত, মুখ, জঙ্ঘা, জঘন, উৰু পাৱ, ভৰি দশন মাথা, কপাল, লিঙ্গ, নেজ ঘাৰ, কণ্ঠ চিবুক শিৰ গাল পেট গীৰা ভুজ বাহু কৰতল, অঙ্গুলি বক্ষ-স্থল কমৰ নখ কেশ, লোম দন্ত, অধৰ চৰণ পদতল, ওঠ ভ্ৰুৱ, উদৰ, নাভি, কঙ্কাল নিতম্ব।

চ) জাতি-ব্যৱসায়সম্বন্ধীয় শব্দ : ব্ৰাহ্মণ, ক্ষত্ৰ, বৈশ্য, শূদ্ৰ, কায়স্থ নট ভাট, তেলী, তান্তী সোণাৰী, কঁহাৰ, বনিয়া, চমাৰ, কমাৰ, সূতাৰ, ধোবা, কুম্ভকাৰ।

(ছ) যান-বাহনসম্পৰ্কীয় শব্দ : নাৱ, হস্তী, ঘোৰা, ৰথ, ভুৰ, ভেল।

(জ) মাৰ-কিল বুজোৱা শব্দ : লাথি ভুকু, চৰৰ, কীল, মুকুচা, ঘৰাকাটি।

(ঝ) গালি-শপনি-বুজোৱা শব্দ : গুৱিণী, নাগিনি, নিকাৰুণী, সংহাৰিণী, নিৰ্দ্দয়িনী, ৰাক্ষসিনী, বাঘিনী দাৰুণী, যক্ষিণী ডাইনী, পিশাচিনী, ৰণ্ডী, নিলাজী, বৈৰিণী, চাৰী চণ্ডাল, পাপিষ্ঠ।

(ঞ) আ-অলঙ্কাৰ-বুজোৱা শব্দ : মুকুট, কুণ্ডল, সাতেসৰি হাৰ, নেপুৰ, কঙ্কণ, কাঞ্চি।

(ট) বাদ্য-বুজোৱা শব্দ : শঙ্খ, ঢাক, ঢোল, ডম্বৰু, ডগৰ, ভেমচ, কৈমচ, ঝাঝৰ, বেমচি, বাম-তাল, কৰ-তাল, টোকাৰি, কেন্দৰা, ৰুদ্ৰ, বিপাঞ্চি, দোতৰা, বীণা, বাঁশী, মোহৰী, জিজিৰি, কাহালি, শিঙ্গা, ভেৰী, মৰ্দ্দল, ধুমুচি।

(ঠ) **খেলা-ধূলাসংক্ৰান্ত শব্দ :** ভণ্টা, ঝুন্টি, চোপ, লুণি-লুণি গুৱাল-গুৱালী, জুৱা, পাশা, দলিযুদ্ধ, মালযুদ্ধ।

(ড) **অস্ত্ৰ-শস্ত্ৰ-বুজোৱা শব্দ :** ধনু শৰ, বাণ, খাণ্ডা, যাঠী, মুষল, গদা, মুদগৰ।

(ঢ) **ধ্বন্যাত্মক আৰু প্ৰতিধ্বন্যাত্মক শব্দ :** ডকৰ-ডকৰ, (কৰি), ঠাঙ্গ-ঠিঙ্গ, ধসমসি, চাটু পাটু, খসমস, (পাৱ), টাব-টুব (কৰি) গিৰ-গিৰ, ধাৰ-ছাৰ, কান্দন্তে-কাণ্ডন্তে, কান্দি-কাণ্ডি ফোফা।

(ণ) **আন শব্দ :** গন্ধ, পুষ্প, ধূপ, জীৱন, মন, কাল, শৰীৰ, মন্ত্ৰ, বাক্য, বংশ প্ৰসাদ, আনন্দ, উৎসাহ, দুখ, পাপ, সত্য, কৃপা, দাস, চিত্ত, মতি, বিধি, পৰিক্ষণ (পৰীক্ষা), দৈব, আকাশ, তাৰা, পৌৰুষ, অঙ্কুশ, দিন, ৰাতি, ৰজনী, শশধৰ, বসন্ত, মমা, খুৰতে, ভাতিজে, আধাৰ, আথান্তৰ, আটাস, আউঠা, হুড়াহুড়ি, হাম্‌লা, ঝামৰ, (পবিল), তুম্বুল (ৰোল), পানৈ, পুত্তা, জোক, ইন্দুৰ, গুণ্ডকুৰি (পকৰা), বেঙ্গ, ওকণী লক ছলি হাঠ্, বাপু, ঘুমটি, ভাঠি, ভিঠি, ঠোঁঠ, পাখা, লেজ, বটালী, হাঠুৰি হুমনিশ্বাস, হান্, সৰজা, বাত্ৰা, খেৰ, পতান, ফৰবট, ভেল, তৰ, আঙ্গাৰ, জঙ্কা, জোব সিথান।

(ত) **সংখ্যাবাচক শব্দ :** এব, দুই, তিনি পঞ্চ, পাঞ্চ, আঠ দশ, চৈধ্য, কুৰি, পঞ্চাশ, সহস্ৰ, গণ্ডেক, হাজাৰ প্ৰথম দশম, দশগুণ, সাতে পাঞ্চে, তিনিবাৰ।

(থ) **পুনৰুক্ত শব্দ :** হাসো হাসো কৰে, থানে থানে, ঘৰে ঘৰে, বনে বনে, শতেক শতেক (হাত), পঞ্চাশ পঞ্চাশ (হাত), পাঞ্চ পাঞ্চ (আঙ্গুলি), কান্দো কান্দো (মুখ)।

(দ) **সংযুক্ত শব্দ :** ব্ৰহ্মা-হৰ-পুৰন্দৰ, সৃষ্টি-স্থিতি-লয়, গল-পাশ, বাক্য খড়্গি, বাক্য-অমৃত, পৌৰুষ-অঙ্কুশ হস্তী-মদ, ৰাম-শোক-ৰবি-জাল, শ্মশান-শালী, অযোধ্যা-নদী, প্ৰজা-অৰণ্য, দশৰথ জল, ৰাম-হিংসা-বাৰ, পাপ-মৃগ।

(ধ) **পৰ-সৰ্গ আৰু আন অব্যয় শব্দ :**

আউৰ : আউৰ মাৰা কিক

আৰৰ : নমিলন্ত বাপক আৰৰ নিজ মাৱ

উপৰে : বেচাৰ উপৰে

ওৰে : গুন ছাৰি ওৰে

কৰি : ৰয়সন্ত ৰৰ মই ভৰন্তক কৰি

কাৰণে : কুজীৰ কাৰণে

ভো : আমিভো যাইথাক পাৰো

ৰবি : আজি ৰবি তোমাৰ খণ্ডাইবো ৰাজ শীৰি

নৃহি : কটাৰৰ ডৰ নৃহি ভুঞ্জিবো গৰল

পৰে : মোত পৰে

প্ৰতি : ৰামক আনিবে প্ৰতি

ৰাই : খেদিয়া মাৰিবো ৰাই

যেন : মন্থুৰা ঘুৰয় যেন কুমাৰৰ চাক

লাগি : ভৰত কাচক লাগি, মাৰিবাক লাগি

লাগিয়া : মৰিবাক লাগিয়া গৰল বিষ খাইলি

সঙ্গে : কংহাল গোমৰ সঙ্গে

সহিতে : জটায়ু সহিতে

সম : সীতা তোৰ মই সম

হন্তে : জ্ঞানত মাৰিলি হন্তে

হাতে : মাৰেৰৰ হাতে তই মাগি ললি ৰাজ

হাওৰে : হাওৰে পাপিষ্ঠী

হেন : পেচা হেন গাল দশৰথ হেন ৰাজা

১৪৪ কণ্ডলী-ৰামায়ণত তৎসম শব্দৰ প্ৰাধান্যই বেছি যদিও ৰামায়ণৰ শব্দাবলীক তৎসম অৰ্ধতৎসম, তদ্ভৱ বিদেশী (হিন্দী, আৰবী, পাৰছী) আদি ভাগতো ভাগ কৰিব পাৰি। উদাহৰণ :

(ক) তৎসম : গৃহ, বৃক্ষ, তনয়, নন্দন, চুম্বন, নৃত্য, গীত, বাদ্য, জল সুৱৰ্ণ, অগ্নি, বহ্নি ধূম শৰ, বৃত্তি কীৰ্তি কান্তি, গতি, মতি, নৃপতি, পুষ্প, কাষ্ঠ, সৰ্প কচ্ছপ।

(খ) অৰ্ধ-তৎসম শব্দ : ৰতন, দৰিশন, মুগুধ, অগনি, ভগত, বৰিষ, হৰিষ, উতপন, ভকত, মুকুতা, শবদ, বেকত, মুকুত, তিৰিপতি, গুকুল, যুগুত, ৰকত, তিৰী, পৰমাণ, উতপাত।

(গ) তদ্ভৱ শব্দ : বাকলি, বাঘ, হাত, চকু, লাজ, মাছ, মিছা, আন্ধাৰ, বাতি, জুই, পানি, সুবাগ।

(ঘ) বিদেশী শব্দ : ডাহিন, পয়দা, দোকান, হাজাৰ, বাজাৰ, বদল, কমৰ, চোট।

১৪৫ কণ্ডলী-ৰামায়ণত পোৱা বিশেষণাত্মক শব্দ কিছুমান এনেকুৱা : ভাল, সুন্দৰ, মন্দ, শুদ্ধ, উত্তম, মধ্যম, জ্যেষ্ঠ, উন্নত, বৃদ্ধ, শুভ, গম্ভীৰ, কৃশ, শুক্ল, শোভন, বিমল, ভগ্ন, কোমল, ৰাতুল, মনোহৰ, মনোৰম, আকুঞ্চিত, ধীৰ, গুণৱন্ত,

শ্ৰীমন্ত, বুদ্ধিমন্ত, ৰূপৱন্ত, বলৱন্ত, বশৱন্ত, সসপৱা ( পৃথিৱী), যুৱন্ত ( কাল )। ইপিনে ক্ৰিয়াবিশেষণাত্মক শব্দ কেতবোৰ এনে ধৰণৰ : কেমনে, কেনে, কেনেকৰি, আথাক / আথাৱে, ঝাণ্ট কৰি, ঘটাং কৰি, এহিবুলি, ছটকটাই, নম্ৰভাৱে, চপকবে, এহিমন্তে, সকুটুম্বে, পুত্ৰৱন্তে, দিশাদিশি, আবে, যেবে, এবেসে, ধৈশানি, তৈসানি, তৈসানিসি, কৈসানি, ঐত, তৈত কৈত, তত্তিত, কহিত, কিক, যেনমত, যেনমন্তে, তেমনে, তাহান্তে, কেনমন্তে, বেগে, এভো।

১৪৬ কন্দলী-ৰামায়ণৰ ভাষাৰ প্ৰকৃত স্বৰূপ বুজিবলৈ হ'লে শব্দবোৰৰ পাছত যোগ হোৱা বচন, লিঙ্গ আদি বিষয়ৰ প্ৰত্যয়, শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি, ক্ৰিয়াৰ বিভিন্ন ৰূপ, কৃৎ তদ্ধিত-প্ৰত্যয়, পূৰ্ব-প্ৰত্যয় আদিৰ কথা চাব লাগিব। বহুবচনাত্মক প্ৰত্যয়হিচাপে কন্দলী ৰামায়ণত তলত দিয়া ধৰণৰ প্ৰত্যয়বোৰ পোৱা যায় :

(ক) আহা : সব আহা > সবাহা, ৰপা-আহা > ৰপাহা (ক), বাপা-আহা > বাপাহা (ৰ), তা-আহা > তাহা (ন)।

(খ) গণ : তাৰাগণ, মন্ত্ৰীগণ, কেশগণ, পক্ষীগণ

(গ) চয় : মহাপাপীচয়

(ঘ) জাক : 'জানিয়া বিষয় সুখ এবে সাধুজাক

(ঙ) থে : আমাথেৰ

(চ বৰ্গ : বানৰবৰ্গ পিয়াতিবৰ্গ

(ছ) মানে : 'নদনদীগণমানে পালটিয়া বহে'

(জ বা : তোৰা ( তুইক )

(ঝ) সকল : স্বামীসকল

(ঞ) সব : মাণিকসব, নটীসব কন্যাসব, বৃক্ষসব, প্ৰজাসব, তোমাৰাসব

(ট) সৱা : তাসৱা

(ঠ) সা : তোমাস'

১৪৭ দ্বি বচন বুজাবলৈ হ'লে যুগ, যুগল আদি শব্দ ব্যৱহাৰ কৰা হয়, যেনে, ভ্ৰুৰযুগ, নয়নযুগল চক্ষুদুই, মনুষ্যদুই, দুইহস্তবো ( আগে ), দুইগানো ( যুদ্ধত ), তেনেকৈ তিনিহন্তে ( কান্দিলা )। স্ত্ৰীবাচক প্ৰত্যয়ৰ ভিতৰত ৰামায়ণত-ঈ আৰু নীৰ ব্যৱহাৰ আছে, যেনে, পাপিষ্ঠী, প্ৰাণেশ্বৰী, তৰুণী, সুকোমলী, শেনী, নিকাৰুণী, মৃগী, ৰাঘিনী, গোসানী, সৰ্পিনী ৰাক্ষসিনী, পাপিনী, যক্ষিণী, পিশাচিনী, ভিক্ষিনী। ৰামায়ণত নিৰ্দিষ্টতাবাচক প্ৰত্যয়বোৰ এনে ধৰণৰ :

(ক) কুণ্ডা : কুৰিকুণ্ডা

(খ) খন / খান : হিয়াখান, বধখান, জিহ্বাখান / জিহ্বাখন, কুৰিখন

(গ) খানি : দুইখানি

(ঘ) গোট : পেটগোট, গ্ৰীৱাগোট, বাত্ৰিগোট, নাকগোট, জ্যেষ্ঠগোট দুইগোট,

(ঙ) গোটা : আঠগোটা, দুইগোটা, কুৰিগোটা

(চ) গুটি / গুটী : কুম্ভগুটী, চৈধ্যগুটী, দুইগুটী

(ছ) জন : দুয়োজন

(জ) টী : পাকটী

(ঞ) টে' : সাতোটে'

(ট) পাট : শূলপাট

(ঠ) পান্তি : দুইপান্তি ( দশন )

ড যুৰি : পানৈযুৰি, পাদুকাযুৰি

১৪৮ পুৰুষবাচক-নিৰ্দিষ্টতাবাচক প্ৰত্যয়হিচাপে কন্দলী-ৰামায়ণত এনেবোৰ প্ৰয়োগ দেখা যায় , যেনে, ভায়ক, ভায়েক, বাপেৰ, মায়েৰ আদি। শব্দ-বিভক্তিৰ ক্ষেত্ৰত মাধৱ কন্দলীয়ে প্ৰধানকৈ এইকেইটা শব্দ-বিভক্তি ব্যৱহাৰ কৰিছে :

প্ৰথমা : এ : বক্সাসবে পাৰিল বাটত নেতপট, দশৰথে বোলন্ত।

দ্বিতীয়া : ক/ ক : ৰামক ৰথত তুলি আনিও সত্বৰ। সাদৰিলা তাঙ্ক ৰামে সহৰিষ মনে।

ষষ্ঠী : -'-ৰ : ৰাম সীতা প্ৰৱেশিলা ৰাজাৰ মন্দিৰি, তাহাৰ তনয়, তোহোৰ বাপৰ। জ্যেষ্ঠ ভাই ৰাদি তান ভাৰ্য্যা নিলা কাঢ়ি, নামত ভৰত তান তনয়ক লাগি।

সপ্তমী : -ই/-ত : ৰাম সীতা প্ৰবেশিলা ৰাজাৰ মন্দিৰি। চৰণত ধৰো তোৰ কৃপা কৰ মোক, তপত খোলাত কৰে মাছ যেনমত।

১৪৮ ১ কেতিয়াবা প্ৰথমা বিভক্তি—এৰ দ্বাৰা তৃতীয়া আৰু সপ্তমী বিভক্তিৰ আৰু সপ্তমী বিভক্তিৰ দ্বাৰা দ্বিতীয়া আৰু চতুৰ্থীৰ কাম চলোৱা হয় , যেনে,

(ক) কণকে ৰচিত ধ্বজ, শেতেনেতে মণ্ডিত, কুন্দকখজালে, পৌৰুষ অঙ্কুশে

(খ) দশৰথ গৃহে লীলাৰূপে অৱতৰি।

(গ) ৰাজাত কহিয়া গুৰু গৃহত প্ৰবেশ, ভৰতৰ ঠাইত কুজীয়ে
পুছে কাজ, ৰাম লক্ষণত পাছে পূজিলন্ত ৰঙ্গমনে।

(ঘ) শীঘ্ৰে ৰাজ্য লৈয়োক দেশত নাহি যায়।

১৪৮ ২ কন্দলী-ৰামায়ণত পঞ্চমী বিভক্তিৰ কোনো চিন নাই। অপাদান-কাৰক বুজাবলৈ কেতিয়াবা ষষ্ঠী-ৰ বা সপ্তমী—ত বিভক্তি আৰু কেতিয়াবা অকল পৰ সৰ্গ 'হন্তে', নাইবা ষষ্ঠী-ৰ আৰু সপ্তমী 'ত'ৰ পাছত 'হন্তে' ব্যৱহাৰ কৰা হৈছে।

উদাহৰণ :

গ্ৰীবাৰ কাঢ়িয়া হাৰ দিলা তেতিক্ষণে, শুচ ইথানৰ ; তুখত মুকুতি কৰা পিয়াতি-বৰ্গৰ। ভয় হন্তে নৃপতিৰ পিহৰিল গাৱ। স্বৰ্গ হন্তে যেহেন আসিব সুৰবাজে। সিথানৰ হন্তে মাথা থাকিল বিহৰি। বাত হন্তে ভৈলা তুমি দুৰ্গতি উদ্ধাৰ।

১৪৮,৩ নিমিত্ত-কাৰক বুজাবলৈ দ্বিতীয়া 'ক' বিভক্তি নাইবা তাৰ পাছত পৰসৰ্গ 'লাগি'ৰ ব্যৱহাৰ আছে। দ্বিতীয়া 'ক' বিভক্তিয়ে কেতিয়াবা ষষ্ঠীৰ কামো কৰা দেখা যায়। কেতিয়াবা আকৌ দ্বিতীয়া বিভক্তিৰ ব্যৱহাৰ নোহোৱাকৈও থাকে :

(ক) কৈক গৈলি বাপু তই আমাক বিছুই।

(খ) সত্বৰে চলিও এবে যাওঁ কিষ্কিন্ধাক।

(গ) কিষ্কিন্ধাক লাগি বেগে চলিলা দুন্দুভি।

(ঘ) ভৰত কাচক লাগি হৰাওঁ ৰাম বত্ন।

(ঙ) হেমবন্তে বোলন্ত মই তোক নোহো সম।

(চ) সীতা খুজি ফুৰন্ত ৰামৰ সেনাগণ।

১৪৯ ৰামায়ণত পোৱা সৰ্বনাম শব্দবোৰ এনে ধৰণৰ :

আমি / আমিসব : পাত্ৰসবে আসি আমি আলোচিলো কাম।
শুনিয়ো ভৰত আমিসবৰ বচন।

আমি ( নম্ৰ অৰ্থত মই ) : কৈকেয়ী নামত আমি চণ্ডালৰ মাৱ।
তথাপিতো আমি পিতৃ বাক্যক নেৰিব।
তোমাৰ আমাৰ ( মোৰ ) কপালত নাহি যোগ।

আপুনি ( নিজে ) : আপুনি সকলে জানা কি কহিবে আৰ।
মোৰ বনবাস সিটো আপুনি খাটিব।

আপন : আপোন নাকৰ শোণিতৰ গন্ধে।

ই : ই লাজত কৰি মোৰ মৰণেসে ভাল।

ইটো : ইটো বচনৰ আমি কেনে পতিয়াওঁ।

ইসব : মাতৃসে দিয়াইল মোক ইসব সংসাৰ।
ইসব অৱস্থা দেখি কেনে জীও প্ৰাণে।

ইহান : ইহান প্ৰসাদে দুৰ্গতিত ভৈলো পাৰ।

ইহাক : ইহাক বোলয় ৰাম।

এই : কিনো স্বামী পাইলে এই কত তপসাই

এহি : এহি বুলি তেজি বীৰ দীৰ্ঘ নিশ্বাসক।

এহো : কলহত প্ৰিয়া এহো প্ৰচণ্ড প্ৰভাৱ।

কাহাকো/কাকো : কাহাকো মাৰিবো কাকো কয়ৰত ধৰি।

কেহো : সীতাৰ ৰূপক কেহো নুহি সৰিবৰি।
কেহো নৃত্য কৰে কেহো আনন্দ বধায়।

কোন : ঐত আছে কোন কাম।

তই : সীতাক বাধিবি তই। তই ঢাল বিষ।

তস্য : তস্য জায়া সীতা দেৱী হত মহাশাস্তী।

তাই : ৰাৱণৰ মাতৃ তাই বুলিয়া নৈকষী।

তাহান/তান : তাহান বচন বাধি। তান বোল হেলা কৰি।

তাহাঙ্ক/তাঙ্ক : তাহাঙ্ক খোজন্তে আমি ফুৰু বনে বনে।
ৰাজা যুদ্ধজিতে তাঙ্ক ভালে সাদৰিল।

তাক : সীতাৰ লিখিত তাক বাধিব কমনে।

তাহাৰ/তাৰ : ৰাম ৰাজা ভৈলে পাচে তাহাৰ তনয়।
সুমৰিয়ো প্ৰভু তাৰ সময় মিলিল।

তাসম্বা : পাছে মই তাসম্বাত পুছিলোঁ বাত্ৰাক।

তুমি : তুমিও বুলিলা বৰ লৈবা শানখন।

তোমাৰ : তোমাৰেসে আজ্ঞা পালি অন্ন পান কৰে।

তোমাসাৰ : তোমাসাৰ দেখোঁ আজি প্ৰসন্ন বদন।

তোমৰা : তোমৰা যে কোন দুই চৰে কিবা নাম।

তোমৰাসৱ : তোমৰাসবাৰো যেন স্বামী আদিদেৱ।

তোমহাৰ/তোৰ : তোহোৰ বাপৰ ভাই জগত বিদিত।
তোৰ কুচগুটী শুদ্ধ সুবৰ্ণে বান্ধিবো।

তোক : অশেষপুৰত তোক কৰিবো প্ৰমুখী।

তোত : কোননো বাপেৰে তোত মাগিলেক ৰাজ।

তোৰা : তোৰা দুইক মাৰি কন্যা কৰো উপভোগ।

তেহোঁ : তেহোঁ দুই সমে মই ভৈলোঁ দৰশন।

মই : বাপৰ আদেশ মই কেনে পৰিহৰো।

মোহোৰ/মোৰ : মোহোৰ আগত আসি বোল নিকাকণ।
যত বস্তু ভণ্ডাৰ আছয় এথা মোৰ।

মোহোক/মোক : কেহো নোহে শকত মোহোক বাহুবাল।
পূৰ্বত নৃপতি মোক দুই বৰ দিল।

মোত : মোত নুবুলিলা তুমি ভৰতৰ কাজ।
যি : যি বোল বুলিলা গুহ উচিত তোমাৰ।
যিটো : ৰামায়ণ কথাক শুনয় যিটোজনে।
যাহাৰ : যাহাৰ লীলাৰ কেহো নপায়ন্ত অন্ত।
সকল : মোৰ হাতে সকল ভাৱনা হৈব চুৰ।
সিটো : মোৰ বনবাস সিটো আপুনি খাটিব।
সেহি : সেহি নাৱে হৈলা গুহ আপুনি কাণ্ডাৰ।

১৫০ কন্দলী ৰামায়ণত পোৱা ক্ৰিয়া-ৰূপবোৰক এনেধৰণে দেখুৱাব পাৰি :

(১) বৰ্তমান-কাল : আছন্তি : কৌশল্যা সুমিত্ৰা যাৰ ভালে কি আছন্তি।
আছন্ত : সিংহাসনে বসিয়া আছন্ত দশৰথ।
কৰোঁ : হেন ৰামপাদ কৰোঁ কোটি নমস্কাৰ।
কৰোহো : কৰোহো শপত গুৰু তোমাৰ আগত।
কৰে : তোমাৰেসে আজ্ঞা পালি অন্নপান কৰে।
ঘূৰয় : মহুৰা ঘূৰয় যেন কুমাৰৰ চাক।
চাস : পঢ়িবাক চাস বেদ
থাৱে : কৈত সুকাই থৱে।
দেউ : মেৰু গিৰি উপাৰি আগত দেউ আনি।
জিয়ে : ভায়েকক জিয়ে বাজ।
নেই : দুই হাতে ধৰি নেই।
নুবুজোহো : তথাপিতো নুবুজাহো কুমাৰ স্বভাৱ।
যাওঁ : তয় আজ্ঞা পালি যাওঁ অযোধ্যাক লাগি।
যান্তি : ক্ৰন্দন কৰিয়া যান্তি।
শুনৈ : তৈত শুনৈ নৃত্যগীত।
হান্ত : হেন ৰামে কিমতে হান্ত তুমি পাৱে।

(অনুজ্ঞা) : কহিয়ো : ভৰতৰ যত কথা কহিয়ো আমাত।
চলা : অযোধ্যাক লাগি চলা উভতি ভৰত।
চাহা : চকু মেলিয়া চাহা।
থাক : তুই থাক ইথানত।
বাহুবাৰ : ৰথ বাহুবাৰ।
যাৱ : মাহি যাৱ।
লৈয়োক : শীঘ্ৰে ৰাজা লৈয়োক।
দেণ্ডক : ৰাজা দেণ্ডক।
শুনহ : বচন মোৰ শুনহ।

(২) ভূত-কাল : কৰিল : আপোনাৰ আচাৰ কৰিল নাৰীগণে।
কৰিলা : সবাহাক কৰিলা প্ৰণতি।
কৰিলো : কৰিলো ৰাজ্যৰ উপভোগ।
গৈল : গগনে উৰাই গৈল।
খেলাইলন্ত : তুৰব সখ্যান্ত ৰামে খেলাইলন্ত পাৰ।
চালিলন্ত : ৰাজা চালিলন্ত পাৱ।
দিলেক : দিলেক আটাস।
দিল : জানকীক ৰক্ষা দিল।
ধৰিল : ৰামক আনিয়া ৰাজা আলিজি ধৰিল।
পৰিল : স্বৰ্গৰ খণ্ডক যেন ভূমিত পৰিল।
পাৰিল : বঞ্চাসাৰে পাৰিল ৰাটত নেতপট
ভৈল . তোমাৰ আমাৰ এবে ভৈল পৰিচ্ছেদ।
ভৈলা : সেহি নাৱে ভৈলা গুহ আপুনি কাণ্ডাৰ।
ভৈলো : বৃদ্ধ ভৈলো।
ভৈলি : ভই ভৈলি সোণগুই।
ভৈলাহা : তুমি ভৈলাহা তস্কৰ।
ভৈলন্ত : ভৰদ্বাজ থানে গৈয়া প্ৰবেশ ভৈলন্ত।
লইল : জোৰৰাইৰে লইল।
লৈলেক : আঠগোটা শিঙ্গ সিটো কপালে লৈলেক।
শুনিলো : তাক শুনিলো শ্ৰৱণে।
হৰিলাহা : পৰনাৰী হৰিলাহা।

(৩) ভৱিষ্যত কাল : এৰিবোহো : আমি কেনে এৰিবোহো বাপৰ বচন
কহিবি : স্বৰূপ কহিবি কিছু নুবুজিবি মিছা।
দিবো : কালি শুভ দিনত তোমাক দিবো ৰাজ।
নজাইবে : তথাপিতো নজাইবে মোহোৰ অঙ্গীকাৰ।
পৰিব : সূৰ্য্য আদি গ্ৰহ খসি ভূমিত পৰিব।
পাজিবি : ভালে দুইকো পাজিবি।
ভূঞ্জিবো : কটাৰন্ত ভৰ নুহি ভুঞ্জিবো গৰল।
যাইব : ভৰত বনে যাইব।
হৈবাহা : তুমি ৰাজা হৈবাহা।
হৈবোহো : কালি ৰাজা হৈবোহো।

(৪) সংযুক্ত ক্রিয়া-ৰূপ : খুজি ফুৰ্, ঝামৰ পৰ্, গা যেলা, পিঠি দি, জাল ধৰ্, লাগ পা, উৰাই যা, সেক দি, আটাস পাৰ, বজ চা, সেৱলি কৰ্, চাপৰি বজা, কৰিবাক পাৰ্, পেলাইতে পাৰ্।

(৫) নাম-ধাতুৰ পৰা হোৱা ক্রিয়া ৰূপ : খঙাইল, পুহাইল, ক্রোধিয়া, প্রণামোহো, অৱতৰি, বিনালি, পৃৰিল, বেলেগাৰে, হুমিলা।

(৬) নাস্ত্যর্থক ক্রিয়া ৰূপ : নলাগে, নজান, নজানোহো নপাৰোঁ, নলখোহোঁ, নাজানস, নোদেখো, নেবে, নেৰয় নুশুনস, নুবুজস, নিদিবাহা, নোৱালোহো, নিদিল, নোশোভে।

(৭) অসমাপিকা ক্রিয়া-ৰূপ : দেখিয়া, বর্ণাই, কৰিয়া, ধৰিয়া, গৈয়া পায়া, বাহুৰায়া, শুতি ( আছে ) বসি ( আছে ), আন্ধাৰ ফেডিয়া, তিমিৰ ধাৰিয়া, কৰিলে।

(৮) তুমুনন্ত ক্রিয়া ৰূপ : যাইবাক ( নাই দিশ ) দিবাক ( দৈলা মন ), নিবাক লাগি মৰিবাক লাগিয়া জোৰবাইবে ( লইল ), আনিবে প্রতি, বাৰিতে ( নপাৰো ), যাইতে ( নুযুৱাই ), বাধিবাক ( নুজুৱায় ), জীবাৰ, পৰীক্ষিত ( আসিলি ভৱত তই মোক পৰীক্ষিত ) বুলিতে লৈল ), খুজিত ( যৈসানি খুজিত মোক আইলা হনুমন্ত )।

(৯) কৃদন্ত ৰূপ : পূজন্তে, যুজন্তে ভ্ৰমন্ত ফুৰন্তে, হাসন্তে, নাচন্তে, পাৰন্তে, ৰাখন্তা, আসিবাৰ ( বার্ত্তা ), মৰিবাৰ ( বেলা ), যমে দিবা (শৰ), দেৱৰাজে দিবাৰ ( সন্নাহ ), ৰাঘৱে পঠাইলা জাম্ববন্তক পাইলন্ত।

১৫১ কন্দলী ৰামায়ণত লক্ষ্য কৰিবলগীয়া আন কিছুমান ৰূপতাত্ত্বিক লক্ষণৰ নিদর্শন তলত দিয়া হ'ল :

(১) তুলনা-বুজোৱা ৰূপ : (ক) বয়সত বৰ মই ভৰতত কৰি।
(খ) ই লাজত কৰি মোৰ মৰণেসে ভাল।
(গ) মোত কৰি বলত অধিক বালী বীৰ।
(ঘ) মোত পৰে তোৰ আৰ নাই গুৰুতৰ।
(ঙ) আমাৰো ৰামত পৰে আন নাই কেৰ।

(২) জোৰ বুজোৱা ৰূপ : (ক) ও : সুমন্ত্রেয়ো বুলিবাক লৈলা।
(খ) সি : ভৈসানিসি হৈব তোৰ শাপৰ উদ্ধাৰ।
(গ) সে : তোমাৰেসে আজ্ঞা, পুত্ৰাতেসে দৃষ্টি।
(ঘ) হি : দশৰথ ওৱাৰিত সৰহি ৰিলিলা।

(৩) ছৰ্তসাপেক্ষতা : (ক) জানিয়া মাৰিলি মোৰ তনয় তাপস।
নৈল হন্তে নৰকে পুৰুষ চতুৰ্দশ ॥

(খ) হনুমন্তে নকৰিল হন্তে হেন কাৰ্য।
বিভীষণে কেনমন্তে পাইল হন্তে ৰাজ ॥

(গ) সীতাক হৰিলি হন্তে মোহোৰ আগত।
তোক থান দিলো হন্তে যম কৰণত ॥

(৪ স্বাৰ্থিক প্ৰত্যয় : -হে,-হা : জানিলাহা, প্ৰণামোহো, নোৰোলোহো, মুৰুজোহো, নলখোহো, হৈবোহো, হৈবাহা ফুৰাহা, শুনিলাহা, পালিবাহা, দিবাহা, কৰাহা, যাহা।

(৫) কৃৎ-তদ্ধিত-প্ৰত্যয় : (ক) খোচনি চিনন ( নদায় ), ফাটন ( পৃথিবী ফাটন দেহ ), নুমাইল ( নুমাইল অগনি যেন জ্বালিল দুনাই , বধন, যুজাৰ।

(খ) বিহন্তা ( স্বামী ), দেৰৰী নাৱাৰ, নাৱাৰী, সেৱলি ( কৰিলা ), সোণাৰি, তেলী, কঁসাৰ, চমাৰ।

(৬) পূৰ্ব-প্ৰত্যয় : সঃ সকুটুম্বে, সহৰিষমনে, সসৈন্যে, সশৰীৰে, সসাগৰা ( পৃথিবী )।
অঃ অকন্টকে।

(৭) বিশিষ্ট প্ৰয়োগ : (ক) ভাৱ-বাচ্য : চন্দ্ৰাৱতী ৰজনী দেখিয় বহুদূৰ।
ৰাৱণৰ মাতৃ ভাই বুলিয়া নৈকৰী।

(খ) লুকাই এৰো : ৰাম লক্ষ্মণৰ নাম লুকাই এৰো আজি।
থৈ এৰ : ঝাণ্ট কৰি হাতৰ থৈ এৰ ধনুখান।
গুচাই এৰ : পিতৃবৈৰী গুচাই এৰ শৈল্যাক উদ্ধাৰি।

১৫১ ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্ট হয় যে কন্দলী ৰামায়ণত অসমীয়া ভাষাটোৰ এটা পুষ্ট ৰূপ সংৰক্ষিত হৈছে। পৰৱৰ্তী কালত সেই ৰূপৰ কিছু পৰিৱৰ্তন ঘটিছে যদিও সেই পৰিৱৰ্তনৰ ধাৰাৰ বিচাৰৰ লগত কন্দলী ৰামায়ণৰ ভাষাৰ বিশ্লেষণ আৰু আলোচনা অপৰিহাৰ্যৰূপে জড়িত হৈ আছে। মাধৱ কন্দলীৰ পাছত বিশিষ্ট লেখক হ'ল শঙ্কৰদেৱ ( ১৪৪৯-১৫৬৮ খ্ৰী. দে )। শঙ্কৰদেৱৰ ৰচনাৰাজি যথেষ্ট বিস্তৃত। এওঁৰ ৰচনাবোৰৰ ভিতৰত বিশেষকৈ অঙ্কীয়া নাট আৰু বৰগীতবোৰত ব্যৱহাৰ কৰা ভাষাটোক 'ব্ৰজবুলি' ভাষা বোলা হৈছে। শঙ্কৰদেৱৰ প্ৰধান আৰু প্ৰিয় শিষ্য মাধৱদেৱৰ এই দুই ক্ষেত্ৰত ব্যৱহাৰ কৰা ভাষাটোকো একে নামেৰে বুজোৱা হয়। পাছৰ আন কেইবাজন কৱিয়েও এই ভাষাত গীত আৰু নাট ৰচনা কৰিছে। পণ্ডিতসকলে ব্ৰজবুলি-

ভাষাৰ উৎপত্তি আৰু ব্যৱহাৰ সম্পৰ্কে বিভিন্ন মত দাঙি ধৰিছে। অসমীয়া সাহিত্যৰ বিশেষকৈ এই দুটা ভাগত ব্যৱহাৰ কৰা ভাষাটোৰ ব্ৰজবুলি নাম প্ৰথমতে কোনে দিলে জনা নাযায়। কালিৰাম মেধিয়ে লেখিছে: "অসমীয়া নাটকে সাধাৰণ মানুহৰ মন আকৰ্ষণ কৰি ধৰ্মৰ ভাব আৰু অনুভূতি সজাগ কৰে। ই প্ৰধানকৈ কৃষ্ণ-কথাৰ ওপৰত ভিত্তি কৰি ৰচা, উদ্দেশ্য দৰ্শকক কৃষ্ণ-ভক্তিৰ মহিমা আৰু আৱশ্যকতা উপলব্ধি কৰোৱা। অশিক্ষিত পুৰুষ আৰু নাৰীসকলেও যাতে নাটবোৰ বুজি পায় তাৰ বাবে নাটকত এটা সহজ ভাষা প্ৰয়োগ কৰা হৈছে। ইয়াৰ নাম ব্ৰজবুলি। ই কৃষ্ণ-ভক্তিৰ বাবে গোটেই উত্তৰ-পূব ভাৰতত ব্যৱহাৰ কৰা সাধাৰণ ভাষা।"[৮৭], ৰাজমোহন নাথে তেওঁৰ সম্পাদিত কালিয়দমন নাটৰ ভূমিকাত প্ৰাচীন সাধু-সন্তৰ মুখত শুনা পদকেইফাকিমানৰ উল্লেখ দিছে।[৮৮] এই পদকেইফাকিত ব্ৰজবুলি ভাষাক সাধাৰণ গাঁৱলীয়া লোকে বুজিব পৰা বুলি ধৰা হৈছে:

"পণ্ডিতে বুজিবে শ্লোক কৰিল বচন
গীত অৰ্থ বুজিবক দ্বিজ সভাগণ ॥
ব্ৰজবাসী ভাষাক বুজিবে গ্ৰামী লোক
চো মুখা দেখিবেক অজ্ঞ মূঢ লোক ॥"

১৫৩ ব্ৰজবুলি-ভাষাৰ উৎপত্তি সম্পৰ্কে বঙ্গ-দশৰ পণ্ডিতসকলে সচৰাচৰ এই বুলি মত প্ৰকাশ কৰে যে তুৰ্কীসকলে বঙ্গ-দেশ জয় কৰাৰ পাছত বঙ্গ দশৰ সংস্কৃতৰ বিদ্যাৰ্থীসকল শিক্ষা সমাপ্ত কৰিবলৈ মিথিলালৈ গৈছিল। কাৰণ, সেই সময়ত সেই হিন্দু-ৰাজ্যত সংস্কৃতৰ বিখ্যাত পণ্ডিতসকলে বাস কৰিছিল। মিথিলাত সংস্কৃতৰ পণ্ডিতসকলে তেওঁলোকৰ মাতৃ ভাষাৰে কথিত ভাষা হেতুকে অৱহেলাৰ চকুৰে চোৱা নাছিল। বিদ্যাপতি এজন নামজ্বলা সংস্কৃতৰ পণ্ডিত। তেওঁ নিজ মাতৃ-ভাষাত ৰাধা কৃষ্ণক আদৰ্শ প্ৰেমিক-প্ৰেমিকাৰূপে চিত্ৰিত কৰি বহুতো প্ৰেমৰ কবিতা ৰচনা কৰিছিল। শিৱ-পাৰ্বতী আনকি গঙ্গাক উপলক্ষ্য কৰিও তেওঁ গীত ৰচিছিল। এইবোৰে বঙ্গদেশীয় ডেকা শিক্ষাৰ্থীসকলৰ মন আকৰ্ষণ কৰিছিল। তেওঁলোকে নিজৰ দেশলৈ আহোঁতে সেইবোৰ লগত লৈ আহে। সেই গীতবোৰ অসম আৰু উড়িষ্যালৈও নিয়া হয়। গীতবোৰৰ শৈলী বঙ্গ-দেশত চলি থকা অপভ্ৰংশৰ শৈলীৰ নিচিনাই আছিল। সেই কাৰণে সি বৰ জনপ্ৰিয় হয়। বঙ্গ-দেশত প্ৰচলিত বিদ্যাপতিৰ ৰাধা কৃষ্ণবিষয়ক কবিতাবোৰৰ উপৰিও বিদ্যাপতিৰ অনুকৰণ আৰম্ভ হয়।

---

৮৭ কালিৰাম মেধি: 'অঙ্কাৱলী': পাতনি

৮৮ ৰাজমোহন নাথ: কালিয়দমন নাট: ভূমিকা, পৃষ্ঠা ৫০

ফলত পৰিবৰ্ত্তিত মৈথিলী ৰূপ এটা দ্বিতীয় সাহিত্যিক ভাষাৰূপে পৰিগণিত হয়। সিয়ে বঙলা, অসমীয়া, আৰু উড়িয়া ভাষাৰ স্বৰ-ধ্বনিৰ বাণিৰ ওপৰত ভিত্তি কৰি ৰচা অথচ সেই সময়ত এই ভাষাবোৰত প্ৰচলন নথকা কিছুমান পদ-লালিত্য দান কৰে। ব্ৰজবুলি (ব্ৰজ বা বৃন্দাবনত ৰাধা আৰু কৃষ্ণৰ প্ৰেম বৰ্ণনা কৰা উপভাষা) পদ বঙ্গ-দেশত পোন্ধৰ শতিকাৰ শেষৰ পৰা ৰচনা হ'বলৈ ধৰে।[৮৯] আনহাতে "অসমীয়া ব্ৰজবুলিয়ে মিথিলাৰে সৈতে যোগাযোগৰ ফলস্বৰূপে স্বাধীনভাৱে বিকাশ লাভ কৰা যেন লাগে। কিন্তু উড়িষ্যাত হ'লে বঙলাৰ প্ৰভাৱৰ কথা ন্যায়সঙ্গতভাৱে আশা কৰিব পাৰি।"[৯০]

১৫৪ অসমৰ কেইজনমান পণ্ডিতৰ লেখনীতো এই মতবোৰৰ প্ৰতিধ্বনি শুনা যায়। "মধ্য-যুগত নব-বৈষ্ণৱ ধৰ্মৰ প্ৰধান কেন্দ্ৰ-স্থল মিথিলাত এটা সৰ্বমান্য ভাষাৰ সৃষ্টি হৈছিল। কামৰূপৰ পণ্ডিতসকলো মিথিলা বা তিৰহুতলৈ গৈছিল আৰু সেই ভাষাটো শিকিছিল। ঘৰ'লৈ উভতি আহি তেওঁলোকে বিদ্যাপতিৰ অনুকৰণত নিজৰ ভাষাত গীত লেখিবলৈ লয়। কিন্তু তাত মৈথিলী শব্দ-মালাৰ প্ৰাচুৰ্যই দেখা দিয়ে। এইদৰে এটা নতুন উপভাষাৰ সৃষ্টি হ'ল। ইয়াৰ নাম ব্ৰজবুলি, ব্ৰজৰ ভাষা। সাধাৰণতে বঙালী আৰু অসমীয়া বৈষ্ণৱ-কবিসকলে এই ভাষা ব্যৱহাৰ কৰিছিল।[৯১] আকৌ গীত আৰু নাটবোৰ (শঙ্কৰ-মাধৱৰ) অসমীয়া আৰু ব্ৰজবুলি-উপভাষাৰ মিশ্ৰিত কৰি লেখা হৈছে। ভক্তিমূলক ৰচনাৰ বাবে বৈষ্ণৱীয় ভাৰতত ব্ৰজবুলি উপভাষাটোৱে একপ্ৰকাৰ সাৰ্বজনীন ভাষাৰ ৰূপ লয় আৰু স্থানীয়ভাৱে মান্য অসমীয়াৰে সৈতেও মিহলি হয়।[৯২]

১৫৫ ওপৰত উল্লেখ কৰা পণ্ডিতসকলৰ মতবোৰৰ পৰা ইয়াকে বুজিব পাৰি যে ব্ৰজবুলি হৈছে মৈথিলীমিশ্ৰিত এটা কৃত্ৰিম সাহিত্যিক ভাষা। অসমীয়া, বঙলা, আৰু উড়িয়াৰ বৈষ্ণৱ-সাহিত্যত মৈথিলী ৰূপ কিছুমানৰ প্ৰয়োগ দেখি কিছুমান পণ্ডিতে এই বুলি ক'বলৈ বিচাৰে যে মধ্য-যুগৰ গোটেই পূৰ্ব-ভাৰতত মৈথিলী ভাষাই সাহিত্যিক ভাষা আছিল।[৯৩] ইপিনে আকৌ মৈথিলী ভাষাত ৰচনা কৰা প্ৰাচীনতম

৮৯ S. K. Chatterji *Languages and Literatures of Modern India*, p. 168

৯০ S. Sen *A History of Brajabuli Literature*, ch. I p. I

৯১ Barua B. K. *Ankiya Nat*, 1954 Introduction p. 19

৯২ Kakati B. Review of *Typical Selections from Assamese Literature*, Vols II and III in the *Cotton College Magazine* 1925

৯৩ Jha S. *The Formation of the Maithili Language*, 1958 p. 29

সাহিত্য হৈছে বৌদ্ধ সিদ্ধাচাৰ্যসকলে ৰচনা কৰা গীতবোৰ। এইবোৰক চৰ্যা-পদ বোলে। চৰ্যাৰ ভাষাক মৈথিলী ভাষাৰ উত্তৰপূৰ্বীয় উপভাষা বুলি কোৱাটো যুক্তিসঙ্গত। মৈথিলীৰ প্ৰখ্যাত কৰি বিদ্যাপতি। তেওঁৰ 'কীৰ্তিলতা' আৰু 'কীৰ্তি-পতাকা' প্ৰাচীন মৈথিলী ভাষাত ৰচিত। ইয়াক মৈথিলী অপভ্ৰংশ বুলিও ক'ব পাৰি। 'চৰ্যাপদ'ৰ ভাষা 'প্ৰাকৃত-পিঙ্গল' আৰু বিদ্যাপতিৰ 'কীৰ্তিলতা' আৰু 'কীৰ্তিপতাকাই' মৈথিলী ভাষাৰ প্ৰাচীনতম যুগৰ প্ৰতিনিধিত্ব কৰে। ইয়াৰ মাজত অপভ্ৰংশৰ বৈশিষ্ট্যবোৰ সংৰক্ষিত হৈছে।[১৪] ড° সুকুমাৰ সেনে কয়, "ব্ৰজবুলি-ভাষাৰ ভিত্তিহিচাপে অৱহট্‌ঠ ভাষাৰ পৰম্পৰা আছে। চৰ্যা-পদৰ ভাষাই অৱহটঠ ভাষাৰ কিছুমান ৰূপৰ নিৰ্দেশ দিয়ে। সেইটো অপ্ৰত্যাশিতও নহয়। কাৰণ, সংস্কৃতৰ উপৰি অৱহট্‌ঠ সাহিত্যিক ভাষা আছিল চৰ্যা-গীতৰ ৰচক কিছুমানে অৱহট্‌ঠ আৰু সংস্কৃত দুয়োটা ভাষাত ৰচনা যুগুত কৰিছিল। চৰ্যা-পদৰ ভাষা মূলতঃ কথিত ভাষা কিন্তু লগতে ই এক প্ৰকাৰ সাহিত্যিক ভাষাও।[১৫] এই সন্দৰ্ভত জাহ্নৱীকুমাৰ চক্ৰবৰ্তীয়ে দিয়া মন্তব্যটো বিশেষভাবে উল্লেখযোগ্য: "বহুতে ভাবে যে বঙ্গদেশত বিদ্যাপতিৰ অনুকৰণত ব্ৰজবুলি ভাষাই প্ৰসাৰ লাভ কৰে বিদ্যাপতিৰ মধ্যস্থতাৰ কথা এৰিও এই বুলি ক'ব পাৰি যে চৰ্যা-পদৰ ভাষাটো যিদৰে উত্তৰ-অঞ্চলত প্ৰচলিত অপভ্ৰংশৰ পৰা ক্ৰমবিকশিত সেইদৰে ব্ৰজবুলি –ভাষাটোৰো জন্ম আৰু বিকাশ। চৰ্যা-পদৰ ভাষা আৰু ব্ৰজবুলি ভাষাৰ মাজত সাদৃশ্য দুৰ্লক্ষ্য নহয়'।[১৬]

১৫৬ বঙ্গ-দেশৰ ব্ৰজ-বুলিৰ কথা এৰি অসমীয়া ব্ৰজ-বুলিৰ কথা চালেও চৰ্যা-পদৰ ভাষাৰে সৈতে ইয়াৰ নিচেই ওচৰৰ সম্পৰ্ক দেখিবলৈ পোৱা যায়। এই সম্পৰ্কত বিশেষ্য, বিশেষণ, সৰ্বনাম অব্যয়, ক্ৰিয়া আদি শব্দ-ৰূপ, শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি আদিক দুয়োটা ভাষাৰ মাজেদি বিচাৰি চাব পাৰি।

১৫৬ ১ শব্দ-বিভক্তি: (ক) ষষ্ঠী বিভক্তিৰ ক: ছান্দক বান্ধ (চৰ্যা ১): তুহু ৰামক চৰিত্ৰ কিছু জানয়ে নাহি (ৰা বি নাট), জয় জয় জগতক ভকতক ভীতি (কা দ. নাট)।

---

১৪ Ibid pp. 32, 36, 37, 42

১৫ S Sen History of Bengali Literature, 1960, pp 5-6

১৬ চক্ৰবৰ্তী, জাহ্নৱীকুমাৰ: 'প্ৰাচীন ভাৰতীয় সাহিত্য ও বাঙ্গালীৰ উত্তৰাধিকাৰ' (২য় খণ্ড), ১ম ভাগৰণ, পৃষ্ঠা ৩৮৯

(খ) সপ্তমী বিভক্তিৰ-এ আৰু -হিঃ নেউৰ চৰণে ( চৰ্যা ১১ ), চঞ্চল চীত্র (চৰ্যা ১) হিঅহি ন পইসই ( চৰ্যা ৬ ), মেৰি ঘৰে ( কা দ নাট ), হৃদয় কমলে (ব গী—শ), ঘৰহি ঘৰহি সব ফিৰত চকোৰা ( ব গী —মা )।

১৫৬২ ক্রিয়া-বিভক্তি : (ক) বৰ্তমান-কালৰ প্রথম পুৰুষৰ হুঁ, দ্বিতীয় পুৰুষৰ সি, আৰু তৃতীয় পুৰুষৰ এ, -অ : আমহে ভাল দান দেহুঁ ( চৰ্যা ১২ ), জাসি ভোৰি কাহৰি নাহেঁ ( চৰ্যা ১০ ), লবএ মুক্তহাৰ ( চৰ্যা ১১ ), হৰিণী বোলঅ ( চৰ্যা ৬ ), মঞি সেবহুঁ ৰাম চৰণ তুজা ( ব গী — মা ), আজু কাহাঁ ৰাসি ( ব গী—মা ), জীৱন নাৰহে থোৰ ( ব গী - শ ), কৃষ্ণ কিঙ্কৰ শঙ্কৰ কহ ( ব.গী — শ )।

(খ) বৰ্তমান কালৰ অনুজ্ঞাত ব্যৱহাৰ হোৱা দ্বিতীয় পুৰুষৰ উ,-তু,-হ,-হু : জাউ ণ আণে ( চৰ্যা ৩৮ ), বাহতু কামলি ( চৰ্যা ৮ ), বিহ্বহ পৰম লিৰাণে ( চৰ্যা ২৮ ), মা লেহুবে বঙ্ক ( চৰ্যা ৩২ ), দেখু ৰামিক হাতু প্রাণ ৰহে নাহি ( কা দ. নাট ), গোবিন্দ দুধ পিউ বোলৰে যশোৱা ( ব গী – মা ), ধৰতু হৰি চৰণা ( ব গী – শ ) যুদ্ধ দেহ ( ক হ নাট ), ভা, দেখহ শুনহ ( ক হ নাট ), পামৰ মন ৰাম চৰণে চিত্ত দেহু ( ব গী —শ )।

(গ) ভূত-কালৰ তৃতীয় পুৰুষৰ-ল-লা লী : বাজুলে দিল ( চৰ্যা ৩৫ ), কানেট চোৰে-নিল ( চৰ্যা ২ ), জে জে আইলা তে তে গেলা ( চৰ্যা ৭ ) চণ্ডালী লেলী ( চৰ্যা ৪৯ ) উহি বিষ জল পানে প্রাণে ছাড়ি মৰল, কৃষ্ণক প্রসাদে পুনর্বাৰ বৰ্তল ( কা দ নাট ), কমল নয়ন বুলি ঘনে ঘন যশোৱা ডাকিতে লৈলা ( ব গী —মা ) ভৈলা ক্ষীণ বুদ্ধি অৰ্থ কৰিতে বিচাৰ ( ব গী,--মা ), কি ভেলি আজু মেৰি কৃষ্ণ বাপ, কাহা, গেলি ( কা দ নাট )।

(ঘ) ভৱিষ্যত-কালৰ প্রথম পুৰুষৰ ব : মই দিবি পিৰিচ্ ছা ( চৰ্যা ২৯ ), এভিক্ষণ কুণ্ডিনক যাইবোঁ ( ক হ নাট ), তোৰ মাথা খাইবোঁ ( কে গো নাট ), হামু নৃত্য কৰব ( চোৰধৰা-নাট )।

১৫৬৩ বৰ্তমানকালিক কৃদন্ত : অন্তে : উজুবাট জাঅন্তে ( চৰ্যা ১৫ ), লাভক চাহন্তে মূল ঘাটয় ( ক হ নাট )।

১৫৬৪ সৰ্বনাম-শব্দ :

| চৰ্যাৰ ৰূপ | অসমীয়া ব্রজ-বুলিৰ ৰূপ |
|---|---|
| অপণা : দেখো সো আপুন ঠাম ( ব গী —শ ) | আপনাবে মই নাশিলোঁ আপুনে ( ব. গী – মা ) |

চৰ্যাৰ ৰূপ অসমীয়া ব্ৰজ বুলিৰ ৰূপ

আম্হে / আহ্মে : আহ্মাৰ চঞ্চল মন ( ব গী—মা )

এহু : শঙ্কৰ এহু অভিলাসি ( ব গী - শ )

কাহি : কাহেক গোৰস পাণ কৰাৱব ( কা দ নাট )

কাহেৰি : কৰবো কাহেৰি সাৰ ( ব গী শ )। তু কাহাৰ ( মা. ক )

কেঁ : হামাৰ পুত্ৰক কে লিয়া যাই ( কা দ নাট )

কেহো : স্বামীক সঙ্গে সহায় কেহোঁ নাহি, কেহো বোলল ( ক হ নাট )

কোই : ভাপ তাৰক কোই ( ব গী—শ )

জাহেৰ : জাহাৰ মায়াৰ অন্ত (ব গী—মা )।

জে : যে পৰম পুৰুষ পুৰুষোত্তম ( কা দ. নাট )।

জো : যো হৰি গুণ গায়ী ( ব গী – শ )

তই : তই দেখনা অন্তক আণ্ড ( ব গী – শ )

তঁই : তঁহ্নি ৰাম ভজ তেজি মায়া ব গী—শ )

তা : তা শুনহ ( ক হ নাট )

তু : তুহু গতি মতি ( ব গী—শ )

তুম্হে / তুহ্মে : অধমে তোহ্মাৰ নাম ডাকে ( ব গী - মা )

তো : কত তপসাই তোহাক পুত্ৰ পাৱলো ( কা দ নাট )

তোহোৰি : তোহাৰি তনয় যদুমণি ( ব গী মা ) তোহাৰি চৰণে ( কা দ নাট )

তু তোহোৰ ( মা ক )

মই : মই হৰি পাপী পামৰু ( ব গী শ )

মেৰি : জৰা মৰণ মেৰি ( ব গী—শ )

মোৰ : মোৰ ভকতক ঐচন অৱস্থা ( কা দ নাট )

সো : সো হৰি বনে বৎস পালনা ( ব গী --মা )

সব : সব লোক সুখে ৰহে কে গো নাট )

সে : সে কৃষ্ণক স্বামী ৰঞ্চিত ভেলি ( ক হ নাট )

সোই : সোই সোই ঠাকুৰ মোই ( ব গী শ. )

হাঁউ : তাতে হামু হৰিণা বেড়াই ( ব গী শ )।

১৫৬.৫ আন শব্দৰ ৰূপ :

চৰ্যাৰ ৰূপ অসমীয়া ব্ৰজ বুলিৰ ৰূপ

অইসন : ঐসন পৰম সন্তাপে ( কা দ নাট )

অমিআ : বাণি অমিয়া ৰস ( ক হ. নাট )

| চৰ্যাৰ ৰূপ | অসমীয়া ব্ৰজ-বুলিৰ ৰূপ |
|---|---|
| আলো : | আলো মঞি কি কহবো দুখ ( ব গী —মা ) |
| উপাড়ী : | বৃক্ষসব উভড়ি পৰে ( বা দ নাট ) |
| একু : | তিল একু ৰহয়ে নপাৰী ( ব গী —শ ) |
| একেলে : | আছা শুতিয়া একলে ( ব গী — মা ) |
| কইসন : | সহবি কৈসন চিত্ত হামাৰি ( ব. গী —শ ) |
| কেড়ুআল : | গুরু কেকৰালি ৰাম অনুকূল বায় ( ব গী —মা ) |
| খাণ্ট : | যেন পায়া খট চোৰ ( ব গী – মা ) |
| গহন গম্ভীৰ : | গহন গম্ভীৰ ধীৰ মতি ( গুরু-ভটিমা-মা ) |
| গেল : | নন্দ গেল ৰাথানে ( ব গী —মা ) তু. গেল ( মনকৰ ) |
| গেলি : | কাহা গেলি ( কা দ নাট ) |
| গুহাড়া : | ৰাম গোসাঁই কৰহু গোহাৰি ( ব গী —মা ) |
| গো : | আগো মাই ( তাহাৰি তনয় ৰত্নমণি ( ব গী মা ) |
| ঘালি : | বালি ঘালি ( ব গী - মা ) |
| চান্দ : | তেৰি চান্দ মুখ পেখোঁ ( ব গী —মা ) |
| চ্ছাড়ি : | ৰামক ছাড়ি হামাক নিয়া যায় ( ৰা বি নাট ) |
| জইসনে : | জৈচন গগন বিয়াপী ( ব গী —শ ) |
| ঠাকুৰ : | দায়াৰ ঠাকুৰ হৰি ( ব গী —মা ) |
| নাহি : | নাসাত বায়ু খেলে নাহি ( কা. দ নাট ) |
| নিন্দ : | তেজ্যৰ কমসান্তি পৰল্য নিন্দ ( ব গী – মা ) |
| পসিআ : | খোপি পশিয়ে দেখল ( অ ভ নাট ) |
| পহিল : | পহিলহি শ্ৰীকৃষ্ণক প্ৰণাম কয়কহু ( পা. হ নাট ) |
| পেখু : | পেখু পেখু দোহে ৰাক্ষস আবে ( ৰা বি নাট |
| ফাড়িঅ : | তিমিৰ ফাড়িয়া ৰাজ ৰবিৰ কিৰণ ( ব গী -মা. ) তু ফেড়িআ ( মা ক |
| বাম : | বাম কাখে সিঙ্গা বেত ( ব গী -শ ) |
| বঙ্ক : | হামাৰি বঙ্ক বিধি ( ব. গী - শ ) |
| বাপ : | আজু মেৰি কৃষ্ণ বাপ ( কা দ নাট ) তু বাপ ( মা ক ) |
| বাহুড়ই : | বাহুড়ি নাৰল ( ক হ নাট ) ( তু বাহুড়ায়া মা ক ) তু বাহুড়া ( মনকৰ ) |

| চৰ্যাৰ ৰূপ | অসমীয়া ব্ৰজ-বুলিৰ ৰূপ |
|---|---|
| বিনু : | গোবিন্দ বিনে নাহি নাহি আন ( ক হ নাট ) |
| বিহণি : | হামু বিহানত খেৰি খেলাৱত ( ব গী —মা ) |
| ভইল : | সব লোক মহা ভীতি ভেল হা হা স্বামি কি ভেলি ( কা দ নাট )। তু ভৈল ( মা ক মনকৰ ) |
| ভো : | ভো ভো সভাসদ ( ক হ নাট |
| মুহ : | কোন মুহে কহব ( ৰা বি নাট ) |
| মেলি . | চাৰৰ বিহানে কোন মেলি ধেনু ( ৰা দ নাট ) |
| মেলে : | তুৰা ভকতৰ মেলে ( ব গী – মা ) |
| ৰঅনি : | দিবস নজায় সুখে নজায় ৰয়নী ( ব গী —মা |
| ৰে : | ৰে মন ৰাম চৰণে ৰতি লাৱত ( ব গী – শ. ) |
| লাগি : | তোমাক লাগি ৰহিছে ( ৰা বি নাট ) |
| সহি : | সই, দেখো দেখো দেখো সুন্দৰ কানু ( ব গী —মা ) |
| সাচ মিচ্ছা : | সাঞ্চা মিছা সমান কয় ভাবত ( ব গী.—মা ) |
| সিঞ্চহু : | বস্ত্ৰ উপৰে সিঞ্চে হাতে লই ( ব গী —মা<br>শিৰে জল সিঞ্চিল ( ক হ নাট ) |
| হেৰি : | তাহে না হেৰি ৰহবি নাহি প্ৰাণে ( ৰা বি নাট ) |
| হোই : | হামাৰ সামৰ্থ্য কৈচন হোই ( ৰা বি নাট |
| পাৰ কৰেই : | পাৰ কৰু হৃষিকেশ ( ব গী – শ ) |
| কহণ ন জাই : | হৰি গুণ কহণ ন যাই ( ক হ নাট ) |

১৫৭ ইয়াতে 'শ্ৰীকৃষ্ণকীৰ্তন' গ্ৰন্থখনৰো উল্লেখ কৰিব লাগিব। শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা আৰু অসমীয়া ব্ৰজবুলি ভাষাৰ সম্পৰ্কও ঘনিষ্ঠ :

(১) শব্দসম্বন্ধীয় সম্পৰ্ক :

| চৰ্যা-পদৰ ভাষা | শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা | অসমীয়া ব্ৰজ-বুলি ভাষা |
|---|---|---|
| আম্হে | আম্হে | আম্হাৰ চঞ্চল মন ( ব গী —মা |
| গেল | গেল | ভাট নিজ দেশে গেল ( ক. হ নাট ) |
| গেলি | গেলি | কৃষ্ণ বাপ কাহা গেলি ( কা দ নাট ) |
| চান্দ | চান্দ | ভেৰি চান্দ মুখে পেখো ( ব. গী —মা ) |
| ছাড়ি | ছাড় | বালক ছাড়ি হামাক নিয়া যাব (ৰা. বি নাট) |
| তোহোৰি | তোহোৰ | তোহাৰি চৰণে ( কা দ নাট ) |
| নিন্দ | নিন্দ | পৰভাভ নিন্দ ( ব গী – মা ) |

| চৰ্য-পদৰ ভাষা | শ্ৰীকৃষ্ণকীৰ্তনৰ ভাষা | অসমীয়া ব্ৰজবুলি ভাষা |
|---|---|---|
| পাৰ কৰেই | পাৰ কৰ | পাৰ কৰু, হৃষিকেশ ( ব গী — শ. ) |
| ব্যহুডই | বাহুড়িআঁ | বাহুৰি (ক হ নাট, বাহুড় (মা ক ) |
| ভইল | ভৈল | কৃষ্ণৰ ভৈল মন ( কে গো নাট ) |
| বঅণি | (দিবস) বআণী (দিবস) | নষায় সুখে নষায় ষয়নী (ব গী — শ ) |
| লাগি | লাগি | তোমাক লাগি ৰহৈছে ( বা বি নাট ) |
| সে | সে | সে অনন্ত বীৰ্য কালি ( কা দ নাট ) |

(২) ৰূপতাত্ত্বিক সম্পৰ্ক :

(ক) ষষ্ঠী বিভক্তিৰ—ক : হান্দক বান্ধ ( চৰ্যা ), যমুনাক তীৰে ( কৃ কী ), ৰামক চৰিত্ৰ ( অস ব্ৰজ )।

(খ) সপ্তমী বিভক্তিৰ- এ : নেউৰ চৰণে চৰ্যা ) বসুদেৱ ঘৰে ( কৃ কী ), মেৰি ঘৰে ( অস ব্ৰজ )।

(গ) ভূত-কালৰ তৃতীয় পুৰুষৰ—ল : কানেট চোৰে নিল ( চৰ্যা ), সভা পাতিল ( কৃ কী ), জানকীক ৰক্ষা দিল ( মা, ক ), বিষ জল পানে প্ৰাণে ছাড়ি মৰল ( অস ব্ৰজ )

(ঘ) ভৱিষ্যত-কালৰ প্ৰথম পুৰুষৰ—ব '—বোঁ : মই দিবি ( চৰ্যা ), খাইবোঁ ( কৃ কী ), খাইবোঁ ( মা ক ), খাইবোঁ অস ব্ৰজ ), হামু নৃত্য কৰব ( অস ব্ৰজ )।

(ঙ) ভূতকালিক কৃদন্ত- ইল : গেলী জাম ( চৰ্যা ), কাটিল ঘাৱ ( কৃ কী ), তৃণে কাটিল সব শৰীৰ ( অস ব্ৰজ )।

(চ) নাস্ত্যৰ্থক ৰূপাংশৰ ক্ৰিয়া-ৰূপৰ আগত ব্যৱহাৰ : ণ জাই ( চৰ্যা ), নাবোল নাবোল ( কৃ কী ) নাযায়া নাযায়া তুমি গোৱালীৰ পাৰা (অস ব্ৰজ )।

১৫৭ ১ শ্ৰীকৃষ্ণকীৰ্তনোৰ সৈতে অসমীয়া ব্ৰজ-বুলিৰ আন কিছুমান সাদৃশ্যৰ কথাও মন কৰিব পাৰি : (ক) পৰ-সৰ্গৰ ব্যৱহাৰত অপাদানৰ ভাৱ-প্ৰকাশ : আজি হৈতে ( কৃ কী. ), ফণা হন্তে ( অস ব্ৰজ ), শয্যা হন্তে ( মা ক )। (খ) আন কিছুমান ৰূপ এনেকুৱা :

| শ্ৰীকৃষ্ণকীৰ্তন | অসমীয়া ব্ৰজ বুলি |
|---|---|
| আও | কৃষ্ণক আও ( কা দ নাট ) |
| আৰ | চৰণ আৰ নেদেখোঁ তোহাৰি ( কা দ. নাট ) |
| উপেখিআঁ | পতি সুত উপেখিয়া ( কে গো নাট )<br>তু উপেখিয়া ( মা ক ) |

| শ্ৰীকৃষ্ণকীৰ্তন | অসমীয়া ব্ৰজ বুলি |
|---|---|
| ছাৰ | কোন ছাৰ পুৰাতন (ব গী.—মা) |
| ঝী | তুমি বৰ মানুষৰ ঝী (ব গী—মা) |
| জিণি | কোটি ইন্দু জিনি (ব গী—মা) |
| থীৰ নহে | থিৰ নহে তিল এক (ব গী—শ) |
| নাজুআএ (চটিতে নাজুআএ) | কণ্ঠ কহিতে নাযুৱায় (ব গী.—মা) |
| পান্তী | নখচয় চান্দক পান্তি (ক হ নাট) |
| বাৰেক | বাৰেক মৰম গোসাঞি (কা দ নাট) |
| ভৈলোঁ | ভৈলোহোঁ দাসৰ দাস (ব গী—মা.) |
| মৰমিত | মৰম গোসাঞি (কা দ নাট) |
| ৰাতা | কৰতল উতপল ৰাতা (ক হ নাট) |
| লুলে | উৰে বনমালা লুলে (ব গী—শ) |
| হাঁঠীবাক | হাষ্ঠীত (কে গো নোট)<br>ভু হাঠে (মা ক) |

১৫৮ ইপিনে অসমীয়া ব্ৰজ-বুলিৰ ৰচক মাধৱদেৱৰ ৰচনা 'তেজ'ৰ কমলাপতি' নামৰ বৰগীতটোত গোৱালপৰীয়া 'দেশী ভাষা'ৰ বৰ্তমানত প্ৰচলিত ৰূপ কিছুমান কেনেদৰে সোমাই আছে আগত উল্লেখ কৰা হৈছে (১৩০)। শঙ্কৰদেৱৰ নাটত স্থানীয় থকৰাঠাচযুক্ত প্ৰয়োগ কিছুমানো আছে, যেনে, চিত হুৰা (ৰা বি নাট) দোপ দিয়া তুলি (ৰা বি নাট), জোকাৰ পাৰল (কা দ নাট), নাকে মুখে (কা দ নাট), গলে কানি বান্ধি (কা দ. নাট), লাগ ধৰহ (ক হ নাট), উলট পালট কৰি (কা দ নাট), হাৰাসান্তি হুয়া (কা. দ নাট), লাড়িবাক নাপাৰি (ৰা বি নাট), জীউ যাই (ক হ নাট), লাভক চাহন্তে মূল ঘাটয় (ক হ. নাট)। এনে পৰিস্থিতিত অসমীয়া ব্ৰজ-বুলি ভাষাটো মিথিলাৰ পৰা অনা এটা সম্পূৰ্ণ কৃত্ৰিম ভাষা বুলি কোৱাটো সমীচীন নহয়। অসমীয়া ব্ৰজবুলি ভাষাটো বঙ্গ-দেশৰ মাজেদিও অসমত প্ৰৱেশ কৰা নাই। ইয়াৰ ভিত্তি হৈছে চৰ্যা-পদৰ ভাষাই প্ৰতিনিধিত্ব কৰা পূৰ্ব প্ৰচলিত সাহিত্যিক ভাষাটোহে। অসমীয়া ব্ৰজ-বুলিৰ থাই শিপাভাল অসমৰ মাটিতে আছে। সেইকাৰণে ইয়াক 'সহজ ভাষা' বুলি কোৱাৰ উপৰিও 'গ্ৰামী লোকে'ও বুজি পাইছিল বুলি জন-শ্ৰুতিৰ প্ৰচলন হৈছিল। আমবাৰীৰ শিলা-লিপি (ভেৰ শতিকা) আৰু গছ-তলৰ তাম্ৰ-লিপিৰ (চৈধ্য শতিকা) পাঠোদ্ধাৰে শঙ্কৰদেৱৰ আগতে ব্ৰজ-বুলিৰ প্ৰচলন আৰু ইয়াক ৰাজহুৱা কাৰ্যত ব্যৱহাৰ কৰাৰ

সম্ভেদ দিয়ে। আমবাৰীৰ শিলা-লিপিয়ে অসমীয়া গদ্যৰো প্ৰাচীনতম চানেকি দাঙি ধৰে। এই দুখন শিলা-লিপিৰ পাঠ তলত উল্লেখ কৰা ধৰণৰ :

(ক) "আদিত্য সম শ্ৰীসমুদ্ৰপাল ৰাজ্যে প্ৰবল সৰাৰিক সত্ৰ সগুণ কৃয়া। সন্ন্যাসীণ বোলে দান পুইঞ সজ। যোগীহাভী। সক ঈষ বান চক্ৰ। মৃচ্ ভণন্তি।"

( আমবাৰীৰ শিলা-লিপি )

(খ) "শিমা এৰিয়া যবন ভবাকত গয়ন্ত। (শক) ১২৮ (৪) বেদাস্বৰাশি গণন। ইতি শ্ৰীবিষ্ণুবামধৰ শৈলকাৰ। সকত ম্লেচ্ছ ইথান উখাসা। দেখহ সভা-ত্ৰিষ বইৰী বঙাল বহু কাৰ্য্য (৩) ইয়াত ফগু। বহাখ জল। তোসভ সাঙ্গাত যাসা। দি জনশ্ৰী। পঞ কাখ্য বাদ্য বোল। জলসেনাই বৈৰীক ভাখি অন্ত কুল (জলন্তশেক খদাবি "

( গছতলৰ শিলা-লিপি )

১৫৯ ইয়াতে স্বাভাৱিকতে এটা কথা মনলৈ আহে। সেইটো হৈছে এয়ে যে শঙ্কৰদেৱৰ আন ৰচনাৰ ( কীৰ্তন, দশম, ৰুক্মিণীহৰণ-কাব্য আদি ) ভাষাটোনো কেনে ধৰণৰ সেই ভাষাটোৰ লগত অঙ্কীয়া নাট আৰু বৰগীতৰ ভাষা ( ব্ৰজ-বুলি ) ৰ মিল বা অমিল কিবা আছে নে নাই ? শঙ্কৰদেৱে কীৰ্তন, দশম, ৰুক্মিণীহৰণ কাব্য আদিত ব্যৱহাৰ কৰা ভাষাটো মাধৱ কন্দলীয়ে ব্যৱহাৰ কৰা ভাষাটোৰ পৰম্পৰা অনুযায়ী গঢ়ি উঠা ভাষা। তলৰ আলোচনাৰ পৰা কথাখিনি স্পষ্ট হ'ব :

| মাধৱ কন্দলীৰ ভাষা | শঙ্কৰদেৱৰ অনাব্ৰজ-বুলি ভাষা |
|---|---|
| (ক) শব্দ বিভক্তি : | |
| —এ : দশৰথে বোলন্ত | শঙ্কৰে নিগদন্তি |
| ক/ ক্ক : ৰামক ৰথত তুলি সাদৰিলা তাক | হৰিক স্মৰণে, সবাহাঙ্কে, আৰু তাঙ্ক |
| —ৰ : তাহাৰ তনয় | ভূমিৰ ভাৰ |
| —ন : তান ভাৰ্য্যা | নাহি সুখ শান্তি তান, তাহান কোলাত |
| —ত : মাটিত | মথুৰাত অৱতৰি |
| (খ) শব্দ-বিভক্তিৰ প্ৰয়োগ : | |
| প্ৰথমাৰ দ্বাৰা তৃতীয়া আৰু সপ্তমী, | মন পৱনৰ বেগে, পঞ্চামৃতে ভোজন শেলে হাঁনি, |
| সপ্তমীৰ দ্বাৰা দ্বিতীয়া, দ্বিতীয়াৰ দ্বাৰা ষষ্ঠী : | গলে বান্ধি, সুকন্ত পুচন্ত, ভীষ্মক দুহিতা, স্বামিক মুকুতি। |
| পোকৰ অঙ্কুশে, দশৰথ গৃহে, ৰাজাত কহিয়া, তোক সম | |

| মাধৱ কন্দলীৰ ভাষা | শঙ্কৰদেৱৰ অনাত্মজ বুলি ভাষা |
|---|---|
| (গ) কাৰক : | |
| অপাদান-কাৰক : ষাণ্ডহন্তে, | ভীষ্মকন্ত হন্তে, অন্তেষপুৰৰ হন্তে, ৰথৰ নামিলা |
| সিথানৰ হন্তে, গ্ৰীবাৰ কাটিয়া দিলা, ভয় হন্তে | আসোদাত হন্তে, ঐৰ সম্বৰে অন্তৰ। |
| নিমিত্ত-কাৰক : কৈক পৈলি, কিস্কিন্ধাক লাগি | গৃহক গৈলা, পাঞ্চালক লাগি |
| (ঘ) ক্ৰিয়া-ৰূপ | |
| বৰ্তমান : কৰে নুবুজাহো, ঘুৰয় আছন্ত, শুনৈ, যাওঁ | কৰে, জানাহে, মৰয়, ভুঞ্জন্ত মাছন্ত, দেখৈ চাহৈ, কহোঁ, কৰৈ, লৈব। |
| ভূত : কৰিলা, ভৈলা ভৈল, ভৈলা, চালিলন্ত, লৈলেক | সাধিলা, খণ্ডিলা, ভৈলা, ভৈল, আসিল, দিলো, উঠিলন্ত, থৈলন্ত, সুনিলেক। |
| ভৱিষ্যত : দিবো, যাইব ভুঞ্জিবো | কহিবো, লুকাইব, পাইবো, খাইবো |
| অনুজ্ঞা : লৈয়োক, কহিয়ো, চাৱা | শুনিয়োক কহিয়া, চায়া, কহা, সুনা। |
| অসমাপিকা : দেখিয়া বসি | জিনিয়া, ডাকি, উপেখি, পসুৱাই |
| তুমুনন্ত : মাৰিবাক, যাইতে আনিবে প্ৰতি, খুজিতে | শুনিবাক, আসিতে, চাহিবে লাগি, সাধিবাক প্ৰতি, খণ্ডিবাক লাগি, আৰাধিতে খণ্ডিতে। |
| কৃদন্ত : পূজান্তে, ফুৰন্তে, আসিবাৰ | পিয়ন্তে, ফুৰন্তে ফুঙ্কন্তে আসিবাৰ |
| নাস্ত্যৰ্থক : নাজানস, নলাগে, নুশুনস নোশোভে | নলাগয়, নুকচয় নেদে, নোবোলে |
| (ঙ) নিৰ্দিষ্টতাৱাচক প্ৰত্যয় : | |
| কুঞ্জগুটি, ৰাত্ৰিগোট, ৰথখান, কুৰিকুণ্ডা, শূলপাট আঠগোটা | ব্ৰাহ্মণএগুটি দিনগোট, নেত্ৰগুন্টি কুৰিপাট, দোগোটা, দশকুণ্ডা |
| (চ) স্বাৰ্থিক প্ৰত্যয় : | |
| হৈবোহো, নলখোহো, হৈবাহা | থাকিবোহো, নেদেখোহো, থাপিবাহা, ভৈলোহো |
| (ছ) সম্বন্ধবাচক-নিৰ্দিষ্টতাৱাচক প্ৰত্যয় : | |
| বাপেৰ, মায়েৰ | ভায়েৰৰ |

| মাধৱ কন্দলীৰ ভাষা | শঙ্কৰদেৱৰ অনাত্ৰজবুলি-ভাষা |
|---|---|
| (জ) বহু-বচনৰ প্ৰত্যয় : | |
| মাণিকসব, বৃক্ষসব, তাৰাগণ, মহাপাপীচয়, স্বামীসকল, সবাহা, সাধুজাক, নদনদীগণমানে, আমাখেৰ তোমাসা, তাসবা | মহাৰাজাসব, গৃহসব, ৰাজাগণ, বিমলজলগণ, অঙ্গুলিচয়, ব্ৰাহ্মণীসকলে, সবাহা, দেৱজাক, পাপমানে, আমাঠেৰ, তোমাসা, আমাসাক, তাসবাৰ। |
| (ঝ) সৰ্বনাম : তুমি তমু, মোৰ, তোমাৰ, আমাৰ (মোৰ), মোহোৰ, তোমৰা, আমি (মই), কোহো কাহাকো আপুনি ( নিজ ) তোৰ, ইহাঙ্ক, মই তোহোৰ, তোক, এহি, তাঙ্ক, এই, তোৰা, তই | তুমি, তমু মোৰ, তোহ্মাৰ, আমাক (মোক), মোহোত, তোমৰা, আমি ( মই ), কেহো, ইহাঙ্ক মঞি তোৰ তোহোৰ, এহি. তাঙ্ক, এই, তোৰা, আপুনি ( নিজ ), কাহাকো, তঞি। |
| (ঞ) তুলনা-বুজোৱা ৰূপ : | |
| মোত কৰি বলত অধিক বাজী বীৰ<br>মোত পৰে তোৰ আৰ নাই গুৰুতৰ | নাহি ধৰ্ম্ম কৃষ্ণ কথা শ্ৰৱণত পাৰ,<br>ভকতিত পৰে ধৰ্ম্ম নাহি সংসাৰত। |
| (ট) আন প্ৰয়োগ . | |
| ভ্ৰূযুগ গা ঘেলা, ফৰবট, ওৱাৰি, কৈত দুইহস্ত, চিনন, বধন, যৈসানি, মন্দিৰ (ঘৰ), কেনে, একুতি ঐত, তহিত কোন হুমনিশ্বাস, ঘি, হাণ্ঠ, মৈৰা, ঘুমটি, তৈত, কৈত, বাৰ-ছাৰ | ভ্ৰূযুগ, বাহুযুগ, গাৰ ঘেলা, ফৰপত, ওৱাৰি, দুইহস্ত চিনন, চপান, যৈসানি, মন্দিৰ (ঘৰ), কোন একুতি, ঐত, তহিত, হুমনিয়া শ্বাস, হুমনিশ্বাস হাণ্ঠ, জিতো, মৈৰা, ঘুমটি, তেত, কৈত, কাপোৰ-চোপৰ। |

১৫৯। শঙ্কৰদেৱৰ অনাত্ৰজবুলি ভাষাৰ মাজত এই প্ৰয়োগবোৰো পোৱা যায়, কৃষ্ণয়েৰে ( সুবসতি হোক ), স্বপ্ন এৰে, তুমি এৰে ( সদৃশ ) পাক্ষিবলা, খেৰগাছ, এহিমতে কেন কৰি, ঘৰাঘৰি, আতাইটাই, চাৰ ( ৰাজাগণে ) দু কোন ভাৰ পুৰাতন ( ব লী ), ফাৰিবাক ত্ৰু তিমিৰ ফাৰিয়া, ইঠাৰবপৰা, ইফনাৰ পৰা, ধাইৰ হাতে ( হতুৰাই , কোনসাত, হাতাহাতি, হামাধুৰি, কাউৰ, ঢোৰা কাক, চাগল দুদ মাঝে, নন্দেৰ কুমাৰ, নিন্দ, দুহস্ত, সুনাৰে কংস নিম্মল, কৈৰ,কৈক, গাম্ভিছাঁ, আছো, দিনেক লাঙ্গকাটা বাঘ।

১৬০ ওপৰৰ আলোচনাই শঙ্কৰদেৱৰ অনা ব্ৰজ বুলি ভাষাৰ আভাস এটা নিশ্চয় দাঙি ধৰিছে। শঙ্কৰদেৱৰ ব্ৰজবুলি ভাষাৰ মাজতো এই ভাষাটো ওতপ্ৰোতভাৱে সোমাই আছে। উদাহৰণস্বৰূপ অনা ব্ৰজ-বুলি ভাষাৰ ক্ৰিয়া ৰূপ কিছুমান ব্ৰজ বুলি

ভাষাতো একেধৰণে পোৱা গৈছে। অসমীয়া-ব্ৰজবুলি : কৰোঁ, কৰে, মৰয়, ভুঞ্জত, বহ, ভৈল, আসিল, ভৈলা, খণ্ডিলা, দিলে, ধৰিলেক, লুকাইব, কহিবো, হৈবে, নাসয়, আসিতে, সাধিবাক প্ৰভৃতি আদি, জিনিয়া ইত্যাদি। ব্ৰজ-বুলি : কৰো, পৰে, দহয়, নপাত্ত বাধ, চলল, পৰল, ভৈলা, পাইলা, ভৈলো, পাইলেক; কৰব, ৰাখবো, বজাইব, নাজানি, নাৰহে, কৰিতে, দণ্ডিতে, নিবাক প্ৰভৃতি, পেখি, উপেখিয়া ইত্যাদি। অসমীয়া ব্ৰজ-বুলি ভাষাত ব্যৱহাৰ হোৱা বহু-বচনৰ প্ৰত্যয় সব, চয়, বা, সম্ব আদি ব্ৰজ বুলি ভাষাতো আছে, যেনে, বৃক্ষসব, প্ৰাণীচয়, ভোৰা, ভাসবাৰ। শব্দ-বিভক্তিৰ ক্ষেত্ৰত অসমীয়া ব্ৰজ বুলি ভাষাৰ প্ৰথমা -এ, দ্বিতীয়া ক, ষষ্ঠী -ৰ, সপ্তমী-তৰ ব্যৱহাৰ ব্ৰজ-বুলিতো পোৱা যায়, যেনে, গোপীসবে, কালিসৰ্পক, হ্ৰদৰ জল, চক্ষুত। অসমীয়া ব্ৰজ-বুলি ভাষাৰ নিচিনা ব্ৰজ-বুলি ভাষাতো প্ৰথমা এ-বিভক্তিয়ে তৃতীয়া আৰু সপ্তমীৰ আৰু দ্বিতীয়া ক বিভক্তিয়ে ষষ্ঠীৰ কাম চলোৱা দেখা যায় : লাজে মেত্ৰাৱল, কদম্ব বৃক্ষে চৰিকহু, বংসক প্ৰাণ। ব্ৰজ-বুলি ভাষাত কেতিয়াবা প্ৰথমা এ-বিভক্তিৰ ব্যৱহাৰ নহয়, যেনে, শ্ৰীকৃষ্ণ বোলল। অসমীয়া ব্ৰজ বুলি ভাষাত কেতিয়াবা ষষ্ঠী ৰ-বিভক্তিৰ ব্যৱহাৰ নহয়, যেনে, হ্ৰদ মাঝে। অপাদান কাৰক বুজাবলৈ দুয়ো ঠাইত 'হন্তে' পৰ-সৰ্গৰ ব্যৱহাৰ আছে।

১৬১ ওপৰত উল্লেখ কৰা ধৰণৰ সাদৃশ্য থাকিলেও শঙ্কৰদেৱৰ ব্ৰজ-বুলি ভাষাত কিছুমান সুকীয়া প্ৰয়োগো হৈছে। ক্ৰিয়া-ৰূপৰ ক্ষেত্ৰৰ প্ৰয়োগ কিছুমান এনে ধৰণৰ : গাবত, কৰত বাজত, বৰসি, হোই নোই, যাই, থিক কহ, কহু, কহতু দেখু, দেখহু, দেহু, সেহু চিন্তহু বোল, দেলহ, লেকহু, ভেলা ভেলি গেলি, বহবি সহবি বহয়ে নাহি নাৰহে শুনয়ে নাহি, কৰবি নাহি নাহি কৰবি, ৰাখয়ে নাহি পাৰল, প্ৰবেশিবহু, ধৰিকহু, লড়িকহু ইত্যাদি। ব্ৰজবুলি ভাষাৰ সৰ্বনাম শব্দ কিছুমান এনে ধৰণৰ : সে, যে কে, সো, যো উহি, সোহি, কি, তুহু, তোহা, তোহো, তোহাৰি, তাহ, হামু হামাক, হামৰাসবক, মেৰি ইত্যাদি। শব্দ বিভক্তিৰ ক্ষেত্ৰত ব্ৰজ-বুলি ভাষাত দ্বিতীয়া কু'বিভক্তিৰ প্ৰয়োগ হয়। ইয়াৰ দ্বাৰা কেতিয়াবা ষষ্ঠী বিভক্তিৰ কামো সিদ্ধ হয়, যেনে, যাকু কৰত সেৱ, হামাকু ভেজল, নন্দকু নন্দন। কোনো শব্দ-বিভক্তি যোগ নিদিয়াকৈ চতুৰ্থী বিভক্তিৰ কাম কেতিয়াবা চলোৱা হয়, কেতিয়াবা দ্বিতীয়া ক/-কুৰ পাছত 'লাই' পৰ-সৰ্গ ব্যৱহাৰ কৰা হয়, যেনে, ব্ৰজ যাই, ভৰি আগকু বাঢ়য়ে নাহি চললি কালি যমনক লাই। ষষ্ঠী বিভক্তিৰ বাবে 'কৰ', কেৰ কেৰি, হেৰি, কহুৰ ব্যৱহাৰ লক্ষ্য কৰিবলগীয়া; যেন, যাকৰ চাকৰ, যাকেৰ ব্ৰজনা, যাকেৰি নামে, যাহেৰি বিহাৰ, সবকহু ৰাজা নাম। শব্দ মালাৰ দৃষ্টিৰে

চালে অনা ব্ৰজ-বুলি ভাষাৰ নিচিনা শঙ্কৰদেৱৰ ব্ৰজ-বুলি ভাষাতো তৎসম, অৰ্দ্ধতৎসম, তদ্ভৱ আদি বিভিন্ন ধৰণৰ শব্দ ব্যৱহাৰ কৰা হৈছে। তথাপি ব্ৰজ-বুলি ভাষাত বিশেষকৈ নাটকৰ ভাষাত অৰ্দ্ধতৎসম শব্দৰ ব্যৱহাৰ বেছি। তদুপৰি অনেক থকুৱা শব্দ, প্ৰাকৃত ৰূপৰ শব্দ, সংযুক্ত শব্দ, সম্পূৰ্ণ সংস্কৃত-ৰূপৰ প্ৰয়োগ আদিয়ে নাটৰ শব্দ-মালাৰ কিছু বৈশিষ্ট্য বহন কৰিছে। তলত কিছুমান উদাহৰণ দিয়া হ'ল: পৰণাম, নিৰ্ম্মান, ৰবিখন, দৰপ, সৰপ, পতনী পৰকাৰে, বিৰিন্দা, ভাৱতৰবিখে, ঘৰে ঘৰে, ফেকৰা আবাৰ কৰে, ফোকাই ভেৰ দিয়া, শিৰ গুঞ্জে, লাই পাই, ভিৰী-চোৰ, মুহ, জলমহ, পিউ পুতা লহু লহু, লোই, পহু (প্ৰভু), অব-বক-কুবলয়-ধেনুক কেশী-কংসনাশী, বিৰিন্দ বিপিন-বিহাৰ-বিশাৰদ নাম-গুণ শ্ৰৱণ-কীৰ্ত্তন, সকল-সুৰাসৰেশ্বৰ-শিৰ-শিখৰ-চূড়ামণি বিৰাজিত-পাদ-পঙ্কজ, কেলিগোপালং নাম নাটকং সমাপ্তম্ ইত্যাদি। শঙ্কৰদেৱে আকৌ কোনো এটা আখ্যানক কেইবাপ্ৰকাৰেও লেখি উলিয়াইছে, যেনে, এটা আখ্যানৰ মূল কথাখিনি 'কীৰ্ত্তন'ত বৰ্ণনা কৰিছে। সেই আখ্যানক আকৌ 'দশম'ত অনুবাদ কৰি উলিয়াইছে। তাকে পুনৰ নাটকীয় ৰূপ দান কৰিছে। কিন্তু প্ৰত্যেক ক্ষেত্ৰত একোটা শৈলীৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছে। প্ৰত্যেক ঠাইতে একে কথাকে বিভিন্নভাৱে ক'বলৈ লৈছে আৰু যেতিয়া নিজৰ প্ৰতিভা প্ৰদৰ্শন কৰাৰ সুযোগ পাইছে তেতিয়া সি নতুনৰূপে মৰ্মস্পৰ্শী হৈ উঠিছে। উদাহৰণস্বৰূপে আমি কালিয়দমন-আখ্যানটোকে লব পাৰোঁ। কালী-নাগৰ দ্বাৰা আক্ৰান্ত হৈ জলৰ মাজত 'মৃতকৰ বেশ' ধৰি থকা শ্ৰীকৃষ্ণক দেখি যশোদাই কি ধৰণে বিলাপ জুৰিছে শঙ্কৰদেৱৰ কীৰ্ত্তন'ত তাৰ বৰ্ণনা এনেদৰে দিছে: "গধুলি কোনে যাইবে বংশী বাই। কোনে মোক গৈয়া বুলিবে আই ॥ ধূলা জাৰি কাক কৰাইবো স্নান। কোনে কৰিবেক গোৰস পান ॥ সুন্দৰ বদনে বজায়া বেনু। প্ৰভাতে কোনে চৰাইবেক ধেনু ॥ কি ভৈল আজি মোৰ কৃষ্ণ বাপ। মৰিও নেড়াইবো তোৰ সন্তাপ।" 'দশম'ৰ বৰ্ণনা এনেকুৱা: "গোধূলি জাইবেক কোনে বংসিক বজাই। কোনে গৈয়া মোক আবে বুলিবেক আই ॥ ধূলা ঝাড়ি কাক নিয়া কৰাইবোহো স্নান। কোনে কৰিবেক মোৰ গোৰখক পান ॥ সুন্দৰ বদনে কোনে বজাইবেক বেনু। প্ৰভাতে মেলিয়া কোনে চাৰিবেক ধেনু ॥ কি ভৈল পুতাই আজি কৃষ্ণ মোৰ বাপ। তোৰ জমকাল ভৈল কৈৰ ইতো সাপ ।" কিন্তু এইখিনি কথা 'কালিয়দমন' নাটত অতি মৰ্মস্পৰ্শী হৈ উঠিছে গদ্যৰ ভাষাত: "হামাৰ পুত্ৰক কে লিয়া যাই। গোধূলি আজু বংশী বজাই কে ব্ৰজক যাৱব, কাহেক ধূলা ঝাৰি বুকে বান্ধি কোলে ধৰব, কাহেক গোৰস পান কৰাৱব। কি ভেলি, আজু মেৰি কৃষ্ণ বাপ, কাহা গেলি, এবাক্ৰো উহি তোহাৰি সন্তাপ।" ইয়াৰ পৰা

এইটো কথা স্পষ্টকৈ দেখা যায় যে শঙ্কৰদেৱৰ নাটৰ ভাষাৰ এটা সুকীয়া ৰূপ ৰক্ষিত হৈছে। এই সুকীয়া ৰূপটোক শংকৰদেৱৰ এটা বিশিষ্ট শৈলী বুলি ক'লে ভুল কৰা নহ'ব। মুঠৰ ওপৰত পূৰ্বৰ পৰা চলি অহা ভাষা, চৰ্যা-পদৰ ভাষা, শঙ্কৰদেৱৰ সমসাময়িক ভাষা, আৰু শঙ্কৰদেৱৰ প্ৰতিভা, আটাইবে সংমিশ্ৰণত শঙ্কৰদেৱে ব্ৰজবুলি ভাষাৰ এটা সুকীয়া শৈলীৰ সৃষ্টি কৰিলে। এই শৈলীৰ অৱলম্বনৰ ফলস্বৰূপে তেওঁৰ প্ৰচাৰিত বৈষ্ণৱ-ধৰ্ম জন-সাধাৰণৰ বেছি হৃদয়স্পৰ্শী হৈ উঠিল। শ্ৰীমন্ত শঙ্কৰদেৱে অসীম প্ৰতিভাৰ বলেৰে অসমীয়া ভাষাৰ বিভিন্ন শৈলীৰ সৃষ্টি কৰি অসমীয়া ভাষাক চিৰদিনৰ কাৰণে জিলিকাই ৰাখিলে।

১৬২ শঙ্কৰদেৱৰ পৰৱৰ্তী অতি উল্লেখযোগ্য লেখক হ'ল বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য, অৰ্থাৎ ভট্টদেৱ (১৫৫৮-১৬৩৮)। অসমীয়া গদ্যৰ জন্মদাতাৰূপে তেওঁ জনাজাত। আমবাৰীৰ শিলালিপিৰ পাঠোদ্ধাৰৰ দ্বাৰা অসমীয়া গদ্যৰ জন্ম-কথা তেৰ শতিকালৈ পিছুৱাই গৈছে। শঙ্কৰদেৱে ৰচনা কৰা অঙ্কীয়া নাটত সাহিত্যত অসমীয়া গদ্যৰ প্ৰয়োগ দেখা গৈছে যদিও অঙ্কীয়া নাটবোৰ কিন্তু সম্পূৰ্ণ গদ্যত ৰচনা কৰা নহয়, মাত্ৰ সূত্ৰধাৰ আৰু নাটকীয় চৰিত্ৰৰ কথাত গদ্য ব্যৱহাৰ কৰা হৈছে। সেই গদ্য ব্ৰজ-বুলি-শৈলীত ৰচনা কৰা। শঙ্কৰদেৱৰ সময়তে 'ভক্তিৰস-তৰঙ্গিণী' নামৰ গ্ৰন্থখন ৰচনা কৰি হৰিদেৱে (১৪২৬) সাহিত্যত অসমীয়া গদ্যৰ প্ৰথম চানেকি দাঙি ধৰে [ দ্ৰষ্টব্য: পৰিশিষ্ট: তিনি ]' ভট্টদেৱৰ 'কথা-ভাগৱত' আৰু 'কথা গীতা' সম্পূৰ্ণৰূপে গদ্যত ৰচনা কৰা। ভট্টদেৱে তেওঁৰ প্ৰসিদ্ধ 'কথা-ভাগৱত'খন দামোদৰদেৱৰ 'আজ্ঞা' অনুসৰি 'স্ত্ৰীশূদ্ৰ সৰ্ব্বলোকে' বুজিব পৰাকৈ ভাঙনি কৰি উলিয়াইছিল। 'কথা-গীতা' পিছত লেখি উলিয়ায়। তেওঁৰ ৰচনাৰ ভাষা সম্বন্ধে আলোচকসকলে নানা ধৰণৰ মন্তব্য দিছে। বেছিভাগ সমালোচক তেওঁৰ ভাষা সংস্কৃতীয়া', "তেওঁৰ গদ্যত ব্যৱহাৰ কৰা ভাষা সেই যুগৰ চলিত ভাষা নহয়', "দৈনন্দিন কথ্য ভাষাক ভট্টদেৱে গ্ৰহণ কৰা নাই", ভট্টদেৱত 'বিভক্তি সম্বন্ধে বিশেষ লক্ষ্য কৰিবলগীয়া একো নাই" আদি বাক্য প্ৰয়োগ কৰিছে। ড. কাকতিৰ ভাষাত ক'বলৈ হ'লে "ভট্টদেৱৰ গদ্যত ভাষাবৈজ্ঞানিক দৃষ্টিৰে বিশেষ লক্ষ্য কৰিবলগীয়া একো নাই। তেওঁৰ গদ্য-ৰীতি সংস্কৃত শব্দৰ দ্বাৰা ভাৰাক্ৰান্ত। তেওঁৰ ভাষাতকৈ পদ্য-ৰচকসকলৰ ভাষা বেছি ঘৰুৱা আৰু কথ্য ভাষাৰ ওচৰ চপা। তেওঁৰ গদ্যই তেওঁৰ সময়ত কথিত ভাষাৰ কোনো ধাৰণা দিব নোৱাৰে।" নিৰপেক্ষ দৃষ্টিভঙ্গীৰে চালে কিন্তু ভট্টদেৱৰ 'কথা গীতা' আৰু বিশেষকৈ 'কথা-ভাগৱত'ত তেওঁৰ সময়ত প্ৰচলিত ভাষাৰ সুন্দৰ চানেকি পোৱা যায়। এই দুখন গ্ৰন্থত সংৰক্ষিত অনেক ৰূপ কামৰূপী উপভাষাত এতিয়াও প্ৰায় হুবহু ৰূপে ব্যৱহাৰ হৈ আছে। তলত সেইবোৰৰ কিছুমান উদাহৰণ দাঙি ধৰা হ'ল:

| ভট্টদেৱৰ পোৱা ৰূপ | কামৰূপীত পোৱা ৰূপ |
|---|---|
| আন্ধাৰ | আন্ধাৰ |
| আটাস পাৰ | আটাত পাৰ |
| আঘ্রাণ | আঘাণ |
| উপৰত | উপ্‌ৰোত |
| একলাই | আক্‌লাই |
| কু'ন / কুন | কুনি |
| কাখ | কাখ |
| কক | কোক |
| গল | গল |
| গাছ | গাছ |
| গণ্ | গণ্ |
| চাৰ | চাৰ্ |
| চিৰি | চিৰি |
| জান দিলা | জান দিলাক |
| জৰি | জোৰি |
| জবা দিল | জবা দিলা / দিলাক |
| টানি নেই | টানি নেই |
| ঠোঠ | ঠোঠ |
| তুমাৰ, তুমাক, তুমাত | তুমাৰ, তুমাক, তুমাত |
| ধূলা | ধূলা |
| ফেল | ফেলা |
| বেঙ্গ | বেং |
| বেঙ্গছটা | বেংছাত্তা |
| বেৰটী / বেৰপেটী | বেৰাপেটী |
| বাউ | বাউ |
| বাৰি | বাৰি |
| ভাঠি দি | ভাঠি দি |
| ভিজ | ভিজ |
| ( চক্ষু ) মুজ | চোখু মুজ |

| ভট্টদেৱৰ পোৱা ৰূপ | কামৰূপীত পোৱা ৰূপ |
|---|---|
| মঞি | মই |
| যশোদা | যশোদা |
| ৰাখিবে লাগি | ৰাইখ্‌বাক লেগি |
| লাগ পাইবা | লাগ পাবা |
| লাগ নাপাইলে | লাগ নাপালি |
| লাঙ্গুল | লেঙুৰ |
| লৈয়া জাস | লৈ যাহ |
| লোগোত | লোগোত |
| শুখা | শুখা |
| শুখান | শুখান |
| শিথান | শিথান |
| সাতটা | সাত্‌টা |
| গন্ধৰ হেন নাক | হান |
| হাঠল্ত | হাঠে |
| হাথী | হাথী |

১৬৩. প্রকৃতপক্ষে ভট্টদেৱৰ 'কথা-গীতা' আৰু 'কথা ভাগৱত'ত ব্যৱহাৰ কৰা ভাষাটো তেওঁৰ পূর্বৱর্তী মাধৱ কন্দলী, শঙ্কৰদেৱ আদিয়ে ব্যৱহাৰ কৰা ভাষাৰ পৰম্পৰাত গঢ়ি উঠা ভাষা। পূর্বৰ পৰম্পৰাৰ ভাষাৰ উপৰি ভট্টদেৱৰ সময়ত গঢ় লোৱা ভাষাৰ আন ৰূপৰ চানেকিও এই গ্রন্থ দুখনত পোৱা যায়। পূর্বৱর্তী লেখক সকলৰ ভাষাৰ পৰম্পৰাৰ নিদর্শন ভট্টদেৱৰ ভাষাৰ শব্দ-বিভক্তি, বহুবচনৰ প্রত্যয়, ক্রিয়া বিভক্তি, সর্বনাম, ক্রিয়াৰ বিভিন্ন ৰূপ (তুমুনন্ত কৃদন্ত, নাস্ত্যৰ্থক, অসমাপিকা), ক্রিয়া-বিশেষণ, সংযুক্ত শব্দৰ ব্যৱহাৰ, তুলনা-প্রথা আদিত সংৰক্ষিত হৈছে। তলৰ আলোচনাই কথাখিনিৰ প্রমাণ দাঙি ধৰিব। শব্দবিভক্তিহিচাপে ভট্টদেৱৰ ৰচনাত প্রথমা এ, দ্বিতীয়া-ক, ষষ্ঠী-ৰ/-ন, সপ্তমী -ত পোৱা যায়, যেনে, কংসে, যাক, বসুদেৱৰ, তান (প্রসাদে), গৃহত ইত্যাদি। কেতিয়াবা প্রথমা বিভক্তিয়ে তৃতীয়া আৰু সপ্তমীৰ, সপ্তমী বিভক্তিয়ে দ্বিতীয়া বিভক্তিৰ, দ্বিতীয়াই চতুর্থী আৰু ষষ্ঠীৰ কাম কৰাও দেখা যায়, যেনে, মূর্ত্তিয়ে (অৱতাৰ ধৰিছা), নেত্রজলে (ভিজাই), একশৰে (সাৰথিক ছেদিলা), গর্ভে, শুকত (পুচন্ত), মোত (কহা), গোকুলক (গৈলা), (দৈৱকীৰ গর্ভ) ৰোহিণীক (নিলে), স্বর্গক (গৈলা), মৃত্যুক, (ভয়ে), দানক (আলাই),

যুক্ত (ইহাই)। কেতিয়াবা কোনো শব্দ-বিভক্তি ব্যৱহাৰ নোহোৱাও চকুত পৰে, যেনে, মহাপুৰুষৰ লক্ষণ, তোৰ ঠাই আসিছো। ভট্টদেৱতো পঞ্চমী বিভক্তিৰ কোনো চিন নাই। অপাদানৰ অৰ্থ এনেধৰণে বুজোৱা হয়: গৃহৰ পৰা, মুখ-পদ্মৰ পৰা, যাত ব্ৰহ্মজ্ঞান অযত্নে হয় পাপত নিবৃত্তি নহৈবো, দৈৱকীত হন্তে, ৰথৰ নামি, ধনু হাতৰ খসি পড়ে। বহু-বচনৰ প্ৰত্যয়হিচাপে সব বা, গণ, ঠে আদি ব্যৱহাৰ আছে, যেনে, পুত্ৰসব, পুৰস্ত্ৰীসব, তোৰা, নটীগণে, তাঠেৰ, আঠেক, তোঠেৰ আদি। দ্বি-বচনৰ বাবে 'যুগল' শব্দৰ ব্যৱহাৰ পোৱা যায়, যেনে বাহুযুগল। নিৰ্দিষ্টতাবাচক 'গোট'ৰ ব্যৱহাৰ আছে, যেনে, গদাগোট। ক্ৰিয়া ৰূপৰ ক্ষেত্ৰত বিভিন্ন কালৰ ৰূপবোৰ এনে ধৰণৰ:

(ক) বৰ্তমান কাল: কৰোঁ, কৰু, কৰে, কৰহ, ধাৱে, পাৱে, ৰহন্ত, কহন্ত, বোলয় আদি।

(খ) ভূত-কাল: কয়ল, গৈলা, হৈল, উঠিলা শুচিল কৰিলা, নকহিলা বধিলা, গৈল, পাইলো, দেখিলে আদি

(গ) ভবিষ্যত কাল: হৈব, হৈবা, পাইবা হৈবো আদি।

(ঘ) অনুজ্ঞা: দেখ কহা, দেখা বোল, চাৱা, ৰহ, ৰাখিয়ো, কহিয়াক আদি।

১৬৩১ আন ক্ৰিয়া ৰূপৰ চানেকি তলত দিয়া ধৰণৰ

(ক) তুমুনন্ত: শুনিতে, কৰিতে বুলিবে, ৰাখিবে লাগি, প্ৰজিবাক লাগি, দিবা (ইচ্ছা কৰিলা)।

(খ) কৃদন্ত: নিবাৰ যাইবাৰ সৃজন্তা ভজন্তা (যত্ন) কৰান্ত।

(গ) নাস্ত্যৰ্থক: নকাৰে নেদেখে, নোৰে, নাপাইলো, নাবাটে, নুবুলিল, নুশুধাৱে এৰাণ নজাই, কৰণ নজাই, নাতো কৰে।

(ঘ) অসমাপিকা: ডাকি (হৰি বোল) এৰি, আনি নেদেখি, কান্দিয়া, লৈয়া, দৈয়া, হুয়া

১৬৩২ ভট্টদেৱত ক্ৰিয়াবিশেষণাত্মক ৰূপকেতবোৰ এনে ধৰণৰ: এমনে তেমনে, কেমনে, যেনে, কৈত তেৱে এনয়, মৌনে ইত্যাদি। সৰ্বনাম শব্দহিচাপে মি, ই, মঞি, আমি, তুমি, এই আদি ৰূপ আছে। 'আপুনি' শব্দৰ 'নিজ' অৰ্থতে পোৱা যায়। সংযুক্ত শব্দ বিছুমান এনেকুৱা: কৃষ্ণ-কথা, বিশ্ব-দৰশন, পাদ পদ্ম-ৰজ, পুষ্প-চন্দন-বস্ত্ৰ-অলঙ্কাৰ, স্ৰজন-পালন-সংহাৰণ, দণ্ড-ছত্ৰ-সিংহাসনাদি ইষ্ট-সংযোগ বিয়োগাদি, মুখ-নেত্ৰ-বাহু-দন্ত উৰু-পাদযুক্ত। তুলনা দেখুৱাবৰ কাৰণে ভট্টদেৱে এনে ধৰণৰ প্ৰয়োগবোৰ দেখুৱাইছে: ব্ৰাহ্মণত কৰি মোৰ চতুৰ্ভুজৰূপো প্ৰিয়তম নাহি। উত্তম জনৰ মৰণতো কৰি অকীৰ্ত্তি বড় দেখি। বুদ্ধিতো কৰি আত্মা শ্ৰেষ্ঠ।

১৬৪ ভট্টদেৱৰ ভাষাত নতুনত্ব একেবাৰে নোহোৱা নহয়। অকৰ্মক ক্ৰিয়াৰ লগত প্ৰথমা বিভক্তিৰ প্ৰয়োগ এওঁৰ ৰচনাত আছে, যেনে, কংসে নিবৰ্ত্তিয়া গৈল, অৰ্জ্জুনে ৰহিলা। নিৰ্দিষ্টতাবাচক 'টা'ৰ প্ৰয়োগ মন কৰিবলগীয়া, যেনে, সাতটা। ক্ৰিয়া ৰূপৰ ক্ষেত্ৰত বুঝই, শুধাই, পিইবে, কৰাৱে, জন্মাৱে, কৰিছি, কৰিছন্ত, লাগিছন্ত, আসিছে, হুয়াছিল, ৰখিলে, নাপাইলে (অসমাপিকা) আদি ৰূপ পোৱা যায়। পূৰ্ববৰ্তী লেখকসকলৰ ৰচনাত পোৱা ক্ৰিয়া-ৰূপৰ নোবোলোহো, নিদিবাহা, আদিৰ শেষৰ, হা, হো আদি আৰ্থিক প্ৰত্যয়বোৰৰ বিলুপ্তি ঘটিছে। চতুৰ্থী বিভক্তি 'লৈ' (তালৈ বুলি হানিলা)ৰ ব্যৱহাৰো নতুন। ভট্টদেৱৰ ৰচনাত সংযুক্ত ধাতু কিছুমানৰ ব্যৱহাৰ মন কৰিবলগীয়া, যেনে, বাদ্য কৰ, ধ্বনি কৰ, শব্দ কৰ, দুখ পাৰ, লঘু হ, পূজা কৰ, নমস্কাৰ কৰ, জোৰা দি, লাগ ধৰ্। ভট্টদেৱৰ ৰচনাত বহুবচনৰ প্ৰত্যয়চিহ্নৰূপে গুলা আৰু সমূহৰ ব্যৱহাৰ পোৱা গৈছে, যেনে, কতোগুলাক পঙ্কত ডুবিলা, প্ৰাণীসমূহ। দ্বি বচনৰ কাৰণে 'দুয়ো' শব্দৰ প্ৰয়োগ হৈছে, যেনে, তোৰা দুয়ো। ভট্টদেৱৰ ৰচনাত পৰ-সৰ্গৰ অধিক মাত্ৰাত ব্যৱহাৰ হোৱাও দেখা যায়। তলত তেনেকুইটামানৰ উল্লেখ কৰা হ'ল

আগত : তাৰাৰ আগত
উপৰত : ৰথৰ উপৰতে
নিমিত্তে : কি নিমিত্তে
নিকি : গৈলা নিকি
নু : কুনুনু স্ত্ৰী আনক ভজিবে
দ্বাৰায়ে : জ্ঞানৰ দ্বাৰায়ে
মধ্যত : ৰাক্ষসৰ মধ্যত
মধ্যে : পক্ষী মধ্যে
মতে : সাংখ্যৰ মতে
সমে : কাৰ সমে
সমুখত : বৃক্ষৰ সমুখত
হন্তাই / হাত্তাই : বিশ্বকৰ্মাৰ হাত্তাই, তাৰ হন্তাই।

১৬৫ ভট্টদেৱৰ ৰচনাত সৰ্বনাম শব্দৰ কিছুমান ৰূপ অলপ বেলেগ ধৰণে পোৱা যায়, যেনে, কুমে, কুনু, তুমাক, তুমাত, কেয়ো, আমৰা আদি। এইবোৰ পশ্চিম অসমৰ উপভাষাৰো ৰূপ। ক্ৰিয়াবিশেষণ-শব্দৰ ক্ষেত্ৰত ভট্টদেৱত একলাই, সদায়, আৰু নাইকা শব্দৰ (নাইকা নটো) প্ৰয়োগ হৈছে।

১৮৬. ভট্টদেৱৰ ৰচনাই আধুনিক অসমীয়া বাক্যৰ চানেকিও দাঙি ধৰে। তলত এনে কিছুমান বাক্য দিয়া হ'ল :

(১) তুমি বৰ অন্যায় কৰিলা
(২) তুমি কামদেব, মই ৰতি, তুমাৰ পতিব্ৰতা ভাৰ্য্যা
(৩) কুন তুমি, কাৰ দুহিতা
(৪) মই সূৰ্য্যৰ দুহিতা
(৫) যি লাগে খোজা
(৬) হে সুন্দৰী, তুমি ভয় নকৰিবা
(৭) মই আজিসে দেখিলো
(৮) আত্মাৰ পুনু বিনাশ নাই
(৯) এই আত্মাক অস্ত্ৰেয়ো নাকাটে, জলেয়ো কোমল নকাৰ
(১০) ভক্তিবিনে সকল জ্ঞান কেবলে শ্ৰম
(১১) বিষয়ী লোকৰ সংসাৰ-সাগৰ-তৰণ উপায় কেবলে হৰি-কীৰ্ত্তন
(১২) তুমি আমাৰ পিতৃ, সুহৃদ, গুৰু, দেৱতা
(১৩) তুমি বৃষৰূপী ধৰ্ম্ম
(১৪) একদিন। পৰীক্ষিত ৰাজা ধনু-শৰ ধৰি মৃগয়া কৰিতে বনক গৈলা

১৮৭ ভট্টদেৱৰ শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত ইয়াকে ক'ব পাৰি যে তেওঁ দামোদৰ দেৱৰ আজ্ঞাত সকলোৱে বুজিব পৰাকৈ গদ্যত ভাগৱতখন ৰচনা কৰোঁতে তেওঁৰ সময়ত প্ৰচলিত কথিত ভাষাৰ বেছি আশ্ৰয় ল'বলগীয়া হয়। সেই কাৰণে 'কথা-ভাগৱত'ত কথিত ভাষাৰ চানেকি প্ৰচুৰ পৰিমাণে আছে। গীতাৰ বিষয়-বস্তু আৰু ভাষা ভাগৱততকৈ সুকীয়া হোৱা কাৰণে আৰু বিশেষকৈ গীতাৰ মৰ্মাৰ্থ হৃদয়ঙ্গম কৰি 'সংক্ষেপে' বৰ্ণনা কৰোঁতে 'কথা-গীতা'ৰ কোনো কোনো ঠাইত তৎসম শব্দৰ প্ৰাচুৰ্য দেখা গৈছে, তথাপি আৱশ্যকতা অনুসৰি ভট্টদেৱে কথ্য ভাষাৰ ৰূপ আৰু সংস্কৃতীয়া ৰূপৰ সুন্দৰ মিলন ঘটাইছে। উদাহৰণস্বৰূপে এইবোৰ বাক্য চাব পাৰি : "স্বৰূপত আত্মাৰ জন্ম নাই, মৰণো নঘটে, আছে হেনো নোহে, টুটনো নাই, পৰিণামো নেদেখি, বৃদ্ধিয়ো নহয়। এই আত্মাক অস্ত্ৰেয়ো নাকাটে, অগ্নিয়ো নদহে, জলেয়ো কোমল নকৰে, বায়ুয়ো নুশুখাৱে। এতেকে অচ্ছেদ্য, অদাহ্য, অক্লেদ্য, অশোচ্য, নিত্য সৰ্ব্বগত, অচল, সনাতন, অব্যক্ত, অচিন্তা, অপ্ৰাপ্য, কৰি কহে। হেন আত্মাক জানি তুমি শোক কৰিতে যোগ্য নহবা"। শঙ্কৰদেৱৰ ব্ৰজবুলি-ভাষাটো যিদৰে এটা বিশিষ্ট শৈলী, ভট্টদেৱৰ 'কথা-গীতাৰ' ভাষাও এটা সুকীয়া শৈলী। ভট্টদেৱে

কথিত অসমীয়া ভাষাটোক গদ্যৰূপ ব্যৱহাৰ কৰি অসমীয়া ভাষাৰ সুদৃঢ় ভেটি স্থাপন কৰিলে। আন ভাষাত ক'ব'লৈ গ'লে "অসমীয়া কথ্য ভাষাই ভট্টদেৱৰ হাতত বিজয় লভিলে"।

১৬৮ চৈধ্য-শতিকাৰ পৰা ষোল-শতিকাৰ মাজৰ অন্য কবিসকলৰ, বিশেষকৈ পাঁচালী কবি পীতাম্বৰ, মনসা-কবি মনকৰ, আৰু দুৰ্গাবৰে ব্যৱহাৰ কৰা ভাষাটোলৈ লক্ষ্য কৰিলেও মাধৱ কন্দলী, শঙ্কৰদেৱ, আৰু ভট্টদেৱে ব্যৱহাৰ কৰা ভাষাৰ পৰম্পৰাৰ ধাৰাটোৱে ৰক্ষিত হোৱা দেখা যায়। ইয়াৰ দ্বাৰা প্ৰাচীন অসমীয়া ভাষাৰ কথিত স্পষ্ট ৰূপ এটা আমাৰ দৃষ্টিগোচৰ হয়। পীতাম্বৰে 'উষা-পৰিণয়'ত 'ৰচিলো পাঞ্চালি যেন বুঝে সৰ্ব্বলোকে' বুলি লেখিছে। মনকৰ, দুৰ্গাবৰ, আৰু পীতাম্বৰৰ ভাষাৰ গঠনসম্পৰ্কীয় তলৰ বৈশিষ্ট্যখিনি এই ক্ষেত্ৰত মন কৰিবলগীয়া :

(১) ক্ৰিয়া ৰূপ : (ক) নিগদতি, গাৱে তনে, বদতি, কৰাহো, কৰই বৰন্ত, কৰয়, দেন্ত, জোগায়, বোলে, জানাহ, হইস।

(খ) গেল গেলা, ভৈলা, কৰিল, বিৰচিল, ভৈল, ৰহিল, হইল, গৈল, লৈল, ধৰিলা, পেলাইলন্ত ৰচিলন্ত, ৰচিলেক।

(গ) পলাইব, গাইবো, বহিবো, কৰিবাহা।

(ঘ) দিয়োক লৈয়োক, কহিয়ো, লউ, আনহ, দেহ, নাবুলিহ, ক্ষেমিহ থাকিহ, ফুৰাহা, হোক, সুন, থাকোব।

২) কৃদন্ত ৰূপ : বসাইবাৰ, জিবাবাৰ (থান, পড়ন্তা, সুনন্তা।

(৩) তুমুনন্ত ক্ৰিয়া-ৰূপ : (সৃষ্টি) কৰিবাক, দিতে, সাজিতে।

(৪) অসমাপিকা ক্ৰিয়া ৰূপ : কৰিয়া, বসিয়া, উঠি, কৰাই (ভিমিৰ) খণ্ডিয়, পায়া (খ)।

(৫) ন্যস্ত্যাথক ক্ৰিয়া ৰূপ : নাজানো, নাদেখিয়া, নুশুনোক, নাজায়ো, নুজুৱাই কহিতে নাজুআই, নৰহে।

(৬) শব্দ বিভক্তি : প্ৰথমা -এ, দ্বিতীয়া—ক, ষষ্ঠী —ৰ/ন (পোএাৰ পাঞ্চালি, সুবৰ্ণৰ, ৰতনেৰ, চন্দনেৰ, তাহান), সপ্তমী—ত। প্ৰথমা বিভক্তিৰ দ্বাৰা তৃতীয়া আৰু সপ্তমীৰ, সপ্তমীৰ দ্বাৰা দ্বিতীয়া বিভক্তিৰ কামো চলোৱা হয়, যেনে, হাতে নাজানো, মুখে নাজানো, মায়ে, চৰণে, মায়ত কহে। কেতিয়াবা শব্দ বিভক্তিৰ প্ৰয়োগো নহয় যেনে, তোতলা চৰণে। অপাদান কাৰক বুজাবলৈ এনে ধৰণৰ ব্যৱস্থা আছে : কোথাইৰ পৰা, সাগৰেৰ পৰা, স্বৰ্গ হন্তে, এঠা হন্তে, ভাণ্ডাৰৰ হন্তে, উত্তৰ হন্তে, সিংহৰ নামিয়া। নিমিত্ত কাৰক বুজাবলৈ এনে প্ৰয়োগ হোৱা দেখা যায় : ঘৰক আইল, মেদিনীক লাগি, দুৰ্গাক লাগিয়া।

(৭) বহুবচনাত্মক প্ৰত্যয় : -সব, -গণ, -বা, চয়, -সম্বা ( এসব, নাৰীগণ, আৰা, তোৰা, ধেনুচয়, ভেসম্বা )

(৮) নিৰ্দিষ্টতাৰাচক প্ৰত্যয় : গোটা, খান, খানি, গাচি, পাত, জন । তিমাগোট, লাঙ্গগোট, ঢাকগোট, তিনিগোট , থলখান, মণ্ডপখানি , বাৰগাচি নাৰিকল, একপাত ফুল : আনজন ) ।

(৯) ক্ৰিয়াবিশেষণাত্মক শব্দ : এলা, ঝান্টে, কেমনে, কমনে, কেনে, হেনয় ।

(১০) স্বাৰ্থিক প্ৰত্যয় : ( বাসুয়া ) কমাইতেৰে, ( হাবি খাটে ) বৈয়াৰে, খাৱৰে । তু উঠৰে উঠ বাপু । ব গী ।

(১১) তুলনা : পুৰুষত কৰিয়া তিৰিৰ বৰ বোধ, তোমাত আগল আছে বেহুলাই সুন্দৰী ।

(১২) শব্দ প্ৰয়োগ : অথিতি, অপ্ৰাজিতা, আটাল, আঠুকুৰ, উকতি চা, কামা 'কাটি', কতি, কথি ( গেলা ), কাদা 'বোকা', কাঙ্কই 'ফণি', কাউৰ, কাঙ্কৰা, গল, 'ডিঙি', গুয়া গুৱা', চাগল, চিলান, চতক, ছাৰ, জল, ঝাৰা, ঠোঁঠ, ঠোকনা, ডাক ডাকিস, ডিমা, ঢাক, তৰ 'বাম', দহ 'দ', দাৰু 'ঔষধ', নাউ 'নাম', নাগেশ্বৰ, নিন্দ, বৰ দৰা', বাহিৰাইল, বৈনী ভাড়ি 'ভাণ্ড', ভোখ, ভিজ্, ভুখিল, ভাৰ্যা কৰ মমা/মামা, মহৰি 'আঠুৱা' ৰূপা লাঙ্গুল, লিথান, সুতাৰ বাটৈ', সাবি পা', 'সাৰপা', হাসিনি, হাঠ্ 'খোজ কাঢ্', ইত্যাদি ।

১৬৯ মনকৰ, দুৰ্গাবৰ, আৰু পীতাম্বৰৰ ভাষাই পশ্চিম-অসমৰ উপভাষাবো প্ৰতিনিধিত্ব কৰিছে ।

# চতুৰ্থ অধ্যায়

## মধ্যযুগীয় অসমীয়া

### ( সোতৰ শতিকাৰ পৰা উনৈশ শতিকাৰ প্ৰাৰম্ভলৈকে )

১৭০ প্ৰাচীন কালৰে পৰা কোচ-ৰাজত্বৰ শেষলৈকে ( সোতৰ শতিকা ) নামনি অসমতে সাহিত্যৰ কেন্দ্ৰ গঢ়ি উঠিছিল। তাৰ পাছত এই কেন্দ্ৰ উজনি অসমৰ আহোম-ৰাজধানীলৈ স্থানান্তৰিত হয়। আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত অসমীয়া ভাষাটোৱে নানা ধৰণৰ বুৰঞ্জী আৰু বিবিধ বিষয়ৰ কিতাপ-পত্ৰত ব্যৱহৃত হৈ নতুন জীপ পায়। আন সাহিত্য ৰচিত হ'লেও আহোম যুগৰ বুৰঞ্জী সাহিত্যৰ সংখ্যাই আটাইতকৈ বেছি বুলি কোৱা হৈছে। এই সাহিত্যত সংৰক্ষিত ভাষা হৈছে "আহোম ৰাজ্যৰ সাধাৰণ মানুহৰ মুখৰ মাত-কথা আৰু ৰাজ-চ'ৰাৰ শাসকীয় ভাষাৰ চানেকি"। ত্ৰয়োদশ শতিকাত ৰাজ্য প্ৰতিষ্ঠা কৰা আহোমসকলে নিজৰ ভাষাৰেই বুৰঞ্জী লেখিছিল, প্ৰশাসনীয় কাৰ্য পৰিচালনা কৰিছিল, আৰু কথা-বতৰা পাতিছিল। কিন্তু দুশ বছৰমানৰ ভিতৰতে তেওঁলোক দ্বিভাষী হৈ পৰিছিল। ষোড়শ শতিকাৰ পৰাই আহোমসকলে আহোম ভাষাৰ উপৰিও সমান্তৰালভাৱে অসমীয়া ভাষাৰে বুৰঞ্জী লেখিবলৈ আৰম্ভ কৰে। বুৰঞ্জী-সাহিত্যৰ সময় ষোড়শ শতিকাৰ পৰা উনবিংশ শতিকালৈকে।[৯৭] আহোমসকলৰ ৰাজত্বকালত ৰচনা কৰা বুৰঞ্জীবোৰৰ ভাষাই অসমীয়া ভাষাৰ বিকাশৰ নতুন দিশ এটাৰ ইঙ্গিত দিয়ে। তদুপৰি বুৰঞ্জীৰ ভাষাই পুৰণি অসমীয়া ভাষাৰ ঐতিহ্য আৰু পৰম্পৰাও বহন কৰে। পশ্চিম অসমৰ ভাষাৰ যথেষ্ট-ৰূপে হোৱা প্ৰয়োগ বুৰঞ্জীবোৰৰ ভাষাৰ আন এটা লক্ষ্য কৰিবলগীয়া কথা।

১৭১ ধ্বনি তত্ত্বৰ দৃষ্টিৰে চালে বুৰঞ্জীৰ ভাষাত সংস্কৃত আৰু অসমীয়া মান্য ভাষাৰ ধ্বনি কেতবোৰৰ বিশেষভাৱে পৰিবৰ্তন হোৱা দেখা যায়। উদাহৰণ :

(ক) ক > খ : পৰীক্ষিত/পৰীখিত, দখিন, খেমাশীল, তু কাম দখিন।
খ > গ : বৈশাখ/বৈশাগ/বৈহাগ, তু কাম বৈহাগ।
শ খ : দশৰথী, দখোদেখি, তু কাম দখৰথ ( দশৰথ )।
ষ > হ : শেহ ( শেষ ), বৰ্জভৰবেহু ( বজ্ৰভয়ৰেষু ), দুহী ( দোষী )।
স > খ : প্ৰখন ( প্ৰসন্ন ), তু কাম তুলেখী ( তুলসী )।
ৰ > ল : শৰীল ( শৰীৰ ), তু কাম শৰীল।

---

৯৭ গগৈ, লীলা : শৰাইঘাটৰ যুদ্ধৰ কথা, ১৯৭৭

শ>হ : বহ ( বশ ), কোহ ( ক্রোশ )।

ষ>খ : চহ্ন-খ ( হ-ষ ), তু কাম. আখা ( আশা )।

স>হ : বহতি ( বসতি ), তু কাম বহ ( বস )।

র>ৰ : নব ( নৱ ) বছৰ।

ষ্ণ>ষ্ট : বিষ্টো ( বিষ্ণু ), তু কাম বিষ্টু।

হ্র>ৰ : ৰাস ( হ্রাস ), তু পূ অস ৰাস।

জ>ঝ : মুঝ ( মুঁজ )।

(খ) বুৰঞ্জীৰ ভাষাত মান্য ভাষাত হোৱা নিম্ন স্বৰ-ধ্বনিৰ ঠাইত কোনো কোনো ক্ষেত্রত উচ্চ স্বৰ-ধ্বনিৰ প্রয়োগ হোৱা দেখা যায় ( কামৰূপী উপভাষাৰো ই এটা বিশিষ্ট লক্ষণ )। কেতিয়াবা উচ্চ স্বৰ ধ্বনিৰ নিম্ন স্বৰ-ধ্বনিলৈ পৰিবর্তন হোৱা ৰূপো একেলগে পোৱা যায়। উদাহৰণ :

তিৰতা/তিৰুতা/তিৰোতা তু কাম তামুল, ম' অস তামোল।
তুৰ/তোৰ।
সুধা ( সোধা ) পষ্ট।
যুব ( যোব )
উপজিব ( ওপজিব )
হাটখুৱা ( হাটখোৱা )।
সাজিছি ( সাজি'ছ ) ইত্যাদি।

১৭২ বুৰঞ্জীৰ ভাষাত সংৰক্ষিত প্রাচীন অসমীয়া ভাষাৰ ৰূপ কিছুমান এনে ধৰণৰ : ( দুই ) কুমাৰ, ( কন্যাৰ কাৰণে ) কহিলন্ত, পাঞ্চি পঠাই, কৈক, হৈত তান ( পুত্র ), পাঞ্চ, তাঙ্ক, আপোন দেশক গৈলা, ভৈৰপৰা, তেবেসে, স্বপ্নৰ লাগি, সিংহাসনৰ নামা, সেনামানে, বৌৰৰ স'ম, ধৰিবাক প্রতি, দিয়োক, মজ্রি, হাঠিয়া চলন্তে, জিনিতে ( পাৰিব ), দিয়া, হুয়া, হইয়া, হৈল গৈল, জনমিল, বৈলা, থৈলা, আহিবাৰ/আসিবাৰ, মাথাত হন্তে, তোমাত হন্তে, আম্বাৰ ( ঘৰত ), পাতিলেক, দিনগোট, এইগোট, ইগোট এগোটা, লোম, তোৰ সঙ্গতে যাবোঁ, মানস নদীক লাগি, বেটাক লাগি, খেদাইলেক, যৈসানি, ডাঙ্গৰীয়াসব, ৰজাবর্গ, ৰাজাগণে হৈবাক লাগি, তাসম্বা, কেমনে, যেমনে, যে, সে, কে, কেহো তাৰা, কাহাকো, কহন নাযায়।

১৭৩ বুৰঞ্জীৰ ভাষাত পশ্চিম-অসমৰ ভাষাৰ ৰূপো প্রচুৰ পৰিমাণে সংৰক্ষিত হৈছে। তলত সেইবোৰৰ কিছুমান উদাহৰণ দাঙি ধৰা হ'ল : অস্মো, বিশ্বোনাথ, ভস্মো, আঘণ ( মাহ ), বেলা ( হ'ল ) চপকৰে ( তৎক্ষণাৎ ), টেঙ্কাৰ মান ( পোৱাল ১টা ), (এই

কথা কহিম ) ষাট. বাত-বাত্ৰা, লোৱা ( লো ) লোহা, ( নোৱৰা ) হেন, ( বুকু ) চিখি, ওঠৈৰ, এঠৈৰ, ছাল ( ছেলাই ), শৈহ পথ, ভৰ ( বাম ), পাছ, বয়া, নাও ( নাম ), আহৌক, পাঞা থাকৌক, ইৰাল, গেল, আই ( মা ), বৰ্জো, আন্ধাৰ, থলে নি, আভ থাকি ( ইয়াতৈক ), গল ( ডিঙি ), হেন সমাই ( এনে সময়), কাও গুলি (গুলা), কি লাগে কক, ( ভনীয়েক এটা, তামকা (তামচা) কৰে"। তোমোৰা/তোমুৰা/তোত্ৰা, মানুষৰ ( মানুশৰ ) হস্তে, ( ঋণী ) হলু, লাঙ্গতা, আৰী ( পাখীৰ ), গিলিপ, ডোল, বৰা ( গাহৰি ), সুমাই, (ৰাতি) খপ্ বৈনি বৰিহনা ( বৈহৰাণা ) মেঘো বৈহাগু (বৈহোও), মানুষ ( মানুশ ), জল, চাৰা বাঁয়ক মামোৰা ( মাতৃহীন ), চন্দ্ৰনাৰাণ, আমৰা ( আমি ) জানিছ, উমৰা, পাইছেন, দিছি, তামাৰ ( পূৰ্ব্বে , গোসা কৰ, কুকমা, ছাগল, দামাল ( দলং ) ।

১৭৪ শব্দ মালাৰ দৃষ্টিৰে চালে বুৰঞ্জীৰ ভাষাত নানা ধৰণৰ শব্দৰ মিশ্ৰণ ঘটা দেখা যায়। তৎসম, অৰ্দ্ধতৎসম তদ্ভৱ, দেশী বিদেশী ( আৰবী, পাৰছী, হিন্দী ) শব্দৰ উপৰি আহোম আৰু আন জনজাতীয় ভাষাৰ শব্দও বুৰঞ্জীবোৰত ব্যৱহাৰ হোৱা দেখা গৈছে। তলত বিবিধ শব্দ মালাৰ তালিকা দিয়া হ'ল :

(ক তৎসম শব্দহিচাপে এই শব্দবোৰ চাব পাৰি: দধি, দুগ্ধ, ঘৃত, দন্ত, দণ্ড ছত্ৰ, গো ব্ৰাহ্মণ, দৈৱজ্ঞ বৈদ্য, কায়স্থ, স্বপ্ন, ক্ৰন্দন, ভয়-ভ্ৰান্তি, কন্যা, পুত্ৰ, ৰাত্ৰি, সৰ্প শয্যা ভাৰ্য্যা, অৰ্থ, তীৰ্থ, দান-দক্ষিণা মনুষ্য, দেৱতা, বাত বৃষ্টি, ৰাজা, মধ্য, আগত পূজা সেৱা মন্ত্ৰ, অন্যায়-অধৰ্ম ইত্যাদি। তৎসম শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰত তলৰ বা ক্যটাও মন কৰিবলগীয়া : ৰাজাৰ লক্ষণ : আকুঞ্চিত কেশ, সিংহস্কন্ধ গ্ৰীৱা, হস্ত পাদ চক্ষু ৰক্তবৰ্ণ, দক্ষিণ হস্তত তিনিটা তিল, শঙ্খ-পদ্ম বাম হস্তত অঙ্কুশ, গদা। উদৰত তিনিটা ৰেখা, কান্তি শ্ৰীমন্ত। এনয় চিহ্নযুক্ত ইন্দ্ৰপুত্ৰে ১০৭১ শকত স্বৰ্ণাদি পৰ্ব্বতত কিৰাতসকলৰ ৰাজা হ'ল। তেওঁৰ পুত্ৰ মহাতেজস্বী ৰাজনীতি ভেদকো জানাতা প্ৰচণ্ড চৰিত্ৰ উদ্যমশীল স্তম্ভন বশীকৰণ এই সকলকো জানে, ভৱিষ্যৎ কাৰ্যকো জানে, পিঠি কোখ গল উপস্তত ৰাজ-চিহ্ন আছে , দুই হস্তত যৱ-অঙ্কুশ, অনামিকা, কনিষ্ঠ অঙ্গুলি সমান, হস্ত-পাদ চক্ষু ৰক্ত এনে পিতৃ স্বৰ্গী হ'লত ১০১১ শকত ৰাজা হ'ল।

[ দেওধাই অসম বুৰঞ্জী ]। আকৌ ই আখ্যানং সমাপ্তং ( পাদশ্বাহ বুৰঞ্জী )।

(খ) অৰ্দ্ধ তৎসম শব্দ বিদ্যমান এনেকুৱা : শুকিলা/শুকুলা, মুকুতা, কিৰিখি, ৰৰিষণ, ঘৰিণী, পাতৰ ( পাত্ৰ ) আদি।

(গ) তদ্ভৱ আৰু আন শব্দ : হাতী, ঘোঁৰা দাঁত, মুৰ, গৰু, ম'হ, মেঠন, গাহৰি, বামুণ, কাথ, কলিতা, হিলৈ, বাৰু, বৰ্চ্চা, ডিঙি ভূৱ, কঁহাৰ, সোণাৰী,

তেলী, মালী, ধোবা, বাটৈ, চমাৰ, কমাৰ কুমাৰ, তাঁতী, কেওঁট, কোচ, চুটিয়া, গৰীয়া, মৰীয়া, হাৰি, আঠুৱা, টেমী, কটাৰী, ধান, কোমোৰা, কচু, আদা, কেৰেলা, বেঙেনা, বগাহ, হাঁহ পাৰ, কুকুৰা, ছাগ, পহু, মাছ, কাছ, চাউল, লোণ, তেল, গুৰ, ধুঞাপাত, তামোল, পাণ, আৰৈ চাউল, মুগুমাহ, মাটিমাহ, হালধি গুড়ি, ভোগজীৰা, হিঙ্গ, খৰি, ভোটমৰিচ, চূণ চক-হাড়ী, তাল, আম, কঠাল, বেল, নাৰিকল, তাম পিতল, সোণ, কাঁহ, জাতিফল, কাপৰ, মোট, লাড়ু, কাঠী, কামি, চৰ্দ্দাৰ, ভৰ, আদমি, ফৌজ, গোলাম, খুব, নাবাব, খাজানা নগদ, দস্তুৰ, তিয়াৰ (তৈয়াৰ, নফৰ, কপীয়া, বিছান, খেদ, কোবাণ লাল, ছফেদ, খাতিৰ, খুচি, মালুম, জৰ্দ, ছবুজ, সলাহ, পয়দা, চাগিৰ (চাগিৰ্দ) মহিনা, দুসমন, নেমাজ, ওজু, ফাৰাক ইত্যাদি।

(ঘ) আহোম শব্দ আৰু অসমীয়া শব্দৰ লগত আহোম শব্দ: মহাৰাজাৰ থকা ঘৰ হোলোং লেচাম বুলি ভালুক, লেচাই বুলি বাঘ লাঙ্গু বুলি সাপ, লাচিত বুলি উদ, লাপেত বুলি মেকুৰী, লাউ বুলি বান্দৰ, চোখাম কৰি, খেম কৰ গৈ খুনবাৰ, মাইহাং, চকলং, লাংনি কাযুত, লাকনি বাপচান, লাকনি বাইমিত ইত্যাদি।

(ঙ) সম্বন্ধবাচক শব্দ: জোঁৱাই, শহুৰ, জেঠেৰি বৈনাই, ভাগিনী, ভাৰ্য্যা ঘৈণী, বাপেৰ, বাপেক পুতেক, ভায়ৰ, ভায়েক, এনায়েক, পুথাৱক, ভনী, জিয়ৰী, বৰপুতেৰ, বৰ মাজু পুতেক, সৰু মাজু পুতেক সৰু পুতেক, বুপা ককা পো, পুলিন পুথাও, নাতি ৰবা আজো ৰকা ইত্যাদি।

(চ) সৰ্বনাম আৰু সংখ্যাবাচক শব্দ: আপোনাৰ (নিজৰ), আপুনি (নিজে), তাৰ সিহঁত তেম্ৰা তম্ৰি, মম্ৰি, সিসকল তান (তাৰ), পোন্ধৰটা, এঘাৰটা, আ ৰ (পুৰুষ) আদি।

(ছ) প্ৰতিধ্বন্যাত্মক শব্দ: ধৰ-খুত ঘাট-ফাঁটি, বা-বাহন, খনুহ দুনুহ, বং চং, ডা ডাঙৰীয়া, চ চকী, ছা ছোৱালী, ফা-ফুকন

(জ) সংযুক্ত শব্দ: তামোল-পাণ, বোল-বচন, দুখ-মৰম, আনন্দ উৎসৱ ভূত-পিশাচ ভূত-ভৱিষ্যত, শাক কচু পাণ-গুৰা, অস্ত্ৰ-শস্ত্ৰ, মাছ পছু, কোৰা-ছিলা, হাতী-ঘোঁৰা, মহ খুঁজ ধোৱা পিন্ধা, বাটি-লোটা, দ্ৰব্য-বস্তু শৰ-ভাৰ, নক্ষত্ৰ-যুদ্ধ, সূৰ্য্য গ্ৰহণ, সুবৰ্ণ-গো ভূমি-ৰজত, জোঁৱাই বৰণ, কড়ি টোপোলা, শিলিখা তল, তলে-ওপৰে-বাৰে।

(ঝ) ক্ৰিয়াবিশেষণাত্মক শব্দ: যেনেৰূপে, এইৰূপে, ভালৰূপে, বিৰূপে, আত (ইয়াত), আতে (ইয়াতে), আতপাচে (তাৰ পাছত), একদিনাপ্ৰতি/এদিনাপ্ৰতি (এদিনাখন) একদিন (এদিন), নাইকিয়াকৈ (নোহোৱাকৈ), সপ্ৰপাঞ্চ, তেবেসে, যেমনে, কিকৈ, প্ৰভাতে, ৰাত্ৰিপুৱাতে, হিন্দুমতে, এখেৰ (ইয়াৰ), এখেতে (ইয়াতে), এখেলৈ (ইয়ালৈ) তলৈ (তালৈ), তত (তাত)।

১৭৫ বুৰঞ্জীৰ ভাষাৰ ৰূপতাত্ত্বিক বৈশিষ্ট্য কিছুমান তলত দিয়া ধৰণৰ :

(ক) বহুবচনাত্মক প্ৰত্যয় :

ভুৰ/ভোৰ/বোৰ : খোৰা বহা সকলোভুৰ , ইভোৰ, আমাৰ ভোৰ ,
ইবোৰ, সেবোৰ, সিবোৰ/সিভোৰ।

বোলাক/বিলাক : ইবোলাক, সি বোলাক, নেওগ বিলাক।

হঁত/হেঁত : ভইহঁত, বাপাহঁত, ইহেঁত।

সকল : এইসকল, ৰাজাসকল, ভাগৰীয়াসকল,
বস্তুসকল, দুখসকল, বাদ্যসকল।

(খ) নিৰ্দিষ্টতাৱাচক প্ৰত্যয় :

কেইটা : পৰিচাৰককেইটা

খন/খান : তিনিখন, ডাংলখন, কন্যাখান, কোনখান

গছ : ছিৰী দুগছ

চলু : পানীচলু

জন জনা/জনী : দহজন, তিনিজনা, তিনিজনী

ট / টা টি : একটা ( কন্যা ), ঘৰ অটা, লৰাটি, টেকেল-অটা, এটা,
এইটক, মানুহটত

টো : দৰাটো মৈদামটো

টুপলি : লোণ-এটুপলি

ডাল : একডাল গছ, খৰিকাডাল

ডুখৰি : বানি এডুখৰি

ধাৰ : বিৰিঙ্ধাৰ

পাট : তিনিপাট ( কাড় )

বাটি : পঞ্চামৃত-এবাটি

মথা : কছাৰী-এমথা

যোৰ/যুৰ/যুৰি : খাৰু এযোৰ, শিং বাৰযুৰ, চেংকুকুৰা এজুৰি

সাজ : কাপোৰ-দুসাজ

সজা : চৰাই-এসজা

(গ) অনিৰ্দিষ্টতাৱাচক প্ৰত্যয় :

চাৰিয়েক ( দিন চাৰিয়েক )
চাৰেক ( খোটচাৰেক )
মান ( এপৰমান ৰাতি ), একহাতমান, একবেঞ্জোমান
দেক ( জনদেক পঞ্জা ভূঞা )

(ঘ) শব্দ-বিভক্তি :

প্ৰথমা- এ : পখীয়ে
দ্বিতীয়া- ক : প্ৰজাক
তৃতীয়া- বে : অথলাবে
চতুৰ্থী- লৈ : স্বৰ্গলৈ
ষষ্ঠী- ৰ : সোণৰ
সপ্তমী- ত : অৰণ্যত

ক্ৰিয়াটো সকৰ্মক হ'লে সচৰাচৰ কৰ্তাৰ পাছত প্ৰথমা এ বিভক্তি যোগ হয়, যেনে, ৰজাদেৱে কটকী পঠালে। কেতিয়াবা কেতিয়াবা ক্ৰিয়াটো অকৰ্মক হ'লেও প্ৰথমা বিভক্তি যোগ হোৱা দেখা যায় যেনে, মহাৰাজাই শদিয়া নগৰলৈ গ'ল। ৰজাদেৱে দিহিঙলৈ গ'ল। প্ৰথমা বিভক্তিয়ে কেতিয়াবা তৃতীয়া বিভক্তিৰ, কেতিয়াবা সপ্তমী বিভক্তিৰ, আৰু কেতিয়াবা পঞ্চমী বিভক্তিৰ কাম চলোৱা উদাহৰণ বুৰঞ্জীৰ ভাষাত আছে ঃ নাৱে গ'ল, যুদ্ধে বাপ নোৱাৰি, কটকীৰ মুখে। দ্বিতীয়া বিভক্তিয়ে কেতিয়াবা চতুৰ্থীৰ কামো কৰে ঃ চুক্ৰানফাৰ ঠাইক মানুহ পঠালে, অৰণ্যক গ'ল। দ্বিতীয়া বিভক্তিৰ সলনি সপ্তমী বিভক্তিৰ প্ৰয়োগো নোহোৱা নহয়, যেনে, কিংলুঙে ৰজাদেৱত কলে, চুকাফা ৰাজাত কলেহি। কেতিয়াবা কোনো শব্দ-বিভক্তিৰ ব্যৱহাৰ নোহোৱা উদাহৰণো আছে ঃ ৰজা মৃত্যু হ'ল। তৃতীয়া বিভক্তি -বেৰ উপৰি -এৰে/যেৰে আদিৰ ব্যৱহাৰ পোৱা যায় : পাখিএৰে, তুমিয়েৰে, আমিয়েৰে, সুৰাঞৰে (সুৰাৰে) ইত্যাদি। অপাদান অৰ্থত ষষ্ঠী 'ৰ'ৰ পাছত পৰা পৰ সৰ্গ ব্যৱহাৰ কৰা হয় ঃ দুখৰ পৰা।

(ঙ) ক্ৰিয়া-ৰূপ ঃ (১) পাৱে, সোমায়, ওলায়, খুৱায় হয় এৰ, পাওঁ, জিৰাওঁ, আছে, ধয়, কৰে, বহে, আনে।

(২) জন্মিলে, প্ৰজিলে, বুজিলে, পঠাই দিলে, থব দিলে, বহুৱালে, ধৰিলে, কলে।

( ) কৰিবি, মাৰিব, দিম, যাম, পচিব, খহিব, হব, মানিবা, বৰিবা, থাকিবা।

(৪) শুনিছোঁ, আছোঁ, পাইছোঁ।

(চ) তুমুনন্ত ক্ৰিয়া ৰূপ : হবাক (ইচ্ছা), যাব (দিলে), ধৰিব (দিলে), চাব দিলে), চাবলৈ (যা)।

(ছ) কৃদন্ত ৰূপ : জিকিবৰ শুনি, যাবৰ দেখি, কিনিবৰ ছলে, ওলাতে-সোমাতে

(জ) নাস্ত্যৰ্থক ক্ৰিয়া ৰূপ : নালাগে, / নেলাগে নাজানে, নেৰাজে, নাজানো, নাখাব, নুখুৱাব, নুওচ, নাপাহৰিবি, নিদিলি, নেদিলি, নোবোলে, নোসোমাই, নকৈছিল, নকৰে।

(ঝ) চৰ্তসাপেক্ষতা : সত্ৰাজিতকো ধৰি দিব পাৰিলেহেঁতেন, মিত্ৰৰ কাৰণেহে নিদিলে। ইয়াৰ্ক কাটিলেহেঁতেন, পণ্ডিতক নাকাটো। মই যদি ৰজা হলোঁহেঁতেন, ম'হ খোৱাক ম'হ ছাগ খোৱাক ছাগ, মেঠন খোৱাক মেঠন, এইৰূপ দিলোঁহেঁতেন।

(ঞ) তুলনা-বাচকতাৰ ৰূপ : তোতকৈ মোৰ স্নেহৰ মানুহ আন নাই। আমাতকৈ খানিক ছাৰ হ'ব।

(ট) পৰসৰ্গ : উপৰত : টোকলাৰ ওপৰত
ওপৰে : চৰাৰ ওপৰে
কাৰণে : ৰবৰ কাৰণে
গৈ : থাকক গৈ
তলত : মাটিৰ তলত
দ্বাৰে : সেনানৰ দ্বাৰে
নামে : ৰজনী নামে
নিমিত্তে : আঁৰজিবৰ নিমিত্তে
নিকি : এতিয়া নিকি (এনে কথা কব
মধ্যত : ৰাজ্যৰ মধ্যত ভাতৃৰ মধ্যত
লগত : তাৰ লগত
সৈতে : ৰৰ, বুকে সৈতে মানুহ সৈতে
হতুৱাই : গোঁসাইৰ হতুৱাই
চি/আদি : ... চি, সোমাল চি ৰল আদি
হুন্ন : কলেহুন

১৭৮ বুৰঞ্জীৰ ভাষাত কিছুমান বিশিষ্ট প্ৰয়োগ চকুত পৰে। তলত তেনে প্ৰয়োগ (সংযোগৰ দাঙি ধৰা হ'ল : সমস্ত (আটায়), গধূলি বেলা, দুপৰ ৰাতি ৰজাদেৱ ভোজনত আছিলে ৰজাদেৱ শিলাগামত আছিল, এপৰমান ৰাতি আছেঁতে মধ্যৰাতি সৱলো মূলি, সমালোচন কৈ আলোচনা কৰি) নিৰ্ভৰ নিদ্ৰা (ঘোৰ নিদ্ৰা আনকাদিনা/আনাদিনা (আন দিনাখন), আঘোণৰ একপক্ষ আছিতে অৰুণোদয় বেলা, তিনি বেলি (তিনিবাৰ), গতায়াত/আয়াযাত/গতাগত (অহা-যোৱা), সন্তোষ হৈ মই পুনৰ্ব্বাৰ স্বৰ্গক আসিম, কিছো নাইকিছিলে (নাছিল), নপৰিয়া পৰ (নবীয় পৰ), পৰিল (মৰিল), কতোদিন আছি (থাকি), সবো মিলি, যি বস্তু আছিলমানে, পুছিলে (সুধিলে, তাঞ্চি (তেওঁ), বেসময়ত অলপবহীয়া (মানুহ), বৰ আদমি (ডাঙৰ মানুহ), বৰ-বেটা (ডাঙৰ ল'ৰা), খৰচি (কৰি, গোচৰিলে (গোচৰ দিলে)।

১৭৭ যুগভীত পোৱা বাক্য-ৰীতিৰ নিদৰ্শনহিচাপে তলৰ বাক্যবোৰ মন কৰিবলগীয়া :

পাছে কিংলুঙ্গে এই কথা বজাদেৱত কলে ।

মহাৰাজাই শুনিয়া নগৰলৈ গ'ল ।

বজাদেৱ শিলাগ্ৰামতে আছিল ।

একে হাবিতে দুটা মত্তা বাঘ, হাতী নাথাকে ।

একে পাট'ত দুটা ৰজাও নাথাকে ।

যেতিয়া যি কথা হয়, যি মৰে, যাক পাওঁ, সকলো কথা পণ্ডিতত লেখি ৰাখিব ।

কাঠৰ গড বান্ধিম পচিব, মাটিৰ গড় বান্ধিম খহিব । মই কথাৰ গড় বান্ধি দিছোঁ, প্ৰাণ-পৰিভুগী হব ।

লাউ তল যাব, শিল উপঙ্গিব কোৱা বগা হব, বগ কলা হব আৰু ব্ৰহ্মপুত্ৰে উভতি গতি কৰিব, তেৰে কি মোৰ কবুল ছাৰিব ?

স্বৰ্গদেৱক মৰম বেথা কৰিবা । অসূয়া-অপ্ৰীতি নকৰিবা ।

সিও বজা হ'ল । সি অপুত্ৰক । তাৰ মাক-বাপেক কেও নাই ।

সোণৰ মেকুৰীটি মোক দে। মোৰ জীয়ৈ পৰপুৰুষৰ মুখ দেখা নাই, লোকৰ ঘৰলৈকো যোৱা নাই কিকৈ এনে হ'ল

মোৰ ভাগৰ লাগিছে । মই জিৰাওঁ । তাৰ ঘৰতে বজা গৈ

মোৰ প্ৰসাদে ত এত্ত মোক পাবিহি। মই লান্ঢাবৰ । মোৰ কেও নাই । যত পাও তাতে থাকোঁ । মই তোক পুহিম । কিনো অযোগ্য কাম কৰিলোঁ , পতিব্ৰতা ধৰ্মকো এৰিলোঁ । গেলি পোক পৰিব, দিনে দিনে তাকে ভাজি খাম । তিনি মানে মনে থাক । তিনি কোন ক ি তোমো নাই কেও, মোৰো নাই কেও, দুয়ো, ইয়াতে থাকিম

তোক মই এই দেশৰ ৰাজা পাতিলোঁ ।

আমাৰ ম কন্যা দি মিত্ৰ কৰক ।

তুমি দুখ নকৰিবা, মই সোণৰ বিড়ালী গঢ়াই দিম

বাট-পথো দুৰ্গম, দেশো দূৰৈ ।

আগতকৈ তেজ শক্তিও বাস পৰিল ।

যেতিয়া কণিৰ পৰা গছ গজিব, শুকান ডালত কুঁহিপাত ওলাব, আৰু কোৱা বগা হব তেতিয়াহে তইত শাপমুক্ত হবি ।

তেওঁ কলৈ গ'ল বা তেওঁৰ কি হ'ল কোনেও ভু নেপালে ।

মঞি কোনধন কৰিব পাৰোঁ চাওঁ ।

ঘনশ্যাম মোৰ ভাই হয়।
তোৰ ভাৰ্য্যা চন্দ্ৰপ্ৰভাক মোক দি।
আজি মোলৈ ভাত কিয় নিনিলি ?
বৰ গছৰ তলতে মদ ভাত খালি।
মই তোক হাক দিলোঁ।
মোৰ কথা শুনি নামানিলি।
পাদশ্যাৰ ৰাজ্যৰ পৰা দিল্লীক লাগি তিনি মাহৰ বাট।
পুত্ৰ হলে পিতৃৰ বচন কৰিব লাগে।
এনে ঠাই এৰি কলৈ যাম ?
দিল্লীৰ পৰাই সাত দিনৰ বাটত বণ লাগিল।

১৭৮ ওপৰত দেখুওৱা বিশ্লেষণৰ পৰা এইটোৱে ক'ব পৰা যায় যে আহোম যুগৰ অসমীয়া ভাষাটো এটা সমন্বয়ৰ ভাষা। ইয়াত পশ্চিম অসমৰ ভাষা, পূব-অসমৰ ভাষা পুৰণি অসমীয়া আহোম ভাষা, আন থলুৱা (জনজাতীয়) ভাষা, বিদেশী ভাষা, সংস্কৃত ভাষা আদি নানা ভাষাৰ উপাদান সন্নিবিষ্ট হৈছে। অথচ তাৰ মাজেদি পূব অসমৰ ভাষাৰ সুৰীয়া গঢ় এটাৰ স্পষ্ট ইঙ্গিতো পোৱা হৈছে। ডঃ সূৰ্য্যকুমাৰ ভূঞাই লেখিছে : "আজি কালি শিক্ষাৰ প্ৰচলন আৰু নানা জাতিৰ সংমিশ্ৰণৰ ফলত 'পাদশ্যাহ বুৰঞ্জী'ত ব্যৱহৃত হোৱা যাৱনিক শব্দবোৰৰ অৰ্থ যেয়ে সেয়ে বুজি পোৱা হৈছে। কিন্তু খৃষ্টীয় সপ্তদশ শতাব্দীত যে অসমীয়া সাহিত্যত সেইবোৰ শব্দ অবাধে ব্যৱহাৰ হৈছিল তাৰ পৰা সেই কালৰ অসমীয়াৰ নিজৰ ভাষাৰ পৰিপুষ্টি সাধনৰ সমুদাৰ চেষ্টাৰ প্ৰত্যক্ষ অনুমান কৰিব পাৰি।

১৭৯ আহোম-যুগৰ বুৰঞ্জীবোৰৰ উপৰি আন বিবিধ বিষয়ৰ পুথিৰ ভাষাও একে পৰম্পৰাতে ৰচিত হৈছে। তলত এনে কেইখনমান পুথিৰ ভাষাৰ চানেকি দাঙি ধৰা হ'ল :

(ক) হস্তিবিদ্যাৰ্ণৱ : পৰ্ব্বতৰ পৰা ওলাই আহি সোণৰ সৰ পছুএ পানিৰ মুখত কটালি খালেহি। সেই পছুৰ পৰা ব'তো দিন থাকি দীঘল মাখুঁদি দুটা হাতি হৈ হাবিত বন পচলা খাই ফুৰে, সকল জুৰিএ গুজৰি ফুৰে। তাৰ পৰা অনেক লাখ বিলাখ হাতি হ'ল। মাস্তৰা ৰাজাক ৰাত্ৰি অপূৰ্ব্ব স্বপ্ন ৰাজপণ্ডিতে দেখালেহি। বোলে তোৰ যে হাতি মৰে, তঞি জি কাকত আনিছ সেই কাকত প্ৰভাতে চোৱাবি। এতেকে তাত জি আছে পাৰি। পাছে ৰাজাএ প্ৰভাতে পণ্ডিতৰ হতোৱাএ চোৱালে। পণ্ডিতে কাকত চাই পালে— সকলে দেৱক মাননি দিলে হস্তি নমৰে। পাছে ৰাজাএ সুকুলা কুকুৰা দুসজোৰ, সুকুলা পাৰ সতৰজোৰ, সুকুলা হাঁহ পোন্ধৰজোৰ, সুকুলা পাহড়ি

পাঁচোটা এইসকল দেৱসকলৈ মাননি দিলত হাতি নমৰিল, বহুত বহুত কৰি হাতি হ'ল। এই কাকতখন জি পণ্ডিতে পাই ৰাজাক দিব, যি ৰাজত থাকে, তেনেৰূপে দেউ-দেৱতাক মাননি দিলে ভাল হয়। এই কাকতখন জি ৰাজত থাকে বয়া মুমুলিব।

(খ) ঘোৰা-নিদান: কুৰকুৰিয়া ব্যাধি: লক্ষণ: পেটে মাত্তে, কেৰমেৰাই, মূৰভাঙ্গি ফুৰে, ঘাহ পানি নাখাই, উঠিলে ধুমাই, তাকে বোলে কুৰকুৰিয়া ব্যাধি। ঔষধ: সক মানিমুনি, বৰ মানিমুনি, জাবেসেৰি, ভোটদুবৰি, আদা পঞ্চকলি, মাখি পঞ্চট', জাবৰাঙ্গ, বহুৰ, সবাকে বটি বঙ্গলা লোনেৰে খুৱাব। পানি তপতায় খুৱাব। এতেকে ব্যাধি নাস। গৰ্ভহাৰা: লক্ষণ: পেট মাত্তি খলখলায় তাকে গৰ্ভহাৰা বুলি। তস্য ঔষধ: সিজুৰ আগ তিনিটা পুৰিব। বাহৰ গাচৰ কটিভাঙ্গা পিপৰাৰ বাহ পানীত খচিব। সিজুৰ ৰস তাতে দিব। বঙ্গলা লোনেৰে খুৱাব। গৰ্ভহাৰা গুচে।

(গ) কামৰত্ন-তন্ত্ৰ: মুখবন্ধ: শ্ৰীকৃষ্ণায়ে নম: অথ শিব পাৰ্ব্বতী সম্বাদ। একদিনা পাৰ্ব্বতীয়ে শঙ্কৰত সুধন্ত—প্ৰভু কামৰত্নতন্ত্ৰ মোত কহা। শঙ্কৰে কহন্ত—জানা পাৰ্ব্বতী বশ, আকৰ্ষণ, বিদ্বেষণ, স্তম্ভন মাৰণ, শান্তিপুষ্টি আদি কৰি এই কৰ্মসকল যে কালত যে নিয়মে কৰিব তাহাক কহো। বশ আকৰ্ষণ এই কৰ্ম বসন্ত কালত কৰিব। গ্ৰীষ্মত বিদ্বেষণ, বৰ্ষাত স্তম্ভন, শিশিৰত, মাৰণ, শৰতত শান্তিপুষ্টি, হেমন্তত উচ্চাটন এহি ক্ৰমে কৰিব। অথ ঋতু নিৰ্ণয়: দিনগোটৰ প্ৰথম দশ দণ্ড বসন্ত, অপৰ দশ দণ্ড বৰ্ষা, অপৰ দশ দণ্ড শিশিৰ, মধ্যৰাত্ৰে অপৰ দশ দণ্ড শৰত, অপৰ দশ দণ্ড ( উষা ) হেমন্ত এহি নিয়মে ঋতু কাল। এই-তে কৰ্ম কৰিলে সিদ্ধি হবে। ইতি ঋতু নিৰ্ণয়।

(ঘ) নীতিলত্তাঙ্কুৰ: মই উপকাৰ কৰোঁ, মোকো উপকাৰ কৰিবা। এই বুলি মিত্ৰকৰণকে প্ৰতিকাৰ বুলি, ৰামসুগ্ৰীবয়োৰিব আগ্ৰা দুই ৰাজাৰ প্ৰধান পুৰুষ এই কাৰ্য্যক সাধোক এই বুলি মিত্ৰকৰণকে পুৰুষান্তৰ বুলি। যদি শত্ৰুক আপোনাত'ক হীন যেন দেখে সেইএবে মিত্ৰ নকৰিব, ৰাতো তাৰ পৰা সংশয় নাই। বিশ্বাসৰ পৰাহে সকল কাৰ্য্য হয়। যুবৰাজাক লাগি এই নিয়মে পত্ৰ লিখি দিব।

১৮০ অষ্টাদশ শতিকাৰ পৰাৰ্ধত ৰচনা কৰা 'কথা-গুৰুচৰিত'খন অসমীয়া ভাষাৰ ইতিহাসৰ দৃষ্টিৰে এখন অতি উল্লেখযোগ্য গ্ৰন্থ। আহোম-যুগত ৰচনা কৰা বুৰঞ্জী আৰু আন বিবিধবিষয়ক পুথিবোৰত সংৰক্ষিত ভাষাটোৰ পৰম্পৰা ইয়াতো ৰক্ষিত হৈছে। কথা-গুৰুচৰিতৰ ভাষা বুৰঞ্জীৰ ভাষাৰ নিচিনাই এটা সমন্বয়ৰ ভাষা। ইয়াৰ ভাষাতো পুৰণি অসমীয়া, পশ্চিম-অঞ্চলৰ অসমীয়া, আৰু পূব-অঞ্চলৰ অসমীয়াৰ সুন্দৰ মিশ্ৰণ ঘটিছে। তলৰ আলোচনাৰ পৰা কথাখিনি প্ৰমাণিত হ'ব। ৰূপতাত্ত্বিক দৃষ্টিৰে কথা-গুৰুচৰিতৰ ভাষাৰ বৈশিষ্ট্য কিছুমান এনে ধৰণৰ:

(ক) বহুবচনাত্মক প্ৰত্যয় . থে : তোমাথেৰ
বোৰ : এইবোৰ
ভোৰ : সকভোৰ, এইভোৰ, খোলাভোৰ
ৰা : তাৰা, আৰা
সৱ : আনোসৱ, বাপুসৱ

(খ) নিৰ্দিষ্টতাবাচক প্ৰত্যয় : খান/খানি : আশীখান, কমলিখানি
গোটা : চৌধগোটা
চলা : শিল-এচলা
ছৰা : দোছৰা
জনা : দুজনা, নজনা
জুৰি : ভূনি পচৰা-এজুৰি
জোৰ : পাঠা-এজোৰ
টা : হাস্তী সাতোটা, মৈটা
টো : গাটো জানটো
টি : একটি শিশু, ফুটি, টকাএটি
টে . যিটে স্ত্ৰীটে
পাচি : চাউল-এপাচি
পহা : চাউলপহা
ফেৰি : ধূলিফেৰি

(গ) অনিৰ্দিষ্টতাৱাচক প্ৰত্যয় : চাৰেক : পৰিচাৰেক মানুহ

(ঘ) সৰ্বনাম আৰু সংখ্যাৱাচক শব্দ : তুমি, আমি ( মই ), মোৰ, তোৰ, আমাৰ,
তেওঁ, আস্ত, আপুনি (নিজ), আপুন (নিজ),
নিজ , পোঞ্চেৰ, ত্ৰাত্ৰ, চৌধ ।

(ঙ) শব্দ বিভক্তি : প্ৰথমা—এ : ভগৱন্তে
দ্বিতীয় - ক : মাতৃক
তৃতীয়া – বে : লেবে
চতুৰ্থী – লৈ : ঠাইলৈ
ষষ্ঠী - ৰ : গোলকৰ
সপ্তমী—ত : পুখুৰীত

কেতিয়াবা প্ৰথমা বিভক্তিৰ দ্বাৰা তৃতীয়া, সপ্তমী, আৰু চতুৰ্থীৰ কাম চলোৱা হয় আৰু কেতিয়াবা, সপ্তমী বিভক্তিৰ দ্বাৰা দ্বিতীয়াৰ কাম চলোৱা দেখা যায় :

যশে জগত ভুবিলে, ভাগীৰথী তীৰে, উৰ্দ্ধে গ'ল, পিতাত কৰা। অপাদান কাৰক বুজাবলৈ কৰা প্ৰয়োগবোৰ এনেকুৱা : বৈকুণ্ঠৰ পৰা, তৈৰ পৰা, মহেশত হন্তে, উজানৰ হন্তে, কুণ্ডিলৰ্ত্তে। পুৰণি অসমীয়াৰ ষষ্ঠীৰ নৃ' আৰু 'কেৰি'ৰ ব্যৱহাৰো আছে : তানে ( বেটা ), তাকেৰি ( অংশ )। পুৰণি অসমীয়াৰ নিমিত্ত-অৰ্থত হোৱা ব্যৱহাৰো পোৱা যায়, যেনে কাচক লাগি

(চ) ক্ৰিয়া-ৰূপ :

১) লয়, কৰে, কহে, ধৰোঁ, পাৰোঁ দিঅ, শ্ৰৱণ কৰে, কীৰ্ত্তন কাৰ, যুজ, হ, বান্ধক, হব।

২) গলন্ত, গৈচন্ত, আচন্ত, আছিলন্ত।

(৩) দিলে, থলে, কলে, কৰিলে ধৰি'ল, নিছিল।

৪) দিছোঁ, দিছে।

(৫) ক্ষমিবা, কৰা, আনিবাহা।

(ছ) নাস্ত্যৰ্থক ক্ৰিয়া-ৰূপ : নকৰা, নাখাব নালাগে নহ'ল, নিচি না, নপেলাব।

(জ) কৃদন্ত ৰূপ : তৰৰ শুনি, আহিবৰ দেখি।

(ঝ) অসমাপিকা : শুনি, তুলি, হুয়া।

(ঞ) চৰ্তসাপেক্ষতা : আমিয়ে চা'লাহন্তে পাৰে বি চা'বা।

ট) পৰ সৰ্গ/কতৰোৰ : অন্তে : মাসেকৰ অন্তে

অৰ্থে : গুৰুজনৰ অৰ্থে

উপৰে : তাজাৰ উপৰে

একা : দাসে কৰিলে একা, পুত্ৰে একা

গৈ : পানে গৈ

চো : খা'গ চো

চোন : কচোন

দহো : বৰ বেগ দহো, মই দহো

দৰে : অৰ্জুন দৰে

নি : দিলে নি

মান ভলাৰ মান কুতাৰ মান

মধ্যত : দুৰ্য্যোজন মধ্যত

সঙ্গে : উলুৰ সঙ্গে

সমে : ৰাধাসমে

হুনু তুমি হুনু

১৮১ কথা-গুৰুচৰিতত ব্যৱহাৰ হোৱা শব্দ-মালালৈ চকু দিলে দেখা যায় যে ইয়াত প্ৰধানকৈ তৎসম শব্দৰ প্ৰয়োগ হৈছে। অৰ্ধতৎসম শব্দৰ সংখ্যা তাকৰ, তদ্ভৱ শব্দৰ উপৰি বিদেশী শব্দ কিছুমানো আছে। পুথিখনত পোৱা তৎসম শব্দ কেইটামানৰ এনে ধৰণৰ : গো, বস্ত্ৰ ৰজত, সুবৰ্ণ, সদা, সৰ্বদা, গুৰু, বন্ধু, সুহৃদ, সোদৰ, পিতা, মাতা, আত্মা, প্ৰাণ, হৱন, হোম, ব্ৰত, পূজা, দান, দক্ষিণা, পুত্ৰ, দুহিত্ৰী, শিশু, বিপ্ৰ দৈৱজ্ঞ, ব্ৰাহ্মণ, দধি, দুগ্ধ, ঘৃত, মধু দিব্য সুন্দৰ, মহাধীৰ, গম্ভীৰ, শান্ত, সুশীল আদি। কেতিয়াবা একোটা বাক্য সম্পূৰ্ণ তৎসম শব্দৰে গঠিত হোৱা দেখা যায় : "ছত্ৰাকৃতি মাথ আকুঞ্চিত কেশ, পূৰ্ণ চন্দ্ৰ বদন, কুন্দ কটি দশন, নাসা তিলফুল, আয়তলোচন বাহু বক্ষস্থল, উৰু ৰামকল, চৰণ-কমল দেখি মনোহৰ"। আকৌ : "পদ্মপাহীসদৃশ আয়তলোচন মদনচাপ ভ্ৰুবযুগ, নাসা তিলফুল, অধৰ ৰক্তিম বান্ধুল, পূৰ্ণশশী মুখ পদ্ম দশন কুন্দকৰি পাতি দাড়িম্ব শ্বেত হাস্য, বাক্য গম্ভীৰ, মধুৰ অমৃত বৰষে, চাৰু চিবুক শ্যাম, সিংহৰন্ধ স্কন্ধ বাহু বক্ষস্থল অশ্বত্থৰ পত্ৰনয়, ভুজ বাসুকীপ্ৰায় আজানুলম্বিত, ৰঙুৱ মোলাণ আঙ্গুলি, নখ চন্দ্ৰসম জ্যোতি, নিতম্ব কৃষ কটি পীতভুনি, উৰু ৰামকল জানু সুঠান, নৱপল্লব পাদপদ্মকোষ, পৃথিবীৰ সম সহন, বুদ্ধি বৃহস্পতি, ধৈৰ্য্যে মেৰু, গম্ভীৰে বিষ্ণু, এনে দিব্য ৰূপ দেখি চমৎকাৰ হৈ ৰামদাসে পৰি দণ্ডৱতে নমিলে'। অৰ্ধতৎসম শব্দ হিচাপে কছপা (কচ্ছপ), খীৰ, চৰিষা আদি ৰূপ পোৱা যায়। তদ্ভৱ আৰু আন শব্দ কিছুমান এনে ধৰণৰ : ধান, আখৈ, পিঠা, লাক, খেৰ, কাপ, মৈলাম তুলাপাত, হাহ, পাৰ, মাছ, কাছ, গাখীৰ, কলা, তামোল, পাণ সোণ, ৰূপ, কাঁহ, পিতল, তাম, লোণ, তেল, জলপাইয়া, জুই, মেজি, খৰি, হাত, ভৰি, আঠ, দত, উতৰ, দখিন। বিদেশী শব্দ কিছুমানো আছে : বিহান, টুপী দোকান, গোলাম চাকৰ, ধূপ, (ৰ'দ), চামনে, মৰদ ইত্যাদি। সংযুক্ত শব্দহিচাপে আগ পাচ বচা-টুটা, ভ্ৰম-ভ্ৰান্তি, হ্ৰস্ব-দীৰ্ঘ আদি শব্দ পোৱা যায়। কথা গুৰুচৰিতত ক্ৰিয়াবিশেষণাত্মক শব্দ কিছুমানো এনেকুৱা : একদিনা, তত (ত'ত), অতে (ইয়াতে), তৈতে, সেইখিতে, একোৰূপে, এখেত (ইয়াত), কেতিয়া।

১৮২ কথা-গুৰুচৰিতত পশ্চিম-অসমৰ ভাষাৰ অনেক প্ৰয়োগ সোমাই আছে। তলত সেইবোৰৰ উল্লেখ কৰা হ'ল : আতা আবু, জল, গণাই আপী, নুসুমাঞ, পিতাত (কৰা), লোম (নোম), ভিতাকাৰ, সাপে খাব, বাজা, খৰ্চ্চা, লোহা, গুৱা, চোট, লম্বা, গুৱাল, চুবা (জুলীয়া মিঠৈ), কাতো (নকৰি), ভোম্ৰা, মূলনাঠি বালা (বালি), ভু হৰ্, জান দি, বালাভাত, ছৱা, আদখান, খান-দান, হানি (খুচি), তেহে, জোখা (জোখ) বটি দি, পাছ, মেখ, স্ত্ৰী-এটা, ভিৰি লৰমাৰ, লাৰ্ (ছো),

ভুনি, পাচৰা, আটাহ পাৰ্, মহপাল, ভাউৰি, গেৰি দি, সাৰা (দূত), খচ্, ইন্দুৰ সিন্দুৰ, বাদি (ফাকি), মোকচ, টাকা (টকা), বয়া, পেটা কাচ্, কুয়া (গেলা) ভাবৰ (চৰিয়া), চাগল, লাগ পা, নৈবেদ (নৈবেদ্য), আৱাসৃতা, বন কৰা (কাম কৰা), লক (এছাৰি, জুই পুবা, পুমা, মাথা, হলু, মৈ (জখলা), জুৰ, (ঠাণ্ডা), নেল (কেৰ্কেটুৱা), চিলিঙ্গ, বান্ধা (চাকৰ), হাই-হিহনি, দীঘলা, কলা (মাহ), লাঙল, সিথান, মমা, (মামা), কান্তে (কাৰণে), চাৰা (গোটেই), লঘু কৰ, বেৰাই (ঘূৰি), আধ্যা (অধ্যায়), ধূঙ্গা, আটাল, কমৃলি, সাঙ্গ কৰ, জেঙ্গা মাৰ, ৰাগ উঠ্।

১৮৩ কথা-গুৰুচৰিতত ব্যৱহাৰ হোৱা বাক্যকেইটামানৰ চানেকি এনেকুৱা :

(ক) শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱ জগত-গুৰু।

(খ) অনন্ত চৰিত্ৰ ব্ৰহ্মাসিদ্ধমুনিসবেও অন্ত কৰিব পৰা নাই।

(গ) তুমিও এটি গীত গোৱা।

(ঘ) তেনেন্তে চণ্ডীবৰ ওলাল গৈ।

(ঙ) ভক্তি-হাট পাৰি দোকান মেলিলে।

(চ) আমাৰ বংশত অপণ্ডিত নাই।

(ছ) দৈৱজ্ঞে চাই পণ্ডিত হব বুলি ক'লে, সিও দেখো মিছা হ'ল।

(জ) সপ্তদশ বৰ্ষত মনুকন্যা জন্মিল।

(ঝ) এইটো মাজিৰ ঘৰ হয় নে?

(ঞ) মই কণ্ঠ নপণ্ডিবা।

১৮৪ কথা-গুৰুচৰিতত কিছুমান সুকীয়া প্ৰয়োগো আছে: আয়াযাত খইছে, বুইলে, বৈলে, পৈল (মৰিল), বিহীন হ'ল (মৰিল), সজ হ'ল (ভাল হ'ল), ধৰিছিলে, বেলা (সময়), নাইকাত (নোহোৱাত)। পুথিখনত অপাদান-অৰ্থ বুজাবলৈ ব্যৱহাৰ কৰা ৰূপ-ৰ তে>ৰ্ত্তে-ৰ হন্তে, যেনে, অগ্নি-হোমৰ্ত্তে ওলাই, এইখিনিৰ্ত্তে, কুণ্ডিলৰ্ত্তে এটা বিশিষ্ট প্ৰয়োগ। আন এটা মন কৰিবলগীয়া কথা হৈছে পৰোক্ষ উক্তিৰ বাক্যৰ ব্যৱহাৰ, যেনে, কিয় অহা গ'ল? বাইলৈ অনা হব। এতিক্ষণে অনা যাব। পাত কাটিবলৈ কাচি দিওতে মুখ দেখা গ'ল। এতিয়া আৰু পৰৰ গৃহ বোলা নাযাব।

১৮৫ ওপৰত কৰা আলোচনাই এইটো প্ৰমাণ কৰে যে কথা-গুৰুচৰিতত সংৰক্ষিত ভাষাটো বিকাশৰ পথত আগ বঢ়া পৰম্পৰাযুক্ত অসমীয়া ভাষা। আহোম-যুগৰ বুৰঞ্জী আৰু আন পুথিৰ ভাষাৰে সৈতে ৰিজাই চালে ইয়াত মাত্ৰ তৎসম শব্দৰ প্ৰাচুৰ্যৰ কথাই প্ৰধানকৈ চকুত পৰে। বুৰঞ্জী আৰু আন পুথিৰ কথিত ৰূপো ইয়াত সোমাই আছে। ইয়াত "সত্ৰীয়া মাৰ্জিত বচন-ভঙ্গী প্ৰতিফলিত হৈছে।"

১৮৬ এইখিনিতে উল্লেখযোগ্য যে সপ্তম শতিকাৰ পৰা ওঠৰ শতিকালৈকে বিভিন্ন স্তৰৰ মাজেদি বিকশিত আৰু সমৃদ্ধ অসমীয়া ভাষাটোৱে অষ্টাদশ শতিকাৰ শেষৰ পৰা উনবিংশ শতিকাৰ মাজ-ভাগলৈকে ( ১৮৪৬ খৃঃ ) চৰম দুৰ্যোগৰ সম্মুখীন হ'বলগীয়াত পৰিল। অষ্টাদশ শতিকাৰ ভাটিয়োৱা কালৰ পৰাই স্বৰূপতে অসমৰ স্বাধীনতা বেলি লহিয়াবলৈ ধৰে আৰু তা'ৰ প্ৰত্যক্ষ প্ৰমাণৰূপে ৰাজ্যৰ ভিতৰত নানা গৃহ-কন্দল আৰু উৎপাত আৰম্ভ হয়। চন্দ্ৰকান্ত সিংহ প্ৰকৃতাৰ্থ সাঁজৰ বেলিকা (১৮১০ খৃঃ) অসমৰ ৰাজপাটত উঠে আৰু তেওঁৰ ৰাজত্বৰ আগছোৱাতে মানৰ প্ৰথম আক্ৰমণ হয় ( ১৮১৬ খৃঃ )। ইয়াৰ পাছৰ দহ-বছৰ-কাল মানৰ অত্যাচাৰৰ ৰাজত্ব বুলিব পাৰি। ১৮২৬ খৃষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত য়াণ্ডাবু সন্ধিৰ চৰ্তমতে অসম ইষ্টইণ্ডিয়া কোম্পানিৰ হাতলৈ অহাৰ পৰাহে তাৰ ওৰ পৰে [৯৮] "মোৱামৰীয়া বিদ্ৰোহ, গৃহ-কন্দল, আৰু মানৰ আক্ৰমণত নিশকতিয়া হোৱা অসম ১৮২৬ খৃষ্টাব্দত ইষ্টইণ্ডিয়া কোম্পানিৰ হাতলৈ যোৱাৰ পিছৰ দুটা দশক অসমীয়া ভাষাৰ বাবে মৰ আঁউসী-স্বৰূপ।"[৯৯] "১৮২৬ খৃষ্টাব্দৰ পৰা ১৮৪৬ খৃষ্টাব্দলৈকে এই দুটা দশক অসমৰ জাতীয় জীৱনৰ বাবে অনিশ্চয়তাৰ দশক। এই দুটা দশক অসমৰ বাবে আশাহীনতাৰ আৰু ভাষাহীনতাৰ দশক।"[১০০] ভুতৰ ওপৰত দানহ ওলোৱাৰ দৰে ইষ্টইণ্ডিয়া কোম্পানিৰ আমোলৰ দহ বছৰ পাৰ হ'বলৈ নৌপাওঁতেই আন বিধৰ এক বিপদ চাপিল। ১৮৩৭ চনৰ আইন অনুসাৰে ভাৰতবৰ্ষৰ সকলো স্থানীয় চৰকাৰেই পঢাশালি আৰু আদালতত মাতৃ-ভাষা চলাবলগীয়া নিয়ম হ'ল যদিও অসমৰ বেলিকা তাৰ ব্যতিক্ৰম ঘটিল। অসমত অসমীয়া ভাষাক শিক্ষা আৰু প্ৰশাসনৰ পৰা আঁতৰাই বঙলা ভাষা জাপি দিয়া হ'ল। "বৃটিছ-ৰাজত্বৰ প্ৰথম দুটা দশকৰ অন্ধকাৰ সময়ছোৱাত অসমত সাংস্কৃতিক সচেতনতা প্ৰায় নোহোৱাৰ দৰে হৈছিল। বৃটিছ শাসনৰ ছত্ৰ-ছাঁয়াত মূৰ দাঙি উঠা মুষ্টিমেয় অসমীয়া ভাগৰীয়া সকলৰ মাজতো এহাতে নিজৰ ভাষিক আৰু সাংস্কৃতিক ঐতিহ্যক লৈ হীনতাবোধ গঢি উঠিবলৈ ধৰিলে আৰু আনহাতে ইংৰাজ শাসনৰ হাত ধৰি লিগিৰী স্বৰূপ অহা বঙলা ভাষাৰ প্ৰতি তেওঁলোকৰ আকৰ্ষণ বাঢি যাবলৈ ধৰিলে।"[১০১] কলা ডাৱৰৰ মাজতো পোহৰৰ এ'কাটা ৰেখা বিৰিঙি উঠাৰ দৰে অসমৰ এই দুখ দুৰ্ভাগ্যৰ মাজতো এটি সুঘটনা ঘটিছিল। সেয়ে হৈছে অসমলৈ আমেৰিকাৰ বেপটিষ্ট মিছন-সমাজৰ শুভাগমন। যি বছৰতে অসমীয়া ভাষাৰ লাঞ্ছনা হৈছিল

---

৯৮ নেওগ, ডিম্বেশ্বৰ : অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি, প্ৰথম তাঙৰণ
৯৯ শইকীয়া, নগেন : আসাম বন্ধু : ভূমিকা, পৃষ্ঠা ১
১০০ শইকীয়া, নগেন : প্ৰকাশ : অকনোদই সংখ্যা, ১৯৮৩
১০১ শইকীয়া, নগেন : ঐ ঐ ঐ

প্ৰায় সেই বছৰতে ( ১৮৩৬ খৃঃ ) যেন তাৰ নিবাকৰণ কৰিবলৈকে তেওঁলোকক দৈৱী শক্তিয়ে ইয়ালৈ পঠিয়াইছিল।[১০২] ১৮৩৬ চনত আমেৰিকাৰ বেপটিষ্ট মিছনেৰি সকলৰ নেতৃত্ব বহন কৰি ৰেভাৰেণ্ড ব্ৰাউন আৰু কটৰ দম্পতী অসমৰ শদিয়াত উপস্থিত হ'লহি। অসমলৈ মিছনেৰি সকলৰ আগমন 'এক দৈৱসংঘটিত ঘটনা'। ব্ৰাউনে বহু আশা আৰু পৰিকল্পনা বুকুত বান্ধি প্ৰথমতে শদিয়াত উপস্থিত হৈছিল যদিও অৱশেষত অসমতে 'অসম মিছন প্ৰতিষ্ঠা কৰি অসমৰ উন্নতিৰ হকে আত্মোৎসৰ্গ কৰিবলগীয়া হ'ল। অসমীয়া ভাষা-সাহিত্যলৈ আমেৰিকাৰ মিচমেৰিসকলৰ অৱদান চিৰস্মৰণীয়। "মিছনেৰিসকল নহা হ'লে সেই সময়ৰ ইংৰাজ বিষয়া আৰু বঙালী কৰ্মচাৰীসকলৰ অনুগ্ৰহত অসমীয়া ভাষা চিৰদিনৰ বাবে সমাধিস্থ হ'লহেঁতেন।[১০৩] অসমীয়া "ভাষাও যে এটা ভিন্ন ভাষা, ইয়াৰো যে নিজস্ব বৈশিষ্ট্য এটা আছে সেইটো আমেৰিকান বেপটিষ্ট মিছনেৰি সকলেই প্ৰথমতে বাজহুৱাভাৱে সদৰি কৰিলে। এক প্ৰকাৰ ই হ'ল অসমীয়া ভাষাৰ প্ৰথম অন্তৰ্ৰাষ্ট্ৰীয় স্বীকৃতি।"[১০৪]

১৮৭ ইপিনে অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ-ৰচোঁতা বৃটিছ বেপটিষ্ট মিছনেৰি ৰবিনছনৰ কাৰ্যকলাপৰ কথাও অসমীয়াই পাহৰিব নোৱাৰে। ৰবিনছনে অসমলৈ বেপাৰ কৰিবলৈ অহা ইউৰোপীয় ব্যৱসায়ীসকলৰ সুবিধাৰ বাবেহে অসমীয়া ভাষাৰ ব্যাকৰণখন ৰচনা কৰিছিল ( ১৮৩৯ খৃঃ ) কিন্তু তেওঁ অসমত বঙলা ভাষাৰ প্ৰচলনহে পৃষ্ঠপোষকতা কৰিছিল। কলিকতাত চৰকাৰৰ হাতত দিয়া স্মাৰক পত্ৰ এখনত তেওঁ অসমত অসমীয়া ভাষাৰ প্ৰবৰ্তন কৰিলে বঙলা ভাষাৰ সকলো সাহিত্যৰ দুৱাৰ অসমীয়াৰ বাবে বন্ধ হৈ পৰিব আৰু বঙলা ভাষাত লিপিবদ্ধ কৰা সকলো চৰকাৰী নিৰ্দেশ আৰু বিধি-ব্যৱস্থা অসমত অচল হৈ পৰিব বুলি মন্তব্য দাঙি ধৰিছিল। এই কথাৰ সম্ভেদ পাই 'অসম মিছনৰ অসমীয়া ভাষাৰ সমৰ্থনকাৰী ৰেভাৰেণ্ড মাইলছ ব্ৰনছনে' দৃঢ়তাৰে প্ৰতিবাদ কৰিছিল। ব্ৰনছনে লেখিছিল: বঙলা অসমৰ মাতৃ-ভাষা নহয়। সাধাৰণ মানুহে বঙলা ক'লে বুজি নাপায় আৰু লিখিত বঙলাও নুবুজে। আমি প্ৰায় প্ৰতিখন গাওঁতে এনে মানুহ পাইছোঁ যি হাতত কিতাপ এখন দিলেই কয়ঃ আপোনালোকৰ কিতাপ আমি পঢ়িব নোৱাৰোঁ। কিন্তু যেতিয়াই সেইবোৰ অসমীয়া ভাষাতহে লিখা, বঙলাত লিখা নহয় বুলি কোৱা হয়, তেতিয়াই সাগ্ৰহে সেইবোৰ গ্ৰহণ কৰে আৰু পঢ়ে। খেলপথাৰত, ঘৰত, নাম-প্ৰসঙ্গত

১০২ নেওগ, ডিম্বেশ্বৰ: অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভূমুকি, প্ৰথম তাঙৰণ
১০৩ শইকীয়া, নগেন: প্ৰকাশ, অষ্টাদশ সংখ্যা, ১৯৮৩
১০৪ চলিহা, সদানন্দ: ঐ ঐ ঐ

যেতিয়া শাস্ত্ৰ ব্যাখ্যা কৰা হয়, নৱজাত শিশুটিয়ে যেতিয়া মাকৰ মুখৰ পৰা প্ৰথম শব্দটি শুনে আৰু নিজে যিটো প্ৰথমে ক'বলৈ ধৰে, নাৱৰীয়াই ব'ঠাৰ চাবে চাবে যেতিয়া গীত গায়, খেতি চপোৱাৰ সময়ত দাৱনীয়ে যিবোৰ গীত গায়—এই সকলোতে এটিমাত্ৰ ভাষাৰ ব্যৱহাৰ—সেইটো হৈছে অসমীয়া ভাষা', বঙলা ভাষা নহয়। গতিকে আমাৰ বিনম্ৰ মত এইটোৱে যে এই প্ৰদেশত কোনো জনপ্ৰিয় শিক্ষা-আঁচনি গ্ৰহণ কৰিবলৈ হ'লে তাক মাতৃ-ভাষাৰ মাধ্যমেৰে কৰিব লাগিব।[১০৫] অসম উপত্যকাৰ ওচৰে-পাজৰে থকা পৰ্ব্বতীয়া জাতিবোৰেৰে সৈতে কথোপকথনৰ মাধ্যম যে একমাত্ৰ অসমীয়া ভাষা তাকো তেওঁ উল্লেখ কৰি গৈছে। আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰি-সকলৰ আগমনে অসমীয়াসকলক আশা দিলে, ভৰসা দিলে, আৰু 'নিজৰ ভাষা, সাহিত্য, সংস্কৃতি তথা জাতীয়তাৰ প্ৰতি গঢ়ি উঠা হীনমন্যতাবোধ আঁতৰাই অসমীয়া মানুহৰ মনত আত্মমৰ্যাদা প্ৰতিষ্ঠা কৰাত' প্ৰধান ভূমিকা গ্ৰহণ কৰিলে। তেওঁ-লোকৰ এই কাম-কাজৰ বাবে 'অৰুণোদই' মুখপত্ৰ আছিল।

১০৫ শৰ্মা, বাণীকান্ত : অসমীয়া ভাষা সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান, ১৯৮১

# পঞ্চম অধ্যায

## আধুনিক অসমীয়া : আৰম্ভণী কাল ( ১৮৪৬-১৮৮৮ )

১৮৮ আধুনিক অসমীয়া ভাষাৰ আৰম্ভণী কালক দুটা ভাগত ভগাই চাব পাৰি : (ক) ১৮৪৬-৭৩ চনলৈ হ'ল অসমীয়া ভাষাৰ আত্ম প্ৰতিষ্ঠাৰ ৰণৰ কাল, (খ) ১৮৭৩-১৮৮৮ চনলৈ আধুনিক অসমীয়া ভাষাৰ সাহিত্যিক প্ৰতিষ্ঠাৰ কাল। ১৮৪৬-১৮৮০ চনলৈকে এই সময়ছোৱাক অৰুণোদয়-কাল বুলিও কোৱা হয়। এই কাল বা যুগটো অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাসৰ এটা স্মৰণীয় যুগ। ১৮৪৬ চনৰ জানুৱাৰি মাহৰ পৰা আমেৰিকাৰ বেপ্টিষ্ট মিছনেৰিসকলৰ যত্নত শিৱসাগৰৰ পৰা ধৰ্ম বিজ্ঞান, সাধাৰণ বা-বাতৰি, আৰু জ্ঞানবিষয়ক মাহেকীয়া আলোচনী 'অৰুণোদই' সম্বাদপত্ৰখন ওলাবলৈ আৰম্ভ কৰি ১৮৮০ চনলৈকে চলি থাকে। ১৮৫১ চনৰ জানুৱাৰিৰ পৰা 'অৰুণোদই', 'অৰুণোদয়' হয়গৈ। ১৮৪৬ চনৰ পৰা ৮৮০ চনলৈকে অৰুণোদয়-যুগৰ সময়তে উজনি-অসমৰ শিৱসাগৰ-অঞ্চলৰ উপভাষাটোৰ বিচাৰ-বিশ্লেষণ আৰম্ভ হয়, সেই উপভাষা টোৰ ওপৰত ভিত্তি কৰি বিবিধ নতুন বিষয়ৰ কিতাপ-পত্ৰ ৰচনা কৰা হয়, আৰু এইদৰে সি মান্যভাষাৰূপে প্ৰতিষ্ঠিত হৈ উঠে। পঢ়াশালি আৰু আদালতৰ পৰা অপসাৰিত হোৱা অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ (১৮৭৩) বাবে ঘাইকৈ যুঁজিছিল বেপ্টিষ্টসকলে। তেওঁলোকৰ প্ৰধান সহায় হৈছিল আনন্দৰাম ঢেকিয়াল ফুকন। দৰাচলতে অৰুণোদয় যুগটো ভাষাৰ ক্ষেত্ৰত 'বাট-বিচৰা, বাট কটাৰ যুগ'। ড. মহেশ্বৰ নেওগৰ ভাষাত ক'বলৈ হ'লে, 'বেপ্টিষ্টসকলে অসমীয়া ব্যাকৰণ অভিধান পঢ়াশলিয়া পুথি জ্ঞান বিজ্ঞানৰ পুথি লিখি আৰু প্ৰকাশ কৰি, আলোচনী তথা খবৰ-কাগজৰ উৎকৃষ্ট নিদৰ্শন 'অৰুণোদই' চলাই পঢ়াশালি আদালতত অসমীয়া ভাষাৰ হেৰোৱা ঠাই পুনৰুদ্ধাৰৰ যুঁজত প্ৰথম আৰু শক্তিশালী যুঁজাৰু হৈ, অসমীয়া লোকক নতুন অসমীয়া ভাষা লিখাত নক্সা ধৰাই, অসমীয়া শব্দাৱলীত ইংৰাজী সম্ভাৰ আৰু অসমীয়া বাক্য-ৰীতিত ইংৰাজী প্ৰভাব সুমুৱাই অসমীয়া ভাষাক মৃতসঞ্জীৱনীৰে নতুন জীৱন দিলে, আধুনিক সাহিত্য-সৃষ্টিৰ বাবে অসমীয়া ভাষাৰ পথাৰত প্ৰথম নাঙল চোঁচৰালে, আৰু আটাইতকৈ ডাঙৰ অসমীয়া মানুহক আত্ম-প্ৰত্যয় শিকালে।"

১৮৯ অৰুণোদয়-কাকতৰ গদ্য আৰু পদ্যত ৰচনা কৰা বিবিধ ৰচনাৰাজি আৰু মিছনেৰিসকলে উলিওৱা পুথিবোৰত অৰুণোদয় যুগৰ অসমীয়া ভাষাটোৰ নিদৰ্শন সংৰক্ষিত হৈছে। অৰুণোদয়-কাকতৰ লগত কেইজনমান প্ৰতিভাশালী অসমীয়া লোক

জড়িত আছিল। তেওঁলোক হ'ল: নিধি লিবাই ফাৰোৱেল, আনন্দৰাম ঢেকিয়াল ফুকন, আৰু হেমচন্দ্ৰ বৰুৱা। অসমীয়া ভাষাটো লিখি লেখাৰ সময়ত তাক প্ৰয়োগ কৰিবলগীয়া হোৱাত মিছনেৰিসকলে প্ৰথমতে যিধৰণে ভাষাটো কোৱা হৈছিল, তেনেধৰণে লেখিবলৈ যত্ন কৰিছিল। ১৮৫৪ চনৰ এপ্ৰিল মাহৰ অৰুণোদয়ত 'ষ্টাইল এণ্ড মোড অব স্পেলিং' নামৰ প্ৰবন্ধ এটাত এনে সিদ্ধান্তৰ সমৰ্থন কৰি এইদৰে লেখা হৈছিল: "ভাসাত বণ নো বোলে বন হে বোলে, পানী হলে পানি বোলে, পাণীৰ ঠাইত পানি, কূলৰ ঠাইত কূল, সূৰ্যৰ ঠাইত সুৰ্জ্জ বা সুৰুজ। আৰু বেফৰ পাচত এটা আখৰ দুটাকৈ নুফুটে, পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে, সৰ্ব্ব' ধৰ্ম্ম', কৰ্ম্ম', মৰ্ম্ম' মুখত নোলাই, সৰ্ব, ধৰ্ম, কৰ্ম, মৰ্ম নাইবা ধৰম, কৰম, মৰম, এইৰূপে ওলাই। শ্লোক লিখিলে সংস্কৃতৰ ভাৱেৰে অৱশ্যে লিখিব লাগে। ভাষাত হলে আমাৰ দাই নধৰিবা" ডক্টৰ নেওগৰ উল্লেখমতে "ৰবিনছনে 'ৱ' আখৰটো ব্যৱহাৰ কৰিছে আৰু পূৰণি পুথিৰ বৰ্ণ-বিন্যাস বৰদাস্ত কৰিছে।" মিছনেৰিসকলৰ অসমীয়া বৰ্ণ-বিন্যাস-নীতিৰ অৱশ্যে সমালোচনাও হৈছিল আৰু বিশেষকৈ হেমচন্দ্ৰ বৰুৱাই তাৰ বিৰোধিতা কৰিছিল। ১৮৬১ চনৰ পৰা 'অৰুণোদয়'ত হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা নিৰ্দেশ দিয়া বৰ্ণ-বিন্যাস গ্ৰহণ কৰা হ'ল। হেমচন্দ্ৰ বৰুৱাই তেওঁৰ 'আত্মজীৱন-চৰিত'ত এই-দৰে লিখিছে: "যেতিয়া মিস্যনেৰি বিলাকৰ গুৰিলৈ নিতৌ যাবলৈ ধৰিলোঁ, তেতিয়াৰ পৰা অৰুণোদয়েৰে সৈতে মোৰ সম্বন্ধ আৰু দৃঢ় হ'ল। তাতে মই তাৰ বৰ্ণ বিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলোঁ। মোৰ এই চেষ্টাত নিধিৰাম ফেয়াৰোৱেল নামেৰে এটা দেশী খ্ৰীষ্টীয়ানৰ পৰা বৰ বাধা পাইছিলোঁ। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণ বিন্যাস প্ৰণালীৰ পৰা এক আঙ্গুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল। পৰিশেষত মোৰ যত্ন সফল হয়, তথাপি 'ৱ' আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হ'ল পিচত পাদ্ৰী ডক্টৰ কম্পৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হ'ল। আৰু 'ৱ'ৰ ব্যৱহাৰ চলিল।"

১৯০ মিছনেৰিসকলে অসমীয়া ভাষাটোক উচ্চাৰণ অনুযায়ী লেখিবলৈ যত্ন কৰাৰ ফলস্বৰূপ মাত্ৰ অসমীয়া ভাষাটোৰ ধ্বনিগত বৈশিষ্ট্যৰ ছবি এখন 'অৰুণোদয়'ৰ বুকুত অঙ্কিত হৈ থাকিল। মিছনেৰিসকল কিন্তু নিজৰ উদ্দেশ্যত সম্পূৰ্ণ সফল হ'ব নোৱাৰিলে। ১৯৬১ চনৰ আগলৈকে ওলোৱা 'অৰুণোদয়'ৰ সংখ্যাবোৰ চালেও ইয়াৰ সত্যতাৰ প্ৰমাণ পোৱা হয়। ১৮৪৬ চনৰ পৰা ১৮৬১ চনলৈকে ওলোৱা 'অৰুণোদয়'ৰ সংখ্যাবোৰত ব্যৱহাৰ হোৱা অসমীয়া আখৰবোৰলৈ লক্ষ্য কৰিলে অসমীয়া বৰ্ণ মালাত থকা অথচ উচ্চাৰণত নথকা বহুতো আখৰৰ এই সময়ত ব্যৱহাৰ হোৱা দেখা যায়। স্বৰ বৰ্ণৰ ভিতৰত ঈ, ঊ, ঋ, এইকেইটাৰ ব্যৱহাৰ পোৱা নাযায়।

ব্যঞ্জন-বৰ্ণৰ পাছত লগা 'ঈ' হ'লে পোৱা যায়, যেনে, শ্ৰীপ্ৰাননাথ। ব্যঞ্জন-বৰ্ণৰ 'ঙ'ৰ ঠাইত 'ঈ' পোৱা যায়। ছ, ঝ, ষ, এই তিনিটা আখৰৰ ব্যৱহাৰ পোৱা নাযায়। বাকী আখৰবোৰৰ ব্যৱহাৰ আছে। যেনে, অ আ, ই, উ, এ ও, ক, খ, গ, ঘ, চ, জ, ঞ ট, ঠ, ড, ঢ, ণ ত, থ দ, ধ, ন, প, ফ, ব, ভ, ম, ৰ, ল, ৱ, য়, শ, ষ, স, হ, ং,। উদাহৰণ : অনেক, আৰু, ইচা, উত্তম, এই, ওখ কথা, জিখি, গচ, ঘৰে, বচৰ, জদি, চিৰাজগঞ্জ, টকা, উঠা, ডেৰ গাড়ী, ঢাকি, ব্ৰিচ, গৱৰ্নমেন্ট, তাৰিখ, পথাৰ দিন ধন, নাই, পৰ, ফৰিঙ্গ, বেজি, ভাটি, মেঘ, ৰজা, কাল, সিৱসাগৰ, এতিয়া শ্ৰী, শ্ৰেষ্ঠ আকাস, মানুহ, খং। ১৮৬১ চনৰ পৰা ওলোৱা 'অৰুণোদয়'ত, পৃ ছ, ঝ, ষ, ক্ষ আদিৰ ব্যৱহাৰ হৈছে, যেনে পৃথ্ৱ, ছাত্ৰৰ, মাঝত, যোগ্য, সংক্ষেপ। আখৰবোৰৰ ব্যৱহাৰ থাকিলেও যি ঠাইত যিটো আখৰ লেখিব লাগিছিল সেইমতে লেখা নোহোৱা-টোৱে 'অৰুণোদয়'ৰ বৰ্ণ বিন্যাসৰ বৈশিষ্ট্য। সেয়েহে 'অৰুণোদয়'ত আমি শব্দ কিছুমান এনেদৰে পাওঁ : জানোআৰি, নোআৰোঁ, পোআকি, বকআ, অতিসই, শিৱসাগৰ, ব্ৰিচ, অৱস্থেই, আচিল, কৰিচোঁ, জতন, সুভল, হই সেসে, দেস, চাত্ৰ যিচুৱিষ্ট, যত্ন, যভাও, ছাহ (চাহ) ইত্যাদি।

১৯১ অৰুণোদয় যুগৰ ভাষাত আহোম যুগৰ ভাষাৰ আনকি তাৰ আগৰ যুগৰ ভাষাৰো পৰম্পৰা কিছু সংৰক্ষিত হৈছে। উদাহৰণ :

(ক) ধ্বনি-তত্ত্ব : ষ খ : বৰখিছিল, বৰখুন তু কাম দোখ (দোষ)

ক্ষ > খ : নখেত্ৰ, পথ, খেম।

শ > খ : মানিখা (মাজনিশা), দেখাধিকাৰ (দেশাধিকাৰ)

স > হ : সৰ্বগ্ৰাহ, তু কাম সৰ্বগ্ৰাহ

জ > ঝ : মাঝ (মাজ), তু কাম ঝাল (জাল)

(খ) ৰূপ-তত্ত্ব আৰু বাক্য তত্ত্ব। চকুএৰে, নাৱেৰে, আহিবৰ কালত, আপুনি (নিজে) জানিব। ল'ৰাসকল, এইসকল, মাহচাৰেক, কি হৈলা, লোকে হুনু, বস্তু-বিলাক, বৰনটে, মাইকিটো, গাটো, মানুহটো, মৰাটো, পগলাটো, সিবিলাকে আহিল, তিৰতাবিলাক, এইৰূপে, আপোনাহত, আপুনি কি কাৰণে ইমানকৈ ভাবিচা? বোলা যদি কেনেকৈ ইমান গিয়ানি হ'ল বাক কওঁ সুনা, জিবোৰে, পালেহি, পৰিলগৈ, তাৰ দৰ জাইফলতকৈ অধিক হই, এখেতে থাকা, ৰজাত কলে, দেশত জাবলৈ, খুইচে, মানুহৰ হাততে, চলিগল, চাৰিগোট বৰটোপ, ফৰিঙ্গবোৰ উজাই গৈচিলে, এটা কিতাপ নাইকিছিল।

১৯২ অৰুণোদয় যুগৰ ভাষাত কিছুমান সুকীয়া প্ৰয়োগ পোৱা যায়। উদাহৰণ : অনেক (বহুতো), বৰ (ডাঙৰ) গাঁত, পৰিমান (প্ৰমাণ), তোমালোকক (তোমালোকক),

অসম ভাষা ( অসমীয়া ভাষা / ১৮৪৬ মার্চ ) বধ হোৱা মানুহটো, পহু ( পশু ), তপত দেৰেত, ঘনে ( বগাই ) জাই, বাত্তিপূজা বেলিত ( বাত্তিপূৱাৰ সময়ত ), চাৰিভৰিয়া জন্ত, বেলিয়ে বেলিয়ে ( সময়ে সময়ে ) , বেপাৰৰ দোআৰাই, অলপিয়া কৰি (সংক্ষেপে), সিমা নোহোৱা ( অনেক ), গম্ভিৰ ( গভীৰ ) পানি, অতি (বৰ) সোআদ, সেস (বাকী), কেৰামত ( প্রভাৱ ) আচৰিত দৰে ( ধৰণে ), খুৰসালি ( খুলশালি ), বিদুলি ( বিজুলী ), নাইকিয়া ( নোহোৱা ) দেখি, মমত ( মোহ ), ইয়াকে বুলি ( কৈ ), চিকণ ( ধুনীয়া ), মানিথা / মানিসা ( মাজনিশা ), সোধ ( বিচাৰ ) কৰ, বুৰপা ( দীক্ষিত হ ), কতুৰাত ( কৰবাত ), আগত সন ( অগা ছন ), সুন্দৰে ( ভালদৰে ) প্রকাসিব নোআৰি, দেখিবলৈ ( চাবলৈ ), জাবৰ কাৰণে ( যাবলে ), ধৰিবৰ নিমিত্তে ( ধৰিবলৈ ), লোনা ( লুনীয়া ), নলনি ( নল থকা ঠাই ), কান্দনি (কান্দোন), সৰল ( হে সৰলা ), অধিনী, চুবুৰিয়ানী, প্রচাৰকনী, গায়ননী, হৰিনীয়া নয়ন, পোহন ( পোষণ ), সোধাপোচ ( অনুসন্ধান ), পাঠ কৰ ( পঢ় ), বেগাই বেগাই ( সোনকালে ), অবস্যে অৱস্য ( যেনেতেনে ), আলোচনা ( চর্চা ) অসুখ ( অসুবিধা ), কিন্তু যদি সভা আৰু সুখি হব খোজা, কিম্বা যদি উপজিবৰ পৰা নহই, যুগুত ( সাজু ), যৌবন পুৰুষ ( ডেকা ), অসিমা ( অশেষ )।

১৯৩ অৰুণোদয়-যুগৰ ভাষাত শব্দ মালাৰ পিনৰ পৰা মন কৰিলে দেখা যায় যে ইয়াত তৎসম অর্ধতৎসম তদ্ভৱ, হিন্দী, আৰবী পাৰছী, পর্তুগীজ, ইংৰাজী আদি বিভিন্ন ধৰণৰ শব্দ ঠাই পাইছে। কোনো কোনো সময়ত আন ভাষাৰ পৰা শব্দ ধাৰ নকৰি নতুন অসমীয়া শব্দ কিছুমানৰ সৃষ্টি কৰা হৈছে, যেনে, শিলপানী ( বৰফ ) লত-পনিয়ল ( আঙুৰ ), নাগমাটি ( কয়লা ), পর্গসালি, পোতাসাল / বন্দিসাল, ঘাম কাল ( গ্রীষ্ম ), মেঘৰ বিদুলি ( বজ্রপাত ), দুধৰিয়া ( ডবল এজেড ), বুৰ ( বেপ্টিজম ), ধৰম পুথি ( বাইবেল ), সোধৰ দিন ( ডি ডে অফ জাজমেণ্ট ) , সুভ বাত্রা ( গছপেল , মহাখাল ( গাল্‌ফ মাজুলি ( আইলেণ্ড ), বৰকটকি ( এম্বাছেডৰ ), সহাই ( এছিষ্টেণ্ট ) বেজ-সাল ( হস্পিটেল ), মহাদর্সন ( একজিভিছন ) পুথিসালি ( লাইব্রেৰি ), ৰাজ মেল ( পার্লিয়ামেণ্ট ), পহু-ঘৰ ( জু ), পোৰেঙ্গনি ( ক্রছ ), প্রদিপ দল ( লাইট হাউছ ), মহাগৰ ( চীনৰ প্রাচীৰ ), ভাপৰ নাও ষ্টিমবোট), ভাপৰ ৰথ / ধুআৰ ৰথ ( ৰেল গাড়ী ), কল ৰথ যোৱা আলি / লোৰ বাট (ৰেল-ৰোড), বেজ ঘৰ ( ডাক্তৰ-খানা ), দেসাধিকাৰ ( প্রেছিডেণ্ট ), পাতল বায়ু ( গেছ ), বিজুলি ডাক ( টেলিগ্রাম ), ইত্যাদি। কেতিয়াবা ইংৰাজী শব্দ এটাক কেইবাটাও অসমীয়া শব্দ ব্যৱহাৰ কৰি তাৰ অর্থটো বুজাবলৈ লোৱা হৈছে, যেনে, পল্টনৰ ইংৰাজী বাজনা ( বেণ্ড ), জুইৰ ভাপেৰে পমি যোৱা বস্তু ( লাভা ), ঈশ্বৰক ভজন কৰা নাম-ঘৰ ( গির্জা )। ইংৰাজী শব্দকেইবোৰ এনেকুৱা ঃ অফিচ, আফিল, কলেজ,

কাপ্তান, গবৰ্ণমেণ্ট, প্ৰাইজ, ডিগ্ৰি, বাৰাণ্ডা, কম, গিলাচ, ইস্কুল/স্কুল, কম্পাচ, গৱৰ্ণৰ, হস্পিটাল, প্ৰেচিদেণ্ড, চেক্ৰেটেৰি, লাৰা, বলুন, গাচ ( গেছ ), প্ৰিন্সিপাল আচিষ্টেণ্ড, কমিছনৰ, কম্পানি, কৌন্সল ( কাউঞ্চিল )। পৰ্তুগীজ ভাষাৰ পাদ্ৰি আৰু গিৰ্জা শব্দও ব্যৱহাৰ কৰা হৈছে।

১৯৪ ইপিনে পশ্চিম অসমৰ উপ-ভাষাৰ অনেক শব্দ অৰুণোদয়ৰ বুকুত জিলিকি আছে। সেইবোৰৰ উপস্থিতিয়ে প্ৰাচীন কামৰূপী ভাষাটোৰ বিস্তৃতিৰ কথাটোকে সোঁৱৰাই দিয়ে। তেনে শব্দ কিছুমান এনে ধৰণৰ : বাত্ৰা, চলি, কাউৰ, দিমা, ৰাস্তা ইঁঠ্ বৰা ( গাহৰি), পহৰ ( পোহৰ ), বেইতা, ভিজ্, সিন্দুৰ, আতা, সৈ কাৰ্ বলবন্তো ৰাগি ( খঙাল ), লেও ( লেপ ), জল, বেঙ্গ, এটাহ ( চিএৰ ) কৰোক, জানোক, দোকান কৰিবৰ জন্যে, ঘিউ, তোহ, নাঙ্গট, লাঙ্গটা, লাঙ্গটি ( কাম. লেঙ্‌টি ) লাউ, ফিঁকি, অথিতি, আকাল, তিনতা ( তিনিটা ), তপিলা ( তপিনা ), জিজিৰি, তিৰি, গুনা ( তাঁৰ ), বানান, সকাম ইত্যাদি।

১৯৫ অৰুণোদয়-যুগৰ ভাষাত তৎসম শব্দৰ ব্যৱহাৰো যথেষ্ট আছে। সেইবোৰৰ কিছুমানৰ উল্লেখ কৰা হ'ল : ঈশ্বৰ, জগত, অনুগ্ৰহ, সুখ, মগ্ন কৰ্তা, পৰম আত্মা, সভা, সুন্দৰ, গন্ধ, মধুৰ, মনোহৰ, সন্তুষ্ট, দেৱতা, সক্তি, প্ৰিতি, প্ৰিয়, প্ৰেম, বিশ্বাস, প্ৰাৰ্থনা, ভ্ৰম, স্বামি, ক্ৰোধ, দণ্ড, ৰাজ্য, সন্তান, সত্ৰু, সাগৰ, নদি, লোক ইত্যাদি। অৰ্ধতৎসম শব্দ কিছুমান এনে ধৰণৰ : গিয়ান, সবদ, মুকুতা, জতন, তিয়াগ, উতপতি, অনিয়াই, অগিয়ানি, ধৰম, কৰম, যুগুত, চাতৰ, খিয়াতি মুকুত, সবাধ মিতিৰ, কেলেস, হুতিয় আদি। তদ্ভৱ শব্দৰ ৰূপ কেতবোৰ এনেকুৱা : অখই ( অক্ষয় ), উত্তম ( উত্তম ), ইচা ( ইচ্ছা ) দখিন পচিম, নিচই ( নিশ্চয় ) ৰিদয় (হৃদয়), পূআ অথিৰ, আগ, থান, স (মবাপ) দুপৰ, সিল, চিন, দিন, ৰাতি, সোন, ৰূপ, ঘৰ, দুআৰ, জুধ (যুদ্ধ), ভৰি, হাত, দুই, তিনি মূৰ ( মূৰ ), ঘোঁৰা, বাঘ, গাধ আদি। হিন্দী, আৰবী, পাৰছী ভাষাৰ শব্দৰ সংখ্যাও নিচেই কম নহয়। তলত সেইবোৰৰ কেইটামান দিয়া হ'ল :

আন্দাজ ( পাৰ আন্দাজ )
ইস্তাহাৰ ( আৰ ইশ্‌তহাৰ )
কইদ ( আৰ কৈদ )
কবৰ ( আৰ কব্ৰ )
কমৰ ( পাৰ কমৰ )
কাচাৰি ( হি কচহৰী )
কানন ( আৰ কানুন )

কাৰ্বাৰ ( পাৰ. কাৰবাৰ )
কিনাৰ ( পাৰ কিনাৰা )
কেৰায়া ( পাৰ কিৰায়া )
খবৰ ( আৰ খবৰ )
খাজনা ( আৰ খজানা )
খোৰাকি ( পাৰ খুৰাকী )
গৰিপ / গৰিব ( আৰ গৰীব )
চইতান ( আৰ শৈতান )
চৰম ( পাৰ শৰ্ম )
চহৰ ( পাৰ শহৰ )
চফেদ ( হি সফেদ )
চন্দুক ( আৰ সন্দুক )
চাকৰ ( পাৰ চাকৰ )
চাজা ( পাৰ সজা )
চান্দা ( হি চন্দা )
চাৰাপ ( আৰ শৰাব )
চিঁচা ( পাৰ শীশা )
চিপাহি ( পাৰ চিপাহী )
চৌকিদাৰ ( হি চৌকীদাৰ )
চোভা ( আৰ শুবহা )
জৰই ( আৰ জবহ )
জৰিমনা ( পাৰ জুৰমনা )
জাহাজ ( আৰ জহাজ )
ডকাইত ( হি ডকৈত )
ডৰ ( হি ডৰ )
তামাখু হি তমাকু )
তাৰিখ ( আৰ তৱাৰিখ )
তৰ্জমা ( আৰ. তৰজুমা )
তামোচা / তামাচা ( আৰ তমাশা )
তুফান ( আৰ তুফান )
থানা ( হি থানা )

দৰমহা ( পাৰ দৰমাহা )

দমকল ( হি দমকল )

দস্তুৰ ( পাৰ দস্তুৰ )

দাৰোগা ( পাৰ দাৰোগা )

দেলান ( পাৰ দালান

দোকান ( পাৰ দুকান )

নৰম ( পাৰ. নৰ্ম )

নক্চা ( আৰ নক্শা )

নেবাব ( আৰ নব্বাব, হি নৱাব )

ফৌজ ( আৰ ফৌজ )

বদনাম ( পাৰ বদনাম )

বন্দুক ( আৰ বন্দুক )

বাগিচা ( হি বগীচা

বাদচা ( পাৰ বাদশাহ )

মনজুৰ ( আৰ মনজুৰ )

মিয়াদ ( আৰ মীয়াদ )

মোকাম ( আৰ মুকাম )

ৰাস্তা ( পাৰ ৰাস্তা )

লস্কৰ ( পাৰ লশকৰ )

সাহাব ( আৰ সাহিব হি সাহব )

সালাম ( আৰ. সলাম )

সস্তা / সাস্তা ( হি সস্তা )

হাজাৰ / হেজাৰ ( পাৰ হজাৰ )

হিচাপ ( আৰ হিসাব )

হুকুম ( আৰ হুকুম )

হেৱা ( আৰ হৱা )

১১৮ মিছনেৰিসকল ইংৰাজী-ভাষী আছিল। 'অৰুণোদয়'ৰ প্ৰধান লেখকসকলেও ইংৰাজীত শিক্ষা লাভ কৰিছিল। ইপিনে বঙলা ভাষাৰ ব্যৱহাৰো চলিছিল। হেমচন্দ্ৰ বৰুৱাই লেখিছে: "অসমত বঙ্গালী ভাষাৰ বৰ আদৰ আছিল, মাতৃ-ভাষাক সকলোৱে ঘিণাইছিল—ইস্কুলত বঙ্গালী, কাছাৰিত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু ভেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল। অৱশ্যে মইয়ো

এই নিয়মৰ বাহিৰা নাছিলে"।" এনে এটা পৰিৱেশত অৰুণোদয়-যুগৰ লেখকসকলৰ ৰচনাত স্বাভাৱিক অসমীয়া বাক্য-ৰীতিৰ সলনি এটা ইংৰাজী প্ৰভাৱযুক্ত কৃত্ৰিম বাক্য-ৰীতিৰ প্ৰচলন হ'ল। তলত এনে ধৰণৰ বাক্যকেইটামানৰ উল্লেখ কৰা হ'ল:

(ক) জদি দেখিব খোজা, তেন্তে মোৰ পুথি পঢ়ি চোৱা।

(খ) মই আৰ নোৱাৰোঁ, কিয়নো লাঙ্গলত মোৰ হাত দিয়া হল।

(গ) মই জদি তোমাক কিছু বুধি দিওঁ, তাক তুমি লবা নে? জদি ভাল হই লয়।

(ঘ) জদি সকলে, এক বাক্য হৈ দেসৰ উপকাৰলৈ প্ৰতিগ্যা কৰে, তেন্তে কি হব নোৱাৰে?

(ঙ) জিজন পৰাক্ৰমি জয়যুক্ত মানুহে প্ৰথমে ভাৰতবৰ্সত আপোনাৰ ৰাজ্য থাপন কৰিলে, তেঁৱে গজনিৰ বাদস্যা মহম্মদ।

(চ) যিলোক তোমাতকৈ কোনো কথাত শ্ৰেষ্ঠ, তেঁৱেই তোমাৰ মাণ্য।

(ছ) জেতিয়া তুমি কোনো পাৰ্গত মানুহক দেখা তেতিয়া তুমি তেওঁনো কেনকৈ কাল ব্যয় কৰিছে তা ক সুধিবা, পাচে তুমি অবস্য জানিবা জে তেওঁৰ জীৱন প্ৰায় শ্ৰমতে গৈছে।

(জ) তাতে তাই বেগাই বেছকৈ লেখা পঢ়া শিকিছিলে।

(ঝ) এইৰূপে কিছুমান দিন আৰু মাহো নিউৰা হল।

(ঞ) তুমি যে মোলৈ পত্ৰ লিখিবা, আৰু মই সেই পত্ৰ পাঠ কৰিম এই আশাৰ অতীত বোধ হৈছিল।

১৯৭ কৃত্ৰিমতাৰ মাজতো মাজে মাজে চুটী চুটী বাক্যেৰে স্পষ্টৰূপে ভাব প্ৰকাশ কৰা অসমীয়া বাক্য ৰীতিৰ ব্যৱহাৰ অৰুণোদয়-যুগৰ কিছুমান লেখকৰ ৰচনাত ব্যক্ত হ'ল আৰু সিয়ে অসমীয়া ভাষাৰ নতুন ভবিষ্যতৰ বাতৰি জনালে। তলত তেনে ধৰণৰ বাক্যযুক্ত উদ্ধৃতিকেইটাৰ দিয়া হ'ল:

(ক) "ঈশ্বৰে কি আজ্ঞা দিছিল তাক কেনেকৈ জানিম? কাক দিছিল, কেতিয়ানো দিছিল তাক দেখোঁ কতা কেতিয়াও শুনা নাই। কোনেও কেতিয়াও তেওঁক দেখা নাই। আমি ফুল দি বা সিন্দুৰ দি বা নৈবেদ্য দি তেওঁৰ পূজা নকৰোঁ। আমি প্ৰেম, ভক্তিৰে বিশ্বাসৰ দ্বাৰায় তেওঁক পূজা কৰো" (এ কে গার্নি: কামিনীকান্তৰ চৰিত্ৰ)।

(খ) "দিলি জিলা দীঘলে ১৬৫ আৰু বহলে ১৪০ ক্ৰোচ। তাৰ মাজত গঙ্গা আৰু জমুনা এই দুই প্ৰধান নদি। দুই হেজাৰ এস বছৰৰ আগেয়ে দিলু নামে এক ৰজাই সেই নগৰ পাতিছিলে বুলি লোকবিলাকে কোৱাকুই কৰে" (নিধি লিবাই ফাৰোৱেল: হিন্দুস্থানৰ বুৰঞ্জী)।

(গ) "এক দেসৰ মানুহবোৰ অতি বগা, এক দেসৰ বা অতি কলা, আৰু এক

দেসৰ বা ভাম ববনিআ। কোনো দেসক বজাই কোনো দেশক প্ৰজাই সাসন কৰে। কোনো দেসত বৰ জাৰ, আৰু কোন কোন দেস বৰ গৰমি, আৰু এঠাইত বা ঈশ্বৰক একেদৰে পূজা কৰে, এঠাইত বা আনদৰে পূজা কৰে" ( আনন্দৰাম ঢেকিয়াল ফুকন : নানা সম্বাদ )।

(ঘ) "লোকৰ দুখ দেখি মন কোমল হোৱাৰ নাম দয়া। এই দয়া মানুহৰ মনৰ এটি কোমল আৰু মধুৰ ভাব। সি মানুহক দেৱতাৰ তুল্য কৰে, আৰু তাৰ অভাৱত মানুহ পিশাচৰ সদৃশ হয়। যাৰ দয়া নাই তাৰ মন শিল বা কাঠৰ দৰে টান আৰু যাৰ হৃদয় কাঠ সি মানুহৰ নামৰ অযোগ্য" ( হেমচন্দ্ৰ বৰুৱা : পাঠমালা )।

(ঙ) "জি দেসত আমাৰ জনম হৈছে, জি দেসতে আমি আচোঁ, আৰু জাৰ কথা আমি উপজিবৰ দিনৰে পৰা মৰিবৰ দিনলৈকে নেপাহৰোঁ সেই ভাসাৰ নাম মাত্ৰিভাষা, আৰু ইয়াকে অচমিয়া লোকসকলে প্ৰথমে সিকা উচিত। তুখিয়াক অৱহেলা কৰাই পাপ, কিন্তু দায়া কৰিলে দায়া পাই। গিয়ানি লোকে বিবাদ নকৰে, অগিয়ানি লোক বিবাদৰ ঘাই। চল কৰি লোআ বস্তু প্ৰথমে সোআদ, কিন্তু পাচে তিতা হব"। অৰুনোদই : আগষ্ট আৰু অক্টোবৰ সংখ্যা : ১৮৫৩ চন )।

১৯৮ আন এটা কথা। 'অসম মিছনৰ অগ্ৰণী পণ্ডিত' নাথান ব্ৰাউনে ৰচনা কৰা দ্বিতীয় অসমীয়া ব্যাকৰণখনত ( ১৮৪৮ খৃঃ ) পূব অসমৰ কথিত অসমীয়া ভাষাটোৰ গঠন পদ্ধতিৰ অতি পৰিষ্কাৰ ৰূপ এটা সংৰক্ষিত হ'ল। 'গ্ৰামিটিকেল নোটিছেজ অৱ দি এছামিজ লেঙ্গুৱেজ' ব্ৰাউনৰ এক মহৎ অৱদান। অসমৰ পূব-অঞ্চলৰ সৰ্ব-সাধাৰণ মানুহৰ মাজত থাকি অসমীয়া ভাষাটো সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰি ভাষাটোৰ বৈশিষ্ট্যবোৰ বুজি পাই ভাষাটোৰ গঠন-পদ্ধতিৰ এটি সংক্ষিপ্ত অথচ অতি নিৰ্ভৰযোগ্য স্পষ্ট পৰিচয় দিবলৈ ব্ৰাউন সমৰ্থ হৈছে। ব্ৰাউনে মান্য ভাষাটোৰ ধ্বনিতাত্ত্বিক দৃষ্টিৰে 'অ' আৰু অ' ধ্বনিদুটাৰ পাৰ্থক্য যথাযথভাৱে মহ আৰু ম'হ শব্দ-দুটাৰ সহায়ত দেখুৱাব পাৰিছে। পৰৱৰ্তী অক্ষৰত থকা উচ্চ স্বৰ-ধ্বনিৰ প্ৰভাৱত পূৰ্বৱৰ্তী অৰ অ লৈ হোৱা পৰিবৰ্তনৰ কথাটোও ব্ৰাউনৰ দৃষ্টিৰ পৰা সাৰি যাব পৰা নাই, যেনে : কৰি>ক'ৰি, ধৰি>ধ'ৰি, গৰু>গ'ৰু, সৰু>স'ৰু, বোলে> বুলিছে, আপোনাৰ>আপুনি ইত্যাদি। আকৌ সংস্কৃতৰ উষ্ম ধ্বনিকেইটাৰ (শ, ষ, স) আন ধ্বনিৰ লগত যুক্ত হ'লে 'চ' ৰূপ উচ্চাৰণ হয়, কিন্তু সিহঁতৰ লগত 'ৰেফ' যুক্ত হ'লে 'স' ৰূপে উচ্চাৰণ হয়। ইয়াৰ নিদৰ্শন ব্ৰাউনে এনেদৰে দাঙি ধৰিছে, শাস্ত্ৰ খ্ৰীষ্ট, কিন্তু দৰ্শন। মান্য অসমীয়া ভাষাৰ 'স' ধ্বনিটোৰ ব্ৰাউনে গ্ৰীক 'X' ধ্বনিৰে সৈতে বিজাইছে। সংস্কৃতৰ চ, জ ধ্বনি অসমীয়াত 'S আৰু 'Z' ৰূপে

উচ্চাৰিত হোৱাৰ কথাও ব্ৰাউনে উল্লেখ কৰিছে। সংস্কৃতীয়া সন্ধি অসমীয়াত নাই বুলি ব্ৰাউনে কৈছে, যেনে দক্ষিণ-উত্তৰ, দক্ষিণত্তোৰ নহয়। কিন্তু অসমীয়া সন্ধিৰ প্ৰয়োগৰ উদাহৰণ ব্ৰাউনৰ পুথিত বিদ্যমান: ভেওঁ কিন্তু ভেৱেঁ, নাও, কিন্তু নাৱৰ।

১৯৯ অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বিশ্লেষণ নাথান ব্ৰাউনে তলত দিয়া ধৰণে কৰিছে:

(ক) বহুবচনাত্মক প্ৰত্যয়: বিলাক (মান্যাৰ্থত) হঁত, বোৰ: মানুহবিলাক, মানুহহঁত, মানুহবোৰ।

(খ) নিৰ্দিষ্টতাৱাচক প্ৰত্যয় খন খান: কটাৰী এখন, নৈ এখান
গছ: হাৰ-এগছ
চপড়া: মাটি-এচপড়া
জন: মানুহ দুজন
জোপা / জুপি: দোজোপা গছ, ফুল-এজুপি
টা: এটা মানুহ
টি-টী (সৰু বা মৰম বুজোৱা অৰ্থত): লৰাটি, চৰাইটী
টোপা / টুপি: গাখীৰ-এটোপা, পানী-এটুপি
ডৰা: ধান-এডৰা
ডাল / ডালি: লাখুটি-এডাল, এডালি চুলি
ডোখৰ / ডুখৰি: এডোখৰ মাটী, কাঠ-এডুখৰি
ডোঙ্গা: এডোঙ্গা পানী
পোলা: দোপোলা নল
মুঠা / মুঠি: খৰি এমুঠা, চাউল-তিনিমুঠি
লডা: পিঠাগুড়ি এলডা
সোপা: ফেন এসোপা

(গ) অনিৰ্দিষ্টতাৱাচক প্ৰত্যয়: গোটাচাৰেক: মহগোটাচাৰেক

(ঘ) স্ত্ৰী-প্ৰত্যয় ঈ-নী: জনী, বুঢ়ী, নাগিনী

(ঙ) পুৰুষবাচক নিৰ্দিষ্টতাৱাচক প্ৰত্যয়: o, এৰ / ৰ, এৰ-আ / ৰ-আ, এক/ক:

| | | | |
|---|---|---|---|
| বোপাই | (তোৰ) বাপেৰ | (তোমাৰ) বাপেৰা | (তাৰ) বাপেক |
| আই | মাৰ | মাৰা | মাক |
| ককা | ককাৰ | ককাৰা | ককাক |

(চ) সর্বনাম-শব্দ : মই, আমি, তয়, তইঁত, তুমি, তোমালোক/তোমোলাক : ই, ইহঁত, সি, সিহঁত, তাই, তাইহঁত এওঁ, তেওঁ , যি, কোন, কি, কোনো, কোনোবা, কেও, সকলো, আপুনি।

(ছ) ক্রিয়া-ৰূপ :

(১) ময়/আমি হওঁ — তয়/তইঁত হয়
তুমি/তোমালোক হোৱা — সি/সিহঁত/সিবিলাক হয়

(২) ময়/আমি হৈছোঁ — তয়/তইঁত হৈছ
তুমি/তোমালোক হৈছা — সি/সিহঁত হৈছে

(৩) ময়/আমি হলোঁ — তয়/তইঁত হলি
তুমি/তোমালোক হলা — সি/সিহঁত হ'ল

(৪) ময়/আমি হৈছিলোঁ — তয়/তইঁত হৈছিলি
তুমি/তোমালোক হৈছিলা — সি/সিহঁত হৈছিল

(৫) ময়/আমি হম — তয়/তইঁত হবি
তুমি/তোমালোক হবা — সি/সিহঁত হব

(৬) অনুজ্ঞা : তয়/তইঁত হ , তুমি/তোমালোক হোবা , সি/সিহঁত হওক

(জ) কৃদন্ত : হওঁতা, হওঁতে, হোবা

(ঝ) অসমাপিকা ক্রিয়া ৰূপ : হৈ, লৈ, হলে, হলত

(ঞ) চৰ্তসাপেক্ষতা : তইঁত যোৱাহেঁতেন

(ট) তুমুনন্ত ক্রিয়া-ৰূপ : যাবলৈ আনিবলৈ

(ঠ) পাঁচনি ধাতু : খুৱা, অনা

(ড) বাচ্য : মোক দিয়া হৈছে, তাক পোৱা গ'ল

(ঢ) ক্রিয়াবিশেষণাত্মক শব্দ : সদায়, নিতৌ, কেতিয়া, যেতিয়া, তেতিয়া, নিশ্চয়, আজি, কালি, কাইলৈ, ইয়াতে, তাতে, এনেতে, নিচেই, কিয়, কেলেই, এখেত (ইয়াত), মাজে মাজে, ঘনে ঘনে, এনেকৈ, কেনেকৈ, যেনেকৈ, সৰহকৈ, এইদৰে, এইমতে ইত্যাদি।

(ণ) ক্রিয়াবাচক পৰ-সর্গ : তো, নো

(ত) বিশেষ্যবাচক পৰ-সর্গ : তলত, ওপৰত, পৰা, সৈতে, আগত, পাছত, কৈ, কাৰণে, নিমিত্তে, হতুৱাই, দ্বাৰায় ইত্যাদি।

(থ) আন অব্যয়-শব্দ : আৰু, বা, নাইবা, কিন্তু, তথাপি তেও, যদি, তেন্তু, হে, যে, অহ, আহা, চিহ, চি ইত্যাদি।

(দ) সম্বোধনবোধক নির্দিষ্টতাবাচক প্রত্যয় : হে-ৰ, হে-ৰৌ, হে-ৰা, হে-ৰি, হে ৰৈ, হে-ৰেই

২০০ ওপৰৰ আলোচনাই এইটো স্পষ্টৰূপে দেখুৱালে যে দেশী আৰু বিদেশী বিভিন্ন লোকৰ প্ৰচেষ্টাত অৰুণোদয়-যুগত অসমীয়া ভাষাটোৱে পঢ়াশালি আৰু আদালতৰ ভাষাৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ উপৰি পৃথিৱীৰ বিভিন্ন জ্ঞান-বিজ্ঞানৰ কথা প্ৰকাশ কৰিব পৰা শক্তিও অৰ্জন কৰিলে। অৰুণোদয়-যুগতে বিভিন্ন দেশী-বিদেশী ভাষাৰ শব্দ-গ্ৰহণ আৰু আৱশ্যক অনুযায়ী শব্দ-নিৰ্মাণ-ৰীতিৰ স্থি ব্যৱস্থা লোৱা হ'ল, সিয়ে ভৱিষ্যতৰ অসমীয়া ভাষাৰ সুপ্ৰতিষ্ঠাৰ বাট মুকলি কৰি তুলিলে। সংক্ষেপতে ক'বলৈ হ'লে অৰুণোদয়-যুগৰ অসমীয়া ভাষাই আধুনিক অসমীয়া ভাষাৰ সুদৃঢ় ভেটি স্থাপন কৰিলে। ইপিনে নাথান ব্ৰাউনৰ অসমীয়া ভাষাৰ বিশ্লেষণে অসমীয়া মান্য ভাষাটোৰ অৰুণোদয় কালতে পোৱা পূৰ্ণ আৰু পৰিপুষ্ট ৰূপটো প্ৰকাশ কৰিলে। অৰুণোদয় যুগৰ পাছত এই ৰূপটোৰ ওপৰত ওপৰত ভিত্তি কৰি আৰু মিছনেৰিসকলে দেখুওৱা পথ অনুসৰণ কৰি অসমীয়া ভাষাটো প্ৰগতিৰ পথত আগুৱাই গ'ল।

# ষষ্ঠ অধ্যায়

## আধুনিক অসমীয়া : মধ্য-কাল ( ১৮৮৯-১৯৩৯ )

২০১ অৰুণোদয় যুগৰ পৰা অসমীয়া সাহিত্যৰ প্ৰচেষ্টা যাইকৈ আলোচনীক আশ্ৰয় কৰি চলিবলৈ ধৰে। ১৮৭৭ চনৰ পৰা ১৮৮৮ চনলৈকে—এই সময়ছোৱাত কেইবা-খন নে' আলোচনীৰ জন্ম আৰু বিলোপ ঘটে। সেইবোৰৰ কেইখনমান হ'ল : 'আসাম-বিলাসিনী' ( ১৮৭১—৮৩ ) 'আসাম-নিউচ' ( ১৮৮২-৮৫ ), 'আসাম বন্ধু' (১৮৮৫-৮৬ ), 'মৌ' ( ১৮৮৬ ), ল'ৰা-বন্ধু' ( ১৮৮৮ ) আদি। এই কেইখনৰ ভিতৰতে আধুনিক 'অসমীয়া শৈলী প্ৰতিষ্ঠিত' হয় আৰু নতুন নতুন ক্ষেত্ৰত কথা সাহিত্যৰ প্ৰতিষ্ঠাৰ লগ'ত অসমীয়া ভাষাৰো প্ৰতিষ্ঠা গঢ়ি উঠে। ভ্ৰমণ সাহিত্য প্ৰবন্ধ সাহিত্য, উপন্যাসিকা, আধুনিক নাটক জীৱনী, আধুনিক পদ্ধতিৰ বুৰঞ্জী সংবাদ-সেৱা, সমাজ-সচেতন ব্যঙ্গ-ৰচনা আদিত অসমীয়া ভাষাৰ ব্যৱহাৰ হয়। কাব্যতো আধুনিক ভাৱৰ আধুনিক প্ৰকাশৰ ফালে দৃঢ় পদক্ষেপৰ আগ বঢ়া হয় অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগো আন এটা 'সাহসী-কাৰ্য'। গদ্য আৰু কবিতাত জাতীয় চিন্তাৰ উন্মেষ, শিশু-সাহিত্য, শিশু-আলোচনীৰ প্ৰস্তুত আদিও এই সময়ছোৱাৰ বৈশিষ্ট্য আনপিনে বঙলা সাহিত্যৰ প্ৰভাৱৰ কথাও মন কৰিবলগীয়া। অসমীয়া ভাষা আৰু অসমীয়াৰ আত্মবোধৰ চৈতন্য জগাবলৈ আনন্দৰাম ঢেকিয়াল ফুকনে যত্ন কৰিলে। ফুকনৰ পাছত গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই আধুনিক বুৰঞ্জী, জীৱনী, কৌতুক সাহিত্য প্ৰবন্ধ সামাজিক সমালোচনা, আৰু শব্দকোষেৰে অসমীয়া ভাষাৰ ভেটি স্থাপন কৰে। বিশেষকৈ হেমচন্দ্ৰ বৰুৱাই খৃষ্টিয়ান লেখকসকলৰ 'আচহুৱা ৰচনা-ৰীতিক চেঁচুকি অসমীয়া ভাষাক এটি নিৰ্দিষ্ট গঢ় দিলে'

১০২ ইপিনে কলিকতাত থকা অসমীয়া ছাত্ৰসকলৰ 'টি পাৰ্টি' নামৰ এখন সন্মিলনেই হ'ল অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা' ( অ ভা উ সা )ৰ সৃষ্টিৰ গুৰি। এই সভাই ( ১৮৮৮ ) হ'ল এক প্ৰবল সাহিত্যিক আন্দোলনৰ মূল। "বেচুৱা মাতৃভাষা কোনেক ডাঙৰ-দীঘল হ'ব, কেনেকৈ সি পৃথিবীৰ আন ধনী আৰু উন্নতিশীল ভাষাৰ সমান হৈ আপোন গৌৰৱ বেলিৰ পোহৰ চাৰিওফালে পেলাই দুখীয়া আৰু এন্ধাৰ অসমৰ মুখ পোহৰাব পাৰিব কোনেকৈ সি দুৰ্বল, ৰুগীয়া, আৰু জীৰ্ণ অৱস্থাৰ পৰা সবল, সুস্থ আৰু শকত অৱস্থা পাব, তাৰ উপায় সাধনেই এই সভাৰ উদ্দেশ্য"। সভাৰ কাৰ্য-পন্থাৰ ভিতৰত দূষিত ভাষা পৰিশোধন কৰা, অসমৰ সকলো পঢ়াশালাতে অসমীয়া ভাষা প্ৰচলন কৰিবলৈ আন্দোলন কৰা, অসমৰ

সকলো ঠাইতে এটা মাত্ৰ লিখিত ভাষা প্ৰচলন কৰা আদি নীতিৰূপে ঘোষণা কৰা হ'ল। এইবোৰ উদ্দেশ্য সাধনৰ বাবে মাহেকীয়া আলোচনী 'জোনাকী'ৰ (১৮৮৯) জন্ম হ'ল। অ ভা উ সা সভাৰ দ্বাৰা চন্দ্ৰকুমাৰ আগৰৱালাই 'জোনাকী'ৰ 'আত্ম-কথা'ত নিজৰ উদ্দেশ্য এইদৰে ব্যাখ্যা কৰিলে: এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰে পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ জ্ঞানত ভিখাৰী, ধনত দুখীয়া, সংখ্যা-বলত শক্তিহীন স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা, আৰু পৰাধীন—কিন্তু আমি নিজ শক্তি হইতে কামত হাত দিব পাৰোঁ। আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে উদ্দেশ্য দেশৰ উন্নতি, 'জোনাক'।

২০৩ 'জোনাকী'য়ে সচেতনভাৱে এক সাহিত্যিক আন্দোলন গঢ় দি তুলিলে। ভাষাৰ নিভুল আৰু সম্ভৱপৰ উচ্চতম আধুনিক মান-নিৰ্ণয়ৰ যত্নত সাহিত্যিক শৈলী সমৃদ্ধ হৈ উঠিল। "পাশ্চাত্যৰ প্ৰভাৱ মুক্তভাৱে গ্ৰহণ কৰি বঙলা সাহিত্যৰ ধাৰণা-সকলৰ আদৰ্শও আগত ৰাখি আধুনিক সাহিত্যৰ ভাৱ-ধাৰা আৰু সাহিত্যিক ৰূপ অসমীয়াত সমাৱেশ কৰিলে। লিৰিক বা গীতি-কবিতাৰ সকলো বৈশিষ্ট্য সফল-ভাৱে গৃহীত হ'ল। উপন্যাস চেক্সপিয়েৰৰ অনুবাদৰ লগতে আধুনিক বা ৰোমাণ্টিক নাটক, প্ৰহসন, আধুনিক চুটিগল্প, বুৰঞ্জীমূলক আৰু সমালোচনামূলক প্ৰবন্ধ, পাতল প্ৰবন্ধ গৌৰৱময়ভাৱে অসমীয়া সাহিত্যত প্ৰৱেশ কৰি নিজৰ স্থান অধিকাৰ কৰিলে। এইভাৱে সাহিত্যৰ সম্পূৰ্ণ আধুনিকীকৰণ 'জোনাকী' আৰু 'জোনাকী'ৰ চাৰিওফালে থকা গোটাখোৱাসকলৰ মহৎ কীৰ্তি হ'ল" (মহেশ্বৰ নেওগ)। অসমীয়া সাহিত্যত নতুন নতুন দিশত চিন্তা-চৰ্চা হোৱাৰ ফলত অসমীয়া ভাষাটোও সমৃদ্ধিৰ পথত আগ বাঢ়িল। 'জোনাকী'ৰ দলটোৰ ভিতৰতো লক্ষ্মীনাথ বেজবৰুৱাৰ "চেষ্টা আৰু ব্যক্তিত্বৰ চূড়া সবাতো ওখ হৈ জিলিকি উঠা কাৰণে তেওঁলোক সকলো সাহিত্যিক অনু-প্ৰেৰণা আৰু অনুশাসনৰ বাবে মুখ তুলি চাইছিল। যদি কোনোবাই সেই অনু-শাসন অমান্য কৰিবৰ যত্ন কৰিছিল তেওঁৰ ওপৰত সেই অনুশাসন কিবা নহয় কিবা প্ৰকাৰে কঠোৰভাৱে বৰ্ত্তিছিল।" ১৮৮৯ খৃঃৰ পৰা ১৯৪০ খৃঃলৈকে এই অৰ্ধ শতাব্দী কালক সেইদেখি বেজবৰুৱা যুগ নাম দিয়া হৈছে।

২০৪ বেজবৰুৱা তেওঁৰ পূৰ্ববৰ্ত্তী লেখকসকলৰ ওচৰত বিশেষকৈ হেমচন্দ্ৰ বৰুৱাৰ সাপ্তাহিক কাকত 'আসাম নিউচ' আৰু গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু'ৰ ওচৰত ঋণী আছিল। তেওঁ নিজেই লেখিছে: 'কেতিয়া 'আসাম নিউচ' আহিব মই বাট চাই থাকোঁ আৰু এটাইৰ আগেয়ে মই কাকতখন মেলি পঢ়ো বুলিলে ঠিক কোৱা

নহয়, গিলৈ বুজিলেও ঠিক হ'ব। বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি ভাব অসমীয়া লিখাৰ গঢ়ৰ কালে ভাল'কৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। এইটো ক'বই লাগিব যে অসমীয়া ভাষাৰ মহাৰথীৰ 'আসাম নিউচ' আৰু 'আসাম বন্ধু'ৱেই আধুনিক অতিত অসমীয়া গদ্য আৰু পদ্যসাহিত্য-সৃষ্টিৰ অৰ্থে spade-work কৰাৰ কাম কৰে, অৰ্থাৎ মাটি কুৰি চহাই দিয়ে," (মোৰ জীৱন-সোঁৱৰণ)

২০৫ অকল আধুনিক যুগৰ সাহিত্যিকসকলৰ দ্বাৰায়ে বেজবৰুৱা প্ৰভাৱান্বিত হোৱা নাছিল। প্ৰাচীন আৰু মধ্যযুগীয় অসমীয়া সাহিত্যয়ো বেজবৰুৱাৰ গদ্য ৰচনাত সহায় কৰিছিল। বেজবৰুৱা সকলো ধৰণৰ অসমীয়া সাহিত্যৰে সৈতে পৰিচিত আছিল। তেওঁ সেইবোৰ অকল পঢ়াই নাছিল, গিলিছিলো, হজমো কৰিছিল। অসমীয়া সংস্কৃতিৰ লগত তেওঁৰ নিবিড় সম্পৰ্ক আছিল। পাশ্চাত্য সভ্যতাৰে সৈতে, ইংৰাজী ভাষা-সাহিত্যৰ সৈতে আৰু লগতে বঙলা ভাষা-সাহিত্যৰে সৈতে ভালদৰে পৰিচিত হোৱাৰ সুযোগো তেওঁ পাইছিল। বেজবৰুৱাৰ সময়ত অসমীয়া ভাষাই প্ৰকৃততে যেন স্থান পাব লাগিছিল তেনে স্থান নোপোৱা কাৰণে অন্তৰত গভীৰ দুখ অনুভৱ কৰিছিল। এই আচাইবোৰ কথাই বেজবৰুৱাৰ মনটো অসমৰ প্ৰতি, অসমীয়া ভাষা সাহিত্যৰ প্ৰতি সম্পূৰ্ণৰূপ নিবিষ্ট কৰাৰাত সহায় হৈছিল। বেজ-বৰুৱাৰ ক্ষেত্ৰত তেওঁৰ অসমীয়া ভাষাৰ প্ৰতি ভালপোৱাটোৱে মুখ্য কথা। অসমৰ বাহিৰতে তেওঁ জীৱন কটাবলগীয়াত পৰিছিল। এই ঘটনায়ো তেওঁক অসমীয়া ভাষাৰ আজীৱন প্ৰেমী আৰু সেৱকৰূপে প্ৰতিষ্ঠিত কৰাত সহায় কৰিছিল। তেওঁৰ নিজৰ ভাষাত: "এটা কথা আছে, দাঁত নসৰিলে দাঁতৰ মোল নুবুজি'। অসমৰ পৰা আমি সৰি নপৰিলে বা অসম আমাৰ পৰা সৰি নপৰিলে অৰ্থাৎ অসমৰ পৰা আমি বিদেশলৈ ওলাই নাহিলে অসম অসমীয়া আৰু অসমীয়া ভাষাৰ আমি মোল বুজিব নোৱাৰোঁ।" আৰু "অসমীয়া ভাষাৰ উন্নতি অসমীয়া সাহিত্যৰ উন্নতিৰ প্ৰথম ঢাপ।" সেইকাৰণে বেজবৰুৱাৰ প্ৰচেষ্টা আছিল জীৱন জুৰি অসমীয়া ভাষাক চহকী কৰা প্ৰচেষ্টা, যাতে অসমীয়া ভাষাই বঙলা ভাষাৰ লগত সমানে স্থান অধিকাৰ কৰিব পাৰে।

২০৬ এটা চহকী ভাষাই সকলো ধৰণৰ ভাৱ প্ৰকাশ কৰা শক্তি ধাৰণ কৰে। সময়ৰ লগে লগে ভাৱৰ বিকাশ আৰু পৰিবৰ্তন ঘটে। পাশ্চাত্য সভ্যতাৰ মূলনাই অসংখ্য নতুন ভাৱ সুমুৱালে। সেইবোৰ অসমীয়া ভাষাত প্ৰকাশ কৰাটো এটা সমস্যা হ'ল। এনে সময়তে বেজবৰুৱাই নেতৃত্ব বহন কৰিলে। সেয়েহে তেওঁ ক'লে: "ভাৱৰ সৈতে ভাষাই সমানে তাল ধৰি যাব নোৱাৰিলে সি বিফল। ইংৰাজী

ভাষাৰ দুৱাৰ আমাৰ মুকলি হৈ পৰিলত আমি বাতৰিত পৃথিৱীৰ জ্ঞান উঁৰালৰ নানান ভাব, অসংখ্য চিন্তা, অশেষ নতুন গৱেষণা সুকি পোৱা হ'লো। আমি সেই বাব আমাৰ ভাষাত নিজৰ কৰি লৈ প্ৰকাশ কৰি অসমীয়া সৰ্ব-সাধাৰণেও তাকে সুকি পোৱা কৰি দিব লাগিব, নতুবা আমাৰ কৰ্তব্যৰ ত্ৰুটী হ'ব। কোনোটো ভাব, কোনোটো চিন্তা আমাৰ ভাষাৰ শব্দৰে প্ৰকাশ কৰিব নোৱাৰিলে সহজে বুজা বিদেশী ভাষাৰ শব্দ ধাৰ'ক আনি সেই কাৰ্যৰ নিমিত্তে তাৰ সহায় ল'লে ভাষাৰ মঙ্গলৰ বাহিৰে অমঙ্গল নহয় আৰু ভাষাৰ জাতো নেযায়।' এজন ভাষাবিজ্ঞানীৰ দৰে বেজবৰুৱাই স্পষ্টভাৱে ধাৰণা কৰিব পাৰিছিল যে কোনো এখন ঠাইৰ ভাষাত কোনো এক অঞ্চলৰ শব্দক আপোন ব্যৱহাৰ নকৰি উপভাষাৰ উপযুক্ত শব্দও গ্ৰহণ কৰা উচিত। সেই কাৰণে তেওঁ এটা আদৰ্শ মান্য ভাষাৰ চিত্ৰ দাঙি ধৰিবলৈ সক্ষম হৈছিল: 'অসমীয়া ভাষা উজনিৰো নামনিৰো ভাষা নহয়, ভাটিৰো অৰ্থাৎ শদীয়া ভাষা নহয়। সি গোটেই অসমৰ ভাষা। উজনিৰ প্ৰাধান্য থকা ভাষাৰ ভাটিৰ পৰা শব্দ সম্পদ ল'বই লাগিব।''

২০৭ আৰু "উজনি ভাটি একেটা হৈ অসমীয়া জাতি আৰু অসমীয়া ভাষা যাক লৈ অসমীয়া ভাষাৰ গৌৰৱ যাৰ অমৃতময়ী লেখনীয়ে অসমীয়া ভাষাক অমৰ কৰিলে, সেই শঙ্কৰদেৱ মাধৱদেৱৰ প্ৰধান কৰ্মস্থান ভাটিহে আছিল। উজনি-বৰদোৱাৰ শঙ্কৰদেৱৰ প্ৰধান প্ৰিয় শিষ্য মাধৱদেৱে ভাটিত বৰপেটাতহে অসমীয়া ভাষাৰ অদ্বিতীয় পুথি নামঘোষা ৰত্নাৱলী ৰচি ভক্তি-প্ৰেমৰ অমৃত নৈৰ পাৰ ভাঙি দি অসম বুৰাই দিছিল। সেই দেখিছো বহু যে এতিয়া এনে দিনত অসমৰ উজনি-ভাটি বিচাৰি ভিন্ন ভাৱ খুচৰিবলৈ যোৱাটো ৰৰ অশোভন কাৰ্য আৰু খোচৰাসকল কেতিয়াও কৃতকাৰ্য নহয়। এতিয়া পৃথিৱীৰ সকলো জাতিৰ ভিতৰতে চলি থকা যুঁজৰ চাকনৈয়াত আমি পৰিছোঁ। সেই দেখি এতিয়া নিজৰ আৰু নিজৰ ভাষাৰ সন্মানাৰ্থে সৈতে থিয়'হ থব লাগিব। আমাৰ ভিতৰত অসাথক ঘৰুৱা দল আৰু বাক-বিতণ্ডাবোৰ পৰিত্যাগ কৰি আমি সামান্য বিভিন্নতা আৰু অমিলবোৰলৈ চকু নিদি একতাৰ ডোলেৰে নিজক বান্ধি শত্ৰুৰ আগত আগুৱাব লাগিব নহলে আমাৰ ধ্বংস অনিবাৰ্য। দৈনিক জীৱনত মানুহে নিজৰ বিভিন্নতা ৰাখি চলিলেও জাতীয় ভাষাত সেই বিভিন্নতা বিসৰ্জন দি জাতীয় ভাষাক বলৱন্ত কৰাটো উচিত'। এনে উদাৰ দৃষ্টিৰে বেজবৰুৱাই অসমীয়া ভাষাৰ চিত্ৰ মনত আঁকি লৈ নানা উপায়েৰে তাৰ চৰ্চা কৰিবলৈ আজীৱন যত্ন কৰে

২০৮ আধুনিক অসমীয়া ভাষাৰ গদ্যশিল্পী হিচাপে বেজবৰুৱাৰ নিজৰ প্ৰতিভাৰ পৰিচয় তেওঁৰ ৰচনাৰ মাজেদি পোৱা যায়। বেজবৰুৱাই নাটক, উপন্যাস চুটিগল্প,

calendar, পোনঃপুনিক—repeating, ধাৰা - section, ঘৰমুখী-কাতৰ—home-sick, নিষেধ—taboo, নিয়মপ্ৰিয়—disciplinarian, নিগাজী - permanent, প্ৰজন্ম—generation, প্ৰত্যাগ্নি—counter fire, পথপ্ৰদৰ্শক—pioneer; প্ৰভিপত্তিশালী —influential, প্ৰাচীনমতাৱলম্বী—orthodox, পুনৰ্বিচাৰ—revision, ফপৰা-ভোগা -trash, বচন dictum, বাট -outlet, বায়ু-পৰিৱৰ্তন—change, বিমোৰ—puzzled, বিদ্ৰূপাত্মক পদ্য—lampoon বেপৰোৱা—reckless, বেজিনী -midwife, বিজুলী-ডাক—telegram, ব্যয়-সংকোচ—economy, ভক্ত admirer, ভাপ কল—steam engine মইমতীয়া—arbitrary, মাজা-মাজি—golden mean মূৰ-গধূৰ —top heavy, বদ —veto, শাস্ত্ৰীয়ৰকমে—officially, সহজ অৱস্থা —normal condition সঙ্গীন - bayonet, সংজ্ঞা—definition সন্দিগ্ধ চিত্তৰ—sceptic, সাংকেতিক চিহ্ন—signal; স্থগিত—suspend, ক্ষেত্ৰ তত্ত্ব—geometry হাতনি-পেৰা cash-box।

২১০ কোনো শব্দৰ একোটি শব্দত প্ৰতিশব্দ বিচাৰি নাপালে এটাতকৈ অধিক শব্দ প্ৰয়োগৰ দ্বাৰা তাক বুজোৱা হৈছিল, উদাহৰণ: তিনি ভাগৰ দুভাগ পানী দিয়া adulterated, মজলীয়া বিদ্যৰ of mediocre ability, অনিয়মিতভাৱে চোৰাংনি-যুদ্ধ guerrilla warfare, কম বয়সত বিয়া কৰোৱা early marriage হাতে কলমে হোৱা অভিজ্ঞতা practical knowledge, কু পথেদি নিয়োজিত misdirected, বিবেচক আৰু বিবেকী conscienious বিকৃত ভাৱপ্ৰৱণতা morbid sentimentality, নৱনৱোন্মেষশালিনী বুদ্ধিসম্পন্ন ব্যক্তি genius খান খেৰৰ জুমুৰিৰে সজা মূৰ্ত্তি effigy, বিয়াৰ উমেদাৰি courtship ঘৰুৱা চিকিৎসক family physician জীৱন কাৰ্যৰ দৈনিক সংক্ষিপ্ত বিৱৰণ diary।

২১১ কেতিয়াবা আকৌ প্ৰতিশব্দৰ আৱশ্যকতা অনুভৱ নকৰি ইংৰাজী শব্দটোকে ৰখা হৈছিল যেনে: club, witty, romantic (ৰোমাণ্টিক), tax (টেক্স), idea, cheque (চেক) fashion (ফেশ্বন), tank (টেঙ্ক), plot (প্লট), প্লেট, স্কুপ বোট, বাৰ্বি, কটলেট ৰেডিজ, হেট পাইপ, নাইট-কেপ ইত্যাদি। এইবোৰ উপায় অৱলম্বন কৰি বেজবৰুৱাই অসমীয়া ভাষাৰ শব্দ-সম্ভাৰ যথেষ্ট ৰকমে চহকী কৰিলে।

২১২ আনহাতে বেজবৰুৱাত আমি পাওঁ অসমৰ পৰ্ব্বত-পাহাৰ, মঠ-মন্দিৰ, অশ্বক্লান্ত, কামাখ্যা, হাজো, উমানন্দ, পৰশুৰামকুণ্ড, বশিষ্ঠাশ্ৰম, ভুৱনেশ্বৰী, অসমৰ গছ-গছনি, শাক-পাচলি: আম, কঠাল, ভাম্বোল, ৰ্ভেঁতেলি, নেমু, জামু, বগৰি, মুৰখিৰা, মদাৰ, আঁহত, জৰী, নল-খাগৰী, মাছুৰী, ধান, মাহ, সৰিয়হ, জাই,

লঙ্কা চেকুৰা, পালেং, বাৰৰী কচু চেঁকীয়া, অসমৰ চৰাই-চিৰিকটি মাছ-মগৰ: গঙ্গাচিলনী, কুকুৰা, হাইঠা কাউৰী, ফেচুলুকা, ঘঁৰিয়াল কাছ, ভুৰা-কাছ বৌ চিতল কাৰৈ পাভ, পুঠী অসমৰ নদ-নদী: সঙ্কা জলিতা, কাম্ভা, সোৱণশিৰী, দিখৌ ব্ৰহ্মপুত্ৰ দিহিং দিমৌ, অসমৰ বস্ত্ৰ বস্ত্ৰ, কানি কাপোৰ আৰু অলঙ্কাৰ: পাঁচ্ছ, চোলাং, টুলুঙা-নাও, নাম ঘৰ, মৰ ঘৰ, বুকলি-ঘৰ গজাল, বটালি, কৰত, হাতুৰী চাঁচ বেন্দ পাক ভোঁহৰ দৈ, গুড়, চিৰা, সান্দহ, তিলৰ লাড়ু মোৱা-আলু কাঠ আলু, চিনা-আলু ঘিলা-পিঠা, চুঙা পিঠা, লাও পিঠা, ফেনি পিঠা, কাঙুনি, খাৰলি, খৰিচা আমৰ গুৰি বগৰীৰ গুৰি ধঁপাত, কানি ভাং ফটিকা লাওপানী, এন্ডুৱাচাপা চোঙা চুৰিয়া, গামোচা 'কাণৰ লংকেক, হাতৰ গাম খাৰু, আঙুলিৰ বাখৰ পকোৰা আঙুঠি, ডিঙিৰ কেটিমণি, গলপতা সাতসৰী হাৰ', অসমীয়াৰ খেলা ধূলা: টাং গুটি পচি লুকাভাকু, হৈ-গুড়ু, কড়ি গুটি, বাঘ গৰু, মহ-মুঁজ, কণী যুঁজ অসমীয়াৰ মাৰ নিন্দা গালি শপনি: চকী ভুকু চৰ, গোৰ হাৰামজাদী বদজাত পাজী গোটিগক, এলাবাহু নাকখাঁৰী গোৰকী জাপৰী ফেদলী বোকতামুষ্টি, পেচা ওফোন্দাগালী বেটী অসমৰ পূজা-পাৰ্বণ, উৎসৱ পৰ্ব: স্বস্ত্যয়ন শান্তি কৰম গহ সঙ্গ কিল হোম কালী পূজা বটুক-পাঠ চতৰ বিহু মাঘ-বিহু কাতি-বিহু বিয়াত গোৱা বিয়া-নাম ওজা-গোৱা পাল নাম, অসমৰ অতীত গৌৰৱ: ৰংঘৰ, কাৰেং ঘৰ, তলাতল ঘৰ, জয় সাগৰ শিৱ দ'ল বিষ্ণু দ'ল দেৱী দ'ল নৰকৰা ফুকন ভুঞা, নৰকৰ নৰকাসুৰ ভগদত্ত নৰনাৰায়ণ আৰু অসমীয়াৰ নাৰৰ লাগতিয়াল গুণসমূহ: তেজ বল সহিষ্ণুতা, একতা স্থিৰতা, গাম্ভীৰ্য ধৰ্ম-নিষ্ঠা। এনেকি আধৰ নন্দকীৰ ৰামায়ণৰ পিছত অসমীয়া শব্দ মালা বেজবৰুৱাৰ ৰচনাত সংৰক্ষিত হৈ থাকিল।

১১৩ বাক্য-ৰচনাৰ ক্ষেত্ৰতো বেজবৰুৱাই অসামান্য ক্ষমতা দেখুৱাইছে। তেওঁ বিভিন্ন ধৰণৰ বাক্য ৰচনা কৰিছে। কেতিয়াবা কোনো এটা বাক্য সম্পূৰ্ণ তদ্ভৱ শব্দৰে গঢ়া আৰু কেতিয়াবা তৎসম শব্দৰে ৰচা। কেতিয়াবা একোটা সংস্কৃত বাক্য লৈছে নতুবা এটা বাক্যৰ একাংশত সংস্কৃতৰ বাক্য ব্যৱহাৰ কৰিছে। কেতিয়াবা আকৌ ইংৰাজী বা আন ভাষাৰ বাক্যৰ অনুবাদৰূপে একোটা বাক্য ৰচনা কৰিছে। তলত আটাইবোৰৰ উদাহৰণ দিয়া হ'ল: উজনি ভাটি একেটা হৈ অসমীয়া জাতি। পৰম ব্ৰহ্ম পৰমেশ্বৰ স্বৰাট, বিশুদ্ধ, বিমুক্ত। জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। বাকীবোৰ 'লোষ্ট্ৰবৎ পৰদ্ৰব্যেষু পৰদাৰেষু মাতৃৱৎ' ভাবি পৰিত্যাগ কৰিবি। মেহনত কৰি কোনো কবি হ'ব নোৱাৰে ( poet is born not made ), সজ কাম নকৰাতকৈ পলমকৈ কৰাও ভাল ( Better late than never ), সিদ্ধিয়ে সিদ্ধিৰ লগ লয় ( Nothing succeeds like success ), পূব পূবত, পশ্চিম পশ্চিমত, দুয়ো বিপৰীত কালে ( east is east and west is west and never the twin shall meet )।

১১৪ কেতিয়াবা শঙ্কৰদেৱ, মাধৱদেৱৰ পদ বাক্য বা বাক্যাংশ একোটা হৈছে, কেতিয়াবা লোক সাহিত্যৰ পদ বা কোনো কবিতাৰ পদ একোৱাৰী হৈ সেই-বোৰক গদ্যৰ আকাৰ দিছে। ভট্টদেৱৰ গদ্যৰ অনুকৰণতো দুই-এটা বাক্য সজা হৈছে। উদাহৰণ: তুমি এই বয়সতে আপোন হাতে আপোনাক মাৰি আপোনাৰ মগামাৰি আপুনি চিন্তিবা এনে কথা হ'ব নোৱাৰে। (তু মাধৱদেৱ: আপুনি আপোন বন্ধু আপুনি আপোন শত্ৰু আপুনি আপোন বাধে মাৰে)। ভৈ বলা বোলে (তু শঙ্কৰদেৱ: অঙ্কীয়া নাট: ৰাজা কৰযোৰে বোল ... ইকলা সম্প্ৰতি 'ইটো ... পৰম সপুত্ৰ' (তু দশম: সুকমুনি বদতি সুনিয়ো পৰীক্ষিত। ... হন্তে মোৰ নৰ্ণগোচৰ হ'ল (তু ভট্টদেৱ: তুমাত হন্তেসে জগতৰ সৃষ্টি স্থিতি সংহাৰ হয়)। যদি কোৱা, অকস্মাৎ বিহাৰৰ ওপৰতে মাৰঘাত পৰিল কিয়? (তু ভট্টদেৱ: যদি বাল্য বিষয়ত দৃষ্টি নাইহল কেমনে ভোগ কৰে।)। মই সাৰো বদি বালী, কন্যা "প্ৰসন্ন হোৱা, এইটো সুভাল' (তু ভট্টদেৱ: হে জগন্নিবাস, প্ৰসন্ন হবা)

২১৫ বনগীত জুমাৰীবা কেতিয়াবা গদ্যৰ ৰূপ দিয়া হৈছে। ... লচুৰ নপচু-মুশুন না-ৰ ৰূপহী মদাৰজোপা ... হৈ ফুলিল ... আৰু গুৰু-... তোৰ ফুল এপাহি নালাগিল ... ৰূপহী মদাৰ ঐ। ৰূপ সাগৰত বুৰ মাৰি অৰূপ ৰতনৰ ... আশাত ... (তু ৰবীন্দ্ৰনাথ: ৰূপ সাগৰে ডুব দিয়েছি অৰূপ ৰতন আশা কৰি)।

২১৬ বেজবৰুৱাই যেতিয়া সুবিধা পাইছে তেতিয়াই অসমীয়া খণ্ড বাক্য, প্ৰবাদ বচন, জতুৱা ঠাঁচ আদি পৰ্যাপ্ত ৰূপে ব্যৱহাৰ নকৰাকৈ এৰা নাই। ... ৰচনাত পাওঁ: কথাত কটা যায়, পথাত বটা পায়; ... বাৰী বাৰা, শাকত নাথায় লোণ পিটিকাত যায় তিনিগুণ, সাত পুৰুষৰ নাই ... গাই কৰিয়া লই খাবালৈ যায়, আইৰ ঘৰলৈ যাম দুইহাতে খাম বিধাতাই বোলে মই পিছে পিছে যাম ... মিতিৰৰ ভাও ... থাক ... নাও মানুহে পাতে ঈশ্বৰে ভাঙে, নল মৰে গঁজালি উঠে। অসমীয়া চিৰকাল পৰৰ ওপৰত খোৱা ভেটিয়া পানীত যোৱা মোৰ ধাতু চুলিৰ আগ যদিও পালেগ তথাপি মবোঁজীৰ্সী-আধিক একুখন ভাঠ কৰি ক'লো, তেওঁ ৰগা ছাহাবসকলৰ ... ভালকৈ তেল টেঙা ঘঁহিব জানিছিল।

২১ বেজবৰুৱাৰ বহুতো বাক্য প্ৰবাদ-বাক্যত পৰিণত হৈছে যেনে "জাতীয় সাহিত্য জাতীয় জীৱনৰ প্ৰতিবিম্ব। অসমীয়া ভাষাৰ উন্নতি অসমৰ উন্নতিৰ প্ৰথম চাপ। সদায় আঁউসী নেথাকে। কামৰ সক বৰ নাই।" বাক্যবোৰো একে দৈৰ্ঘ্যৰ নহয়। এই ক্ষেত্ৰতো বেজবৰুৱাই বৈচিত্ৰ্যৰ সমাবেশ ঘটাইছে। তেওঁৰ আটাইতকৈ

মিঠা

মিঠা তিতাৰ কথা মই কোৱা নাই

অনুপ্ৰাস : এগৰাকী দুধোৱালৈক আহি সংসাৰত্যাগী সন্ন্যাসীৰ শৰীৰত বিষয় বিৰাগী বৰাগীৰ গাত দুষ্ট কলি প্ৰৱেশ কৰিলে বৰাগীৰ মনত বিকাৰ উপস্থিত হ'ল।

অতিশয়োক্তি : বাস্তৱিকতে তেওঁৰ দাঢ়ীকোছা ইমান দীঘল আছিল যে এতেজাৰৰ ভিতৰত নখ নিবাৰণৰ্থটা মানুহৰ মুখত তেনে দাঢ়ীৰ ছবি সততাই পোৱা নাযায়।

আৰোহ বা সাৰ : আমি দেখিছোঁ। আমি পাইছোঁ, আমি বুজিছোঁ। অসমীয়া এটা ভিন্ন ভাষা। পঢ়ি চোৱা, নিজাই চোৱা দেখিবা। হে অসমীয়া! ভয় কি? সংশয় কি? আৰু আমনজিমনকৈ থকা কিয়? বুকুত সাহ লৈ, ঈশ্বৰৰ আশীৰ্ব্বাদ শিৰত লৈ ভক্তি বিনয় নম্ৰতা অথচ মনুষ্যত্বৰ দাবীৰ কৱচেৰে আবৃত হৈ, ধৰ্মৰ সুনিৰ্মল জ্যোতিৰে বিমণ্ডিত হৈ আগ বাঢ়া। গাভৰুৰ কি লাহৰী হাতখনি। কি চকুৰ ঠাৱ। কি খামোচ খোৱা বঁকা লতি। কি আঠিয়া কলৰ ডিল যেন ভাৰযুৰি। নাকত, নেপাই গল জনমলৈ গল

অৱৰোহ : এতিয়া হে জগতবাসী! হে ভাৰতবাসী! হে অসমবাসী! ভাত প্লেট নাছিল কাঁটা নাছিল, চামুচ নাছিল, ছুপ নাছিল, ৰোষ্ট নাছিল, কাৰি নাছিল কটলেট নাছিল আছিল মাথোন পঁইতা ভাত আৰু পোৰা মাছ।

সুভাষণ : চুৰ কেকুলীবোৰে ক্ষুদ্ৰবিধ কা সমাপি শৰ মাৰিছু তহঁতৰ চাপত ফিলো নাও গজাম ভেটিত গোবৰলাৰ ডুবাই সি কথা কবাম।

ব্যাজস্তুতি : একতা, একতাৰ বিষয়ে অসমীয়া জাতি পৃথিৱীত অদ্বিতীয়। একতা মানে একেটা অৰ্থাৎ গাইপতি এটা এটা গোট গোট।

লক্ষণা : 'বগা ছাগলৰ উন্নতি শীঘ্ৰ হয়। সেই মহাপাপীৰ তেওঁ কস্মিন কালেও বদন দৰ্শন নকৰে।

সমাসোক্তি : গুৱাহাটীৰ গাত লুইতৰ বিদায় মেখেলা ভিজিত পৰতৰ সাতশৰী-হাৰ বুকুত ভুৱনেশ্বৰীৰ ধৱল কিৰীটি বুকুত উমানন্দ আৰু উৰ্ব্বশী। কতিয়া কোনাটো লেগ লগা নোবাৰোঁ। মনে মনে টোপনিয়ে আহি মোৰ মূৰৰ পৰা ভৰিলৈকে ঢাকি ক'লা কাপোৰ এখন মোৰ গাৰ ওপৰত মেলাই দিলে। আৰু বাহিৰৰ কৰ্মব্যস্ত-তাৰ ইন্দ্ৰিয়বোৰে ৰোহ পাতি ধৰ্মঘট কৰি নিজৰ কাম বন্ধ কৰি দিলে। মই টাঁহিলে পৰ্যন্তও টাঁহ।

পুনৰুক্তি : ৰব ৰকৰাৰ নিচিনা মানুহৰ পক্ষে খৰচ আপদ, খৰচ বিপদ খৰচ শনি, আৰু তুঁহৰ অগনি তেওঁ মৰিলেও খৰচ নমৰিলেও খৰচ, এধাজীয়া হৈ থাকিলেও খৰচ

**অন্যান্যতা :** ধৰৰ ভিতৰত চিতৰা পখৰা বোন্দা মাহ কোনাকানকনি লগাইছে, সক সক ল'ৰাবিলাকৰ কোনোটোৱে পেনপেনাইছে, কোনোটোৱে কেনকেনাইছে।

**বিষম :** সি যেনে তেজী তেনে কোমল, যেনে তপত তেনে চেঁচা, যেনে কটু তেনে মধুৰ

**ভ্ৰান্তিমান :** সেই আকাশত উৰি ফুৰা মইনা চৰাই নে, পৰ্বতৰ গাত ফুলা বনৰীয়া ফুল? তুই পৰ্বতৰ জীয়ৰী গৌৰী নে লুইতৰ জীয়ৰী কোনোবা জলকুঁৱৰী?

২১৯ বেজবৰুৱাৰ শক্তিশালী ব্যক্তিত্ব, সজ্ঞান কাৰিকৰি, অসমীয়া ভাষাৰ প্ৰতি থকা তেওঁৰ স্বাভাবিক টান, আৰু অসমীয়া ভাষাৰ ওপৰত থকা দখলৰ দ্বাৰা তেওঁ এটা নিজস্ব ৰীতি গঢ়ি তুলিবলৈ সক্ষম হয়। সেই হেতুকে বাণীকান্ত কাকতিয়ে কৈছিল : '"বেজবৰুৱাৰ ৰচনা-পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হয়"। আনকথাত ক'বলৈ গ'লে বেজবৰুৱা আধুনিক অসমীয়া ভাষাৰ এজন প্ৰধান গঢ় দিওঁতা। তেওঁৰ বিবিধ ৰচনাই অসমীয়া ভাষাক যথাৰ্থৰূপে সমৃদ্ধ কৰি তুলিলে

২২০ "এজন ৰজাৰ শাসনৰ অধীনত থাকি সেই ৰজাৰ হকে যুঁজিবলৈ হ'লে সকলোৰে এক মনৰ হৈ লগলাগি এজন প্ৰধান সেনাপতিৰ আদেশ মানি যুঁজিব লাগিব, তেহে আমাৰ জয় হ'ব। কাৰো শাসন আৰু আদেশ নমানি আমি গাইপতি মইমতভাৱে যুগযুগান্তৰ ব্যাপি যুঁজি শৰীৰ পাত কৰিলেও যুঁজত জয়লাভ কৰিব নোৱাৰোঁ।"— (বেজবৰুৱা)। অসমীয়া ভাষা-সাহিত্যক 'বঙ্গীয় বকাসুৰৰ পেটত সুমাই ল'বলৈ আৰু গোটেই অসম দেশখনকে গিলি পেলাবলৈ সচাঁশী পণ্ডিতসকলে ক্ৰমাগতভাৱে ওপৰাউপৰিকৈ যি বোৰ আক্ৰমণ চলাইছিল সাহিত্যৰথী লক্ষ্মীনাথে সেই সকলোবোৰ আক্ৰমণ সিংহবিক্ৰমেৰে ওফৰাই পেলাইছিল অসমীয়াৰ ন্যায্য দাবী দৃঢ়ভাৱে সাব্যস্ত কৰি শেষত জয়লাভ কৰিছিল। সমসাময়িক আন সকলোবিলাক সাহিত্যিক এতাই বৰসেনাপতি লক্ষ্মীনাথৰ বলিষ্ঠ নেতৃত্ব মানি লৈছিল। ভাষা-সাহিত্যৰ ৰণত দিগ্বিজয়ী হোৱাৰ বাবেই বেজবৰুৱাক আজি আমি সাহিত্যৰথী আখ্যাৰে বিভূষিত কৰিছোঁ' — (অতুল চন্দ্ৰ হাজৰিকা)। বেজবৰুৱাই এনে এজন প্ৰধান সেনাপতিৰ স্থান অধিকাৰ কৰাৰ ফলত আন কেইবাগৰাকী লোকে সাহিত্য সেৱাৰ জৰিয়তে বেজবৰুৱাই দেখুওৱা বাটেদি আগবাঢ়ি অসমীয়া আধুনিক মাক ভাষাটোৰ সুপ্ৰতিষ্ঠাত অৰিহণা যোগালে। এই ক্ষেত্ৰত বেণুধৰ শৰ্মা, অতুল চন্দ্ৰ হাজৰিকা, অম্বিকাগিৰি ৰায়চৌধুৰী, সত্যনাথ বৰা আদিৰ নাম বিশেষভাৱে উল্লেখ কৰিব লাগিব। বেণুধৰ শৰ্মাৰ ভাষাত নানা ধৰণৰ শব্দৰ প্ৰয়োগ দেখা যায়। সেইবোৰৰ কিছুমান কথিত ভাষাৰ শব্দ, কিছুমান সংস্কৃতীয়, কিছুমান পুৰণি অসমীয়াৰ শব্দ, কিছুমান

নাম্বনি অসমৰ কথিত ভাষাৰ শব্দ : থান খিত, বন বাবি সাঁজ লাগ, গজ (ভিতি), নানান, ভেতে, ফিকি ঠগ আদি বেণুধৰ শৰ্মাৰ ৰচনাৰ আন এটি চানেকি এনেকুৱা : ১৯২৮ চনৰ ২ মে তাৰিখে দুপৰীয়া এথাৰমান বজাত ঢক ফুটিল। হেম গোসাঁই ঢুকাল গুৱাহাটী নগৰত উস্মিস্ লাগিল উজান বজাৰ জয় পৰিল। স্কুল কাচাৰী বন্ধ হ'ল অফিচ ছুটী হ'ল সাধু-স্বভাৱৰ গোসাঁইৰ টোল ভৰি পৰিলহি। হাৰ কৰ্মচাৰীও ঠাহ খালেহি। সকলোটি নিৰ্বাক, নিস্পন্দ কাৰো মুখত মাত নাই, নিষ্ঠা দ সকলোৰে মন ওন্দোলাই থৈছে

২২২ বেজবৰুৱাৰ পাছত অসমীয়া ভাষাৰ সৌষ্ঠব বৰ্ধনত বিশিষ্ট অৰিহণা আগ বঢোৱা আন এজন লেখক হ'ল অতুলচন্দ্ৰ হাজৰিকা বেজবৰুৱাৰ নিচিনাই অসমীয়া ভাষাৰ প্ৰতি ভাল পোৱাটোৱে হাজৰিকাৰ ক্ষেত্ৰতো মুখ্য কথা। তেওঁৰ ভাষাত অসমীয়া ভাষা "অসমৰ বাইজৰ প্ৰাণৰ ভাষা, মাতৃভাৱৰ আমাকৰ ভাষ ই একেদিন পাযত গজা নাই। অসমৰ মাজ বুকুৰেদি বৈ যোৱা বৰ লুইতখনৰ সমান গভীৰ, প্ৰশান্ত আৰু প্ৰাচীন এই অসমীয়া ভাষা", আৰু এই অসমত 'যদি অসমী ভাষাই নেপায় আগত স্থান, স্বাধীনতা হ'ব ভোৱা ভাৱনা ব্যৰ্থ সাধনা ধ্যান। বনুৱ, পমুৱ, সবাৰে মুখত দিলে অসমীয়া মাত, তেতিয়াহে মাথো হ'ব জয়যুক্ত বণ-চুবাযাৰ জাত।' হাজৰিকাৰ ৰচনাত প্ৰথমতে চকুত পৰে শব্দ চয়ন-সম্পৰ্কত অচৰিত ধৰণৰ অৱলম্বন কৰা তেওঁৰ উদাৰ পন্থা তেওঁ মুকলিভাৱে সকলো ধৰণৰ শব্দ গ্ৰহণ কৰিছে। ইকৰা অসমীয়া শব্দৰ পৰা আৰম্ভ কৰি উপভাষাৰ শব্দ বিদেশী শব্দ, সংস্কৃত শব্দ, প্ৰতিধ্বন্যাত্মক শব্দ, জনজাতীয় ভাষাৰ শব্দ, সৃষ্ট শব্দ, আদি সকলোবোৰকে উপযুক্ত স্থানত ব্যৱহাৰ কৰিছে। তলত দিয়া উদাহৰণবোৰৰ পৰা এই বিষয়ে এটা স্পষ্ট ধাৰণা পোৱা যাব :

(ক) ধোঁৱা চাং, নাগমাটি, ডুলাপাত, লাওপানী, এলা পচা, ৰৰাইচ, পেন্দুকনা, লীপলিপ, আটোমটোমাৰী, মুদৈ

(খ) দুনিয়া, জাহাপনা, ছাহজাদা, তফাৎ, ডাক্ৰ বাজিয় ফিকিৰ, দগাবাজ, জাহৰ, তালাব, আপাল পয়গম্বৰ

(গ) ব্ৰহ্ম-বধ, পিতৃ বধ সুৰা-পান সুৱৰ্ণ হৰণ, মিত্ৰ দ্ৰোহ পুত্ৰ-পুত্ৰী, বপু।

(ঘ) জুই অগনি, তৃণ-কুট বাকলি বসন।

(ঙ) ফুটছাই আটাহ, তালাপ, নাগেশ্বৰ, মকুৰা, বাৰণৰ নাড়ী, সাধন, ছাৱা, বাপাছানা, আভা, আবু, বাৰেপুৰা, চালপীৰা, শেতলী, তোটোৰা, হেহে-নেহো, হাড়বিয়া শেহ-বেঙা, তামাকোঁহা, উকা, দেও, লিঙ্গ, লাপু।

(চ) টোপনি, ঘুমটি, ডিঙি, গল, চিফুং বাঁহী, নৃপতি যজ্ঞ, ডকলি জোৰাৰ, চুঁচি-মাজি, ঘণিয়া।

(ড) দেওমনিৰ সাতে সোতৰে, কাউৰ-কুকুৰ, বিচাৰ-খোচাৰ, মাত বোল, চাকি বন্তি, হাজাৰ বিজাৰ, সহায়-সহযোগ, মৰম-চেনেহ, বাৰিষা-খৰালি, ডকা-চাকনৈয়া, বেল-নগৰ, ভেল নগৰ প্ৰলয় বোমা।

(ঢ) জনম লগন, লখিমী, ভকম, অধৰম, পুইন, মেলেচ, শুকুলা, বিয়াধ, শকতি, হৰিষ, বাইনত, ধৰ্ইচ।

(ণ) অগ্নি-জন ৰোমাণ্টিক ইলিয়ট কবিতা। মিত্ৰদেৰী (ডাঃহাৰ), সূচনা চিত্ৰ (documentary), এটমৰ (দম্ভ) বজ্ৰ চেষ্টা, যুটীয়া প্ৰচেষ্টা।

২২৩ আনন্দাৰে শাজৰিকাৰ ৰচনাৰ পাতে পাতে জিলিকি আছে অসমীয়া সমাজ আৰু সংস্কৃতিৰ বাৰ্তাবহনকাৰী অলেখ শব্দৰাজি : বিহু ভটৈলি জে বিহু, মাৰৈ-পূজা, দেওধা নাচ, ভিনি কীৰ্তন চান্দাৰ ডিঙা ঢুলীয়া খুলীয়া, গায়ন, সূত্ৰধাৰ ভেণী মাণী, শিলাকুটী, বণিয়া, সূতাৰ, চৰ্মকাৰ, কুম্ভকাৰ, চিত্ৰকৰ, বৈহাৰ, বিপ্ৰ, বাইথ, নট, ভাট, দেবদাসী, হাজ্জাৰ নটী, মাৰৈপূজাৰ দেওধনী, বিয়াতৰ জো চাংমাই, লিগিৰ-লিগিৰী ছিপাহী-ছৰুৰী হাতী শাল, ঘোঁৰা-শাল, চাংমাই শাল, মইনা, পাটো, চাকাৰ ঢোল নাদন নৰণ, ক্ষুৰ, বেঁচী, আংঠি, গলপতা বেকাঢ়লি, থুৰিয়া, চিৰিপাতি, বিহা-মেখলা, শৰাই পিকদান ভোগজৰা দোলা, পালেংগী, পচলাৰ খাৰ, মাটিমাহৰ আঞ্জা কাহুদি খাৰলি শোকোতা-খৰিচা কলডিল ঔ টেঙা, লফা শাক চিতল মাছৰ পোলহি, মুড়ি।

২২৪ অসমীয়া ভাষাৰ বৈশিষ্ট্যসূচক নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ বহুল ব্যৱহাৰ হাজৰিকাৰ ভাষাৰ আন এটা বৈশিষ্ট্য। উদাহৰণ : পানাৰণ চুলিকাছা, জুইকৰা, কেবাখিলাও পাত, বজিগছ, পাকগাল মাছ এচকল এচপৰা মাটি, এচাব বাৰ, লিখক-এচাম, এহালিচা পাতনি, পানী এচলু, এচেমেকা অমৃত, গুকজন, গাভৰুজনী, লাওজোপা তুলসীজুপি গালি-এজাউৰি এটুপি চকুলো এডৰা মাদুৰী-বন, আপদ ঢাল পানী এডোঙা, এধাৰ সোণৰ হাৰ এথাৰি বনমালা, মজা-এপালী, ফুলপাহ, পুণ্যফেৰা, পূজাভাগ এভাগি-পূজা পানীয়ুৰি, চকুযুৰি এযোৰ চাকৈ চকোৱা, কেৰুযোৰ, এই সোপা, এহাল বুঢ়া-বুঢ়ী।

২২৫ শব্দ-ৰচনাৰ পাছত বাক্য-ৰচনা। হাজৰিকাই বিভিধ ধৰণৰ বাক্য ৰচনা কৰিছে। কোনো এটা বাক্য সম্পূৰ্ণ তদ্ভৱ শব্দেৰে ৰচা, কোনো এটা তৎসম শব্দেৰে ভৰপূৰ, কোনো এটা বাক্যৰ একাংশত যদি সংস্কৃত বা আন ভাষাৰ বাক্যৰ অংশ ব্যৱহাৰ কৰিছে, কোনো এটা আকৌ ইংৰাজী ভাষাৰ অনুবাদৰূপে ৰচনা কৰিছে। কেতিয়াবা পুৰণি অসমীয়া সাহিত্যৰ পদৰ শাৰী কিছুমানকো গদ্যৰ ৰূপ দি লেখা হৈছে। কোনো কোনো ক্ষেত্ৰত আন কবি-সাহিত্যিকৰ ৰচনাকো নিজৰ বাক্যৰ

লগত সাঙুৰি সুকীয়া বাক্যৰ প্ৰচলন কৰিছে। কেতিয়াবা ভাৰতীয় মহা-কাব্যৰ কাহিনীৰ আৰ্হিমতে বাক্য সজোৱা হৈছে। ভট্টদেৱৰ ৰচনাৰ নিচিনা বিশেষণৰ ক্ষেত্ৰত সংস্কৃতীয়া প্ৰয়োগো হৈছে। কোনো ভাব স্পষ্টকৈ প্ৰকাশ কৰিবলৈ কেতিয়াবা অঙ্ক বিদ্যাৰো আশ্ৰয় লোৱা হৈছে। তলত আটাইবোৰৰ উদাহৰণ দিয়া হ'ল :

২১৫.১ প্ৰায় ৰণাদাৰ দিলে। ৰাতি পুৱাল যাওঁ এতিয়া পক্ষি-সন্তান বিহগ-বিহগীসকলৰ লগত সন্ধ্যা-গলিতা-ৰাজ্যৰ ভক্তিবিমিশ্ৰিত সুৰত সুৰ মিলাই দি সন্ধ্যাচলত সেই শুভ দিনলৈ প্ৰতীক্ষা কৰি থাকো। সন্ন্যাসীয়ে ক'লে— মহাৰাজ পুত্ৰং দেহি। ইমানতে আমি ঠাইৰ দেৱতা ঠাইলৈ উলটি যোৱাই ভাল। যং পলায়তি সংজীৱতি। মেকুৰী জোলোঙাৰ পৰা ওলাল মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধায় কোনে? বেছি লিখা অনাৱশ্যক। ফলাফল ফলদাতা বিভুৰ হাতত। মহাপাপৰ কামোৰাবোৰ মন্দমতি পাপশীল অজামিলে ল'ৰাৰ ধেমালিৰ নিচিনাকৈ বুলি ভাবিছিল। সেই পালোৱা নাৰায়ণক আমাৰ সেনাই পাছে পাছে শিশুপালে খেদা দি পৰ্বতচূড়াত লৈ গ'ল। নিজাক্ষী ধৰিত্ৰীৰ দ্বাৰা। যমুনাক পাগলিনী কৰি। আমাৰ কেৱল নাম মাথোঁ সংসাৰ অৱস্থা জ্যামিতিৰ বিন্দুৰ নিচিনা স্থিতি আছে কিন্তু দৈৰ্ঘ-প্ৰস্থ নাই।

২১৫.২ হাজৰিকাই য'তেই সুবিধা পাইছে ত'তেই অসমীয়া ফকৰা যোজনা প্ৰবাদ-বচন জতুৱা ঠাচ আদি পৰ্য্যাপ্তৰূপে ব্যৱহাৰ কৰিছে। উদাহৰণ : আই মানুহ পাপে ঈশ্বৰে ভাগে। বালীলৈ যিপাট শৰ সুগ্ৰীৱলৈও সেইপাট শৰ। আমাৰ এষাৰ কথা আছে - ৰজাক নাটে ৰজাক নাটে। ছুৰমৰ যাত্ৰা যি কৰে বিধাতা। আলচা কথা নহয় সিদ্ধি বাটত আছে কণা বিধি। বাপে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে। অল্প বিদ্যা ভয়ঙ্কৰী। এন্দুৰ সেন্দুৰৰ মোল কি বুজে? এক ঘৰাই ধান খায়, এক ঘৰাই হান খায়। কাকো পৰিল ভোলো সৰিল। গাত নাই ছাল-বাকলি, মদ খায় তিনি-টেকলি আছে গৰু নাবায় হাল, তোৰাতকৈ নোহোৱাই ভাল। সভাত থাকি নেমাতে উচিত, দোষ পায় কিঞ্চিৎ কিঞ্চিৎ। নাচিব নাজানে চোতাল লেখন হবেমগৰীয়া। চুচিলে মাজিলে বান্দৰীও সুন্দৰী হয়। খাই পাত ফলাৰ হ'ল। তেওঁ সুধিলে মহাদেৱৰ কথা, পুতেক ক'লে ভঙা লাওৰ কথা। তেতিয়াৰ পৰা নাৰায়ণ দেৱতা তেওঁৰ চকুৰ কুটা দাঁতৰ শাল হ'ল। সিহঁতে আমাৰ কামত এনেদৰে বিঘিপথালি দিয়াটো উচিত হ'ল নে? দৈত্যৰাজে দেখিলে, কথা দেখোন বিষম, কালিৰ ছৱালে পৰহিৰ গীত গায়। ৰজাৰ খাণ্ড চুলিৰ আগ পালে গৈ। এইদৰে ফাল চাচোঁতে মাহৰ বতৰ গ'লে লাভ একো নহয়।

২১৫.৩ হাজৰিকাৰ বাক্যবোৰৰ কিছুমান হ্ৰাস আৰু কিছুমান দীৰ্ঘ ৰূপৰ : পাদ মাহ। ৰাতি পুৱাল। আজি নিবেদন সংক্ষেপ এক আছিল ৰজা আছিল

জননী বুঢ়ী। কন্মিণী, বেউলা, উষাৰ দেশৰ তিৰোতা মই। আমি যিখন সমাজত বাস কৰোঁ, চলন ফুৰণ কৰি জীয়াই থাকোঁ, সেই সমাজৰ জীয়া সমস্যাই যদি আমাক টানিব নোৱাৰে আমি যি দেশৰ নদ-নদী, চৰাই-চিৰিকটি, ধুলি-মাকতিৰ মাজত ডাঙৰ-দীঘল হৈছোঁ, সেই দেশৰ মাটিৰ সৌন্দৰ্যই যদি আমাৰ সাহিত্যত প্ৰেৰণা যোগাব নোৱাৰে, যি আদৰ্শৰ পৰম্পৰাত আমাৰ মনোজগতৰ বিকাশ সাধন হৈছে সেই আদৰ্শত যদি আমি উদ্বুদ্ধ নহওঁ আৰু সাহিত্যত তাৰ প্ৰতিফলন নহয় তেন্তে সেই সাহিত্যক আমাৰ নিজা সাহিত্য বুলি ক'ব'লৈ মন কোঁচ খাই যায়। শাব্দিকৰ অলঙ্কাৰযুক্ত বাক্য দুটামান এনে ধৰণৰ: কি সুন্দৰ প্ৰাগজ্যোতিষপুৰ নগৰ! প্ৰকৃতিৰ উপবন, পৃথিবীৰ নন্দন-কানন। প্ৰত্যেক পৰ্বতৰ টিঙত, লুইতৰ বুকুত, পূব পশ্চিম, উত্তৰ দক্ষিণে একোখনি একোখনি তীৰ্থ-স্থান। প্ৰত্যেকই যেন একোখনি স্বৰ্গৰ দুৱাৰ। সৌৱা নীলাচল আই কামাখ্যা গোসাঁনীৰ মহাপীঠ ওচৰত ভুৱনেশ্বৰী মাতৃৰ আকাশস্পৰ্শী মন্দিৰ স্বৰ্গালোক। তুমিনো কাক ফাঁকি দিয় নাই নন্দ যশোদাক ফাঁকি দিলা গোপ গোপিনীক ফাঁকি দিলা গোকুলক ফাঁকি দিলা যমুনাক ফাঁকি দিলা আৰু যে কত ফাঁকি দি কন্দুৱালা কিমান লেখ দিম।' (পুনৰুক্তি)

২৩ ইপিনে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমীয়া জাতিক উদ্বুদ্ধ আৰু চিৰ-জাগ্ৰতকৈ ৰাখিব লৈ যি ভাষাৰ গঢ় দিলে সিয়ে অসমীয়া ভাষাৰ পুষ্টিত বিশিষ্ট অৱিহণা যোগালে। ৰায়চৌধুৰীৰ ভাষা তেওঁৰ ব্যক্তিত্বৰ উপৰিও সেয়াৰ পৰ বিক্ষেপৰ দৰে কঠিন নিৰ্ভীক আৰু অতি সৰাসৰি। তেওঁৰ ভাষা প্ৰাণৰ, তেওঁৰ ভাষা স্পষ্টবাদীতাৰ আদৰ্শ।' ৰায়চৌধুৰীৰ ভাষা তেওঁ উপলব্ধিৰ পোণপটীয়া প্ৰকাশৰ চানেকি। তেওঁৰ ভাষা বিশ্লেষণ কৰি চালে তলত উল্লেখ কৰা ধৰণৰ বৈশিষ্ট্যবোৰ দেখা যায়:

(ক) শব্দ-প্ৰয়োগৰ ক্ষেত্ৰত ৰায়চৌধুৰীৰ ভাষাত প্ৰথমে চকুত পৰে তেওঁৰ সংযুক্ত শব্দৰ ব্যৱহাৰৰ প্ৰাচুৰ্য। সাধাৰণতে পোৱা সংযুক্ত শব্দ কিছুমানৰ উপৰিও তেওঁ নিজৰ ধৰণেৰে অলেখ সংযুক্ত শব্দৰ সৃষ্টি কৰিছে। সেইবোৰৰ কিছুমান এনেকুৱা: সমাজ-দেহ, শাসন-হেঁচা, বসাত ৰক্ষ বিশ্লেষণ যন্ত্ৰ, স্বাস্থ্য-চেতনা বুটলি-বোটাই সজাই গোটাই, বাম-ধাতুৰী, শত্ৰু ফৈটা, জয়-গৌৰৱ, ঐক্য-বল, কপ লো-তেল-চূণ-কয়লা, দেশ মাটি জাতি-ধৰ্ম কৰ্ম-মৰ্ম-বৰ্ম, গাদী-পদ-ধন বিত্ত ক্ষমতা সম্ভোগ ধৰ, সাহিত্য-দৰ্শন বুৰঞ্জী কৰিতা গীত-উদ্যোগ ৰাজনীতি।

(খ) তৎসম শব্দৰ প্ৰাচুৰ্য ৰায়চৌধুৰীৰ ভাষাৰ আন এটা বিশেষত্ব তৎসম শব্দ কিছুমান এনে ধৰণৰ: জ্ঞান চৈতন্য, নিনাদ, মুক্ত প্ৰচণ্ড উন্মত্ত কণ্টকিত,

নিষ্প্ৰভ, সচেতন উন্মিলিত প্ৰস্ফুটিত, চেতনদীপ্ত, লোমহৰ্ষক আত্ম-চেতনা, আত্ম মৰ্যাদা, আত্ম শ্ৰদ্ধা, আত্ম বিশ্বাস উদ্বেগ, তৎপৰতা। অৰ্ধতৎসম শব্দৰ সংখ্যা তাকৰ, যেনে, তিয়াগ। পূৰণি অসমীয়াৰ শব্দও মাজে মাজে পোৱা যায়, যেনে, সমল তদ্ভু তেৰা। ইংৰাজী, আৰবী পাৰচী আদি আৰু আন ভাষাৰ শব্দৰ ব্যৱহাৰো তেওঁ কৰিছে যেনে আৱাজ চক্ৰ হাবা মছগুল, চুৰত, শ্লোগান ইত্যাদি। এফালে পাওঁ পাৰ্লিয়ামেণ্ট, এচেম্বলি কাউন্সিল, কমিটি, লোকেলবোৰ্ড, মিউনিচিপালিটি, আৰু আনফালে পাওঁ স্বায়ত্ত শাসন (Provincial Autonomy), শান্তিপূৰ্ণ (non-violent), বৈধ (legitimate), গোজ পোতা স্বাৰ্থ (vested interest), একজাতীয়তা (homogenity)। ৰায়চৌধুৰীয়ে নিজা ফালৰেও কিছুমান শব্দ সৃষ্টি কৰিছে, যেনে, আলাপু (এলেহুৱা) প্ৰাৰ্থৰ্ম, নেতা নেতিবা জৈৱনিক (জীৱনসম্বন্ধীয়), বান্ধসিক (বন্ধন সম্বন্ধীয়)।

গ. ৰায়চৌধুৰীৰ ভাষাত নামনি অসমৰ ভাষাৰ শব্দৰ ব্যৱহাৰ আন এটা মন কৰিবলগীয়া কথা। এই শব্দবোৰৰ প্ৰয়োগে তেওঁৰ ভাবৰ গতি-ধাৰাত কিন্তু বাধাৰ সৃষ্টি নকৰি শাক তীব্ৰতৰহে কৰি তুলিছে উপভাষাৰ শব্দ আৰু খণ্ড-বাক্য কিছুমানৰ নিদৰ্শন এইবোৰ ঃ লেতেলী, তেলাল (তেল থকা), ফেস্থা (চেপেটা খাই গুটি হৈ যোৱা), খোঁখা (খকুৱা), টনা দিঁহা টনা-আজোৰা, জিত কৰা (শান্ত কৰা), লক (অন্য), খোপ দি (খোপনি পুতি) খুম (যোগাড়া) পেক (বোকা) থেতেলা (খুন্দি চেপেটা কৰা) ডাক দি (আহ্বান জনা), চেলান দি (আউজ), তিহিনি টান্ (কাৰ্ষ্টৰ উশাহ ল) হান (খোঁচ) খা বৈৰল চুট্ (বলিয়াৰ নিচিনা হ)।

ঘ. বিশেষণ শব্দৰ ব্যৱহাৰত ৰায়চৌধুৰীৰ ভাষাত নিজস্ব ভঙ্গী পৰিলক্ষিত হয়, জীৱন-স্তম্ভৰ আকাশলঙ্ঘী (চূড়া), সাগৰৰ তলিহীন (দ), ভুঁইফুটা (অধিকাৰী) টোপনিৰহীয়া (জাতি), আনন্দভাতী (ৰূপ), খাৰাসাৰ (আক্ৰমণ), খুম-হেকৰা (ক্ৰীতদাস), তীব্ৰ-তেজাল (প্ৰভুত্ব), আচাভুৱা (জীৱ), কলুষাৱৰ্দী (পিশাচ), শাৰদী (শেৱালী), হেঙুলী (হাত) পলাশী (ওঁঠ), সাঁজলী (কপাল), সুৰদী (ছেগ), মেওখুজীয়া (খাদ-পানী)।

ঙ. সংস্কৃত শব্দৰ ব্যৱহাৰত সন্ধি-প্ৰৱণতা ৰায়চৌধুৰীৰ ভাষাৰ আন এটা দিশ, যেনে, পশ্বাধম, গৰ্বাভিমান আত্মাভিমান শোষণাভিপ্ৰায়, স্পাৰ্ষ্টোজ্জ্বল, তেজোদীপ্ত, হৰ্ষোন্মাদী, সহাভিনয়, আত্মানন্দ, মহদাহ্বান, একচ্ছত্ৰাধিপতি। কেতিয়াবা প্ৰচলিত শব্দ এটাৰ সাদৃশ্যত আন এটা শব্দৰ সৃষ্টিও তেওঁৰ ৰচনাত পোৱা যায়, যেনে, ভণ্ডামি, মূৰ্খামি, কিন্তু চুক্তিমি, চণ্ডামি, জুৱাচুৰি, কিন্তু ফাকিদাৰি। তেওঁৰ ৰচনাত বিপৰীত অৰ্থৰ

শব্দৰ ব্যৱহাৰত পোৱা শব্দ কিছুমান এনেকুৱা : নকল, আছল, অচল, সচল, মধুৰ, কটুৰ, চতুৰ মটুৰ

(চ) বাক্য-ৰচনাৰ ক্ষেত্ৰত দেখা যায় যে ৰায়চৌধুৰীয়ে বিভিন্ন ধৰণৰ বাক্য ব্যৱহাৰ কৰিছে। তলত সেইবোৰৰ কেইটামান উদাহৰণ দাঙি ধৰা হ'ল :

(১) সৰল আৰু বৰ্ণনাত্মক বাক্য : সকলো আছে। মানুহ এটা জ্ঞান চৈতন্যযুক্ত জীৱ।

(২) মিশ্ৰ বাক্য : (ৰায়চৌধুৰীৰ ৰচনাত মিশ্ৰ বাক্যৰ ব্যৱহাৰ বহুত) : এইদৰে যুগে যুগে আদান-প্ৰদানৰ মাজেদি যোগ বিয়োগ, পূৰণ-হৰণৰ ভিতৰেদি সংযুক্ত হৈ হৈ শান্তি শৃঙ্খলাৰ আনন্দৰ স্থায়িত্ব দি যি এটা সৌন্দৰ্যবোধৰ সমষ্টিগত সামাজিকতা গঢ়ি উঠিল, সেয়ে হৈছে চাখৰৰ লোক সমষ্টিৰ সংস্কৃতি হ'ল।

(৩) সম্বোধনাৰ্থক বাক্য। হেৰ জড়তাপিষ্ট চিত্ত-বুদ্ধি-তত্ত্ব-বিবেচনাহীন, দুৰ্ভাগা অদূৰদৰ্শী অসমীয়া।

(৪) প্ৰশ্নসূচক বাক্য : যি ভগদত্ত নৰক, কৰ্ণ, বলি ভাস্কৰ বৰ্মা পুৰুবাহন ঘটোৎকচ, তাম্ৰধ্বজ, গদাপাণি, লাচিত বৰফুকন, চিলাৰায়, জয়মতী, ৰাধিক ৰাম্বাৰমণী, ৰাধা-ৰুক্মিণী আদি বীৰ-সন্তান আৰু বীৰ চৰিত্ৰসকলৰ অপূৰ্ব স্মৃতি-গাথাৰে অসমৰ গাওঁ-ভূই পৰিপ্লাবিত সেই অসমীয়াৰ নাই কি?

(৫) অনুজ্ঞাসূচক বাক্য : শুনা, শুনা মোৰ সন্তানসকল প্ৰাণ দি বিদ্যা দি শুনা।

(৬) ইচ্ছাসূচক বাক্য : দেশ আৰু জাতিৰ মঙ্গলৰ সলনি মোৰ জীৱন যদি লেশমাত্ৰও শৰত আৱত পলম্বৰ হ'ল হয়।

(৭) ক্ৰিয়াযুক্ত বাক্য : অসমীয়াৰ আজি আত্ম-বিস্মৃতি ঘটিছে।

(৮) ক্ৰিয়াবিহীন বাক্য : সেইসকলেই সমাজৰ নেতা।

(ছ) ৰায়চৌধুৰীৰ ভাষা বহুক্ষেত্ৰত অলঙ্কাৰযুক্ত হৈছে :

(১) মূৰ আছে, মগজু নাই, মগজু আছে, বুদ্ধি নাই, বুদ্ধি আছে, স্ফূৰ্তি নাই, জীৱন আছে, জউতি নাই, স্থিতি আছে গতি নাই, শিক্ষা আছে, সুৰুচি নাই, হৃদয় আছে, মহত্ত্ব নাই, আকাৰৰূপী মানুহ আছে, আত্মৰূপী মানুহ নাই (বিশেষোক্তি)।

(২) নাই আত্ম-চেতনা নাই আত্ম-বিশ্বাস নাই আত্ম শ্ৰদ্ধা, নাই আত্ম-মৰ্যাদা-জ্ঞান (একাৰ্থৰ পুনৰুক্তি)।

২২৭ 'সচেতনভাৱে বস্তুনিষ্ঠ আধুনিক অসমীয়া গদ্য-ৰীতি' সৃষ্টি কৰিব'ল যত্ন কৰোঁতাসকলৰ ভিতৰত অধিক কৃতকাৰ্যতা লাভ কৰিলে সত্যনাথ বৰাই। 'প্ৰবন্ধ'ক বৰাই "বিশিষ্ট আৰ্টৰূপ আকৰ্ষণ কৰিবৰ বাবে যত্ন কৰিছিল। বেকনৰ আৰ্হিৰ

আনন্দদায়ক প্ৰবন্ধ আৰু বেকনৰ দৰেই প্ৰবাদ-বাক্যৰ তুল্য সূক্ষ্ম বাকেৰে 'সাৰথি'ক মূল্যবান সম্পদ কৰি তুলিলে। সভতে নিৰ্ভাঁজ অসমীয়া ভাষা লিখিবৰ প্ৰযত্নও বৰাৰ এটি কীৰ্তি" (মহেশ্বৰ নেওগ)। সত্যনাথ বৰাৰ ৰচনাৰ চানেকি অলপ তলত দিয়া হ'ল : "সংসাৰ বৰ একাচেকা ঠাই। ই এটা যুদ্ধৰ বেহু ইয়াত সদায় দলদোপ-হেন্দোলদোপ লাগি আছে। ইয়াৰ ভিতৰত বাট, আওবাট, সৰু, সুৰুঙা ভৰি আছে। তাৰ কোনোটোৰে গ'লে ক'ত ওলাব পাৰি ঠাৱৰাবলৈ টান। সেইদেখি সৰহভাগ মানুহে উৰাদিহ নাপাই সংসাৰ-সোঁতত গা এৰা দি উটি যায় আৰু সোঁতে য'লৈ নি ভোলে ত'তে উঠে। সংসাৰখন কেৱল এটা জীৱৰ সোঁত। ইয়াত জীৱ-বিলাক জাকে জাকে চামে চামে আহি আছে গৈ আছে; পশু-পক্ষী, গছ-লতা সকলো এচাম মৰিছে এচাম ওলাইছে। পুথিৰ বিদ্যা হ'পাইত থোৱা ধনৰ নিচিনা। প্ৰত্যেক পুথি একোজন মানুহৰ হ'পাইত থোৱা বিদ্যাৰ ভঁৰাল। পঢ়নৰ পৰা হীৰৰ মাণিক হাতত পোৱা যায়। পুথিৰ প্ৰধান বিশ্ব। চৰিত্ৰবান মানুহ পবিত্ৰ জলৰ নিচিনা। সোণৰ জেউতি অমান্য কৰিলে নকমে। নম্ৰতা সজ ব্যৱহাৰৰ অনুপান। মিঠা মাত ব্যৱহাৰৰ কলপ বা ৰহনৰ নিচিনা (সাৰথি)। শাহুৰ বিবেচনাত বোৱাৰী শিলৰ মানুহ। তাইৰ বনাতো ভাগৰ নাই, গালিতো বেজাৰ নাই পেটতো ভোক নাই। মাছ গচকা তাঁজা খাবা, শাহুৰ গচকা বোৱাৰী বাবা। আশীষে কথা ক'লে নমন, কাননত বীণ বাজে বাবাৰীয়ে কথা ক'লে ভগা ঢোলত কোব মাৰে। আপোন ভাৱ জগতে ভাল শাহু ভালে বোৱাৰী ভাল। জীৱনৰ প্ৰতি মানুহৰ বৰ মৰম আৰু মৰণলৈ মানুহৰ বৰ ভয়। নতুন বছৰ কেৱল এটা মনৰ সংস্কাৰ নতুন বছৰ এটি কল্পনা, কিন্তু এই কল্পনা চিৰকাল আছে আৰু চিৰকাল থাকিব (কেন্দ্ৰসভা)।

২২৮ এই যুগৰে অসমীয়া ভাষাৰ প্ৰতিষ্ঠাত অবিহণা যোগোৱা আন এগৰাকী লোক পদ্মনাথ গোহাঞিবৰুৱাৰ (১৮৭১-১৯৪৬) নাম উল্লেখ কৰিব পাৰি। গোহাঞিবৰুৱাই "অসমীয়া ভাষাত শিক্ষাৰ ভাঁজ নপৰা এটি গঢ় দিবলৈ চেষ্টা কৰিছিল আৰু তেওঁৰ 'নীতি শিক্ষা' আদি পঢ়াশলীয়া পুথিবে সেই বিষয়ে আনকো অনুপ্ৰেৰণা যোগাইছিল। তেওঁৰ জীৱনৰ লক্ষ্য আছিল অসমীয়া ভাষা আৰু সাহিত্য পৰিপুষ্ট কৰা, অসমীয়া সমাজৰ বিভাগ কিনি পঢ়িবৰলৈ শিকোৱা, ৰৰঙণি লোকাই ৰাঙৰি কাকত পঢ়া অভ্যাস অৰ্জন কৰোৱা আৰু নিৰক্ষৰক অক্ষৰী কৰোৱা। একাদিক্ৰমে ক-খ পুথিৰ পৰা আৰম্ভ কৰি নানা তৰহৰ স্কুলীয়া পুথি ৰচনা কৰি গোহাঞিবৰুৱাই বঙালী সাহিত্যৰ ইচাত কঁকাল ভাঙি পৰা অসমীয়া ভাষা আৰু সাহিত্য জীপ দিয়ে'। গোহাঞিবৰুৱাৰ ৰচনাত তেওঁ ব্যৱহাৰ কৰা সুকীয়া অসমীয়া

শব্দ কিছুমানৰ সৃষ্টি আৰু ব্যৱহাৰ লক্ষ্য কৰিবলগীয়া। তলত সেইবোৰৰ কিছুমানৰ উল্লেখ কৰা হ'ল: অনতিপলমে, ইতিক্ষণত 'এনেতে', তদুপৰত, উলাহিতকৈ, ফলিতাৰ্থত 'প্ৰকৃতপক্ষে', স্বৰূপকৈ 'যথাৰ্থতে', শেহান্তত 'অৱশেষত', উপজিপুৰাতে, ইতিসময়ত 'সেই সময়ত', বাজে বাজে 'বাহিৰে বাহিৰে', জহকালীয়া বন্ধ summer vacation, মুখিয়াল সমজুৱা spokesman, হাতজোকাৰণি handshake, আগ-ভেটাৰ চিঠি forwarding letter, ভিতৰবিশ্বাসৰ পত্ৰ confidential letter পিৰালি পিৰালিৰ লগা চুবুৰীয়া next door neighbour, ৰাইজীয়া মত public opinion, নৰিয়া বিদায় sick leave, দৰ্শক-আঙনি visitor's gallery, সৰ্বশ্ৰেষ্ঠ বৃদ্ধ সুজন grand old man, অভিমত ছন্দুক ballot-box, পোন প্ৰথম বক্তৃতা maiden speech

২.৯ এইদৰে '[illegible] যুগত পূৰ্বৰ পৰম্পৰা ৰক্ষা কৰি পাশ্চাত্য সভ্যতাৰে সৈতে সংযোগ ঘটাৰ ফলত সৃষ্টি হোৱা নতুন ভাবৰ লগত তাল মিলাই, উজনী-নামনি সকলো অঞ্চলৰ সামৰি পদ-বচন ফকৰা-যোজনা, জতুৱা ঠাচ অলঙ্কাৰ, সকলোকে আকোৱালি লৈ বিবিধ ধৰণৰ ৰচনাৰ মাজেদি অসমীয়া ভাষাটো মান্য অসমীয়া ভাষাৰূপে সুপ্ৰতিষ্ঠিত হৈ উঠিল। অসমীয়া ভাষাৰ সমৃদ্ধি আৰু প্ৰতিষ্ঠাত জ্যোতিপ্ৰসাদ আগৰৱালাৰ বৰঙণিও কম নহয় (দ্ৰষ্টব্য: পৰিশিষ্ট চাৰি)।

# সপ্তম অধ্যায়

## আধুনিক অসমীয়া : যুদ্ধোত্তৰ কাল ( ১৯৪০ - )

২৩০ ১৯৪০ চনৰ পাছৰ পৰা অসমীয়া জাতীয় জীৱনলৈ পুনৰ নানা দুৰ্যোগ আৰু বিপৰ্যয় নামি আহিল। ১৯৩৯-৪৫ চনৰ দ্বিতীয় মহাযুদ্ধই পৃথিৱীজুৰি ধ্বংস-লীলাৰ সৃষ্টি কৰিলে আৰু লগতে ৰাজনৈতিক আৰু সামাজিক পৰিৱৰ্তন আনি দিলে। দ্বিতীয় মহাযুদ্ধৰ অসমলৈ বিস্তৃতিৰ ফলত "শ্যামল অসম ভূমিৰ গছ তলৰ বাটি সৈন্যৰ ছাউনী পাত হ'ল। সকলো নগৰাকেইখন নিশা হ'লে গাওঁৰ দৰে নিঃপ্ৰদীপ হৈ পৰিল। এন্টিএয়াৰক্ৰাফট গোলাবোৰ ওপৰলৈ মুখ কৰি ৰ'ল। আহিল আৰ্থিক দুৰৱস্থা, খাদ্য বস্তুৰ অভাৱ মহাৰ্ঘতা চোৰাং-বজাৰ। স্কুল, কলেজ, সাংস্কৃতিক অনুষ্ঠানবোৰ হ'ল সৈন্যাবাস। শিক্ষা সংস্কৃতিতকৈ ডাঙৰ বস্তু হ'ল টকা আৰু প্ৰতিৰক্ষা-বিভাগৰ ঠিকা। এই সকলোবোৰে নৈতিক মূল্যবোধক ধ্বংসোন্মুখী কৰি তুলিলে। ১৯৪২ চনৰ স্বাধীনতা-আন্দোলনেও সাংস্কৃতিক জড়তা ভাঙিব নোৱাৰিলে" (মহেশ্বৰ নেওগ)। জ্যোতিপ্ৰসাদৰ ভাষাত "শংকৰ-আন্দোলন আৰু বিয়াল্লিছৰ বিপ্লৱ আৰু ৰণ দোলনৰ তল-ওপৰত অসমীয়া মানুহ পলাই পৰা"। ১৯৪৭ চনত 'ভাৰতৰ স্বাধীনতা আহিল, কিন্তু লগতে আহিল দেশ বিভাজন আহি, পাকিস্তানৰ পৰা শৰণাৰ্থী সমস্যা আৰু আহিল ঘোৰ অৰ্থনৈতিক কষ্ট'। ১৯৪৮ চনৰ পৰা আহিল গুৱাহাটী বিশ্ববিদ্যালয়, কলেজ আৰু স্কুলৰ সংখ্যা দ্ৰুত গতিৰে বাঢ়িল। গুৱাহাটীত ১৯৪৮ চনত অল ইণ্ডিয়া ৰেডিঅ'ৰ কেন্দ্ৰ স্থাপিত হ'ল। ১৯৬০ চনত অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ স্থান দিয়াৰ দাবীত গঢ়ি উঠিল এক আন্দোলন। ১৯৭১ চনত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া ভাষা কৰা সম্পৰ্কে অসম আন এটা আন্দোলনৰ সাক্ষী হ'বলগীয়াত পৰিল। তাৰ মাজতে তেল শোধনাগাৰ স্থাপন সম্পৰ্কেও আন্দোলন হ'ল। তাৰ পাছত আহিল (১৯৭৯) অসমৰ পৰা বিদেশী বহিষ্কৰণৰ আন্দোলন।

২৩১ এই সকলোবোৰ দুৰ্যোগ আৰু সুযোগৰ মাজত বিশেষকৈ অসমীয়া ভাষা আৰু সাহিত্যই নতুন পথৰ খোজ দিলে। সাহিত্যৰ ক্ষেত্ৰত বিশেষকৈ কবিতাই নতুন সাজ পিন্ধিলে। জগতৰ উন্মুক্ত বায়ু লগাকৈ মনৰ সকলো দুৱাৰ খিড়িকী খুলি ৰখা সাম্প্ৰতিক কৰিব সম্ভৱ হৈ পৰিল। "যুদ্ধৰ ঠিক শেষৰ পৰাই অসমীয়া উপন্যাসৰ যেন নৱযৌৱন আহিল। এতিয়া উপন্যাস সমাজমুখী হ'ল। সমাজৰ, নগৰৰ, আৰু গাঁৱৰ জীৱনৰ নানা সমস্যাই ঔপন্যাসিকৰ চিত্ত ব্যাপৃত কৰিলে"।

চুটিগল্পৰ ক্ষেত্ৰতো লোকসকলে "নতুন মানসিক দিশত বিচাৰি বিশেষকৈ মনোবিকলন আৰু জীৱনৰ নগ্ন চিত্ৰৰ ওপৰত ভিৰ" দিলে। প্ৰবন্ধ, তত্ত্বমূলক আলোচনা, গৱেষণা আদিৰ ক্ষেত্ৰতো বহুখিনি আগ বঢ়া হ'ল। সাহিত্য আলোচনাৰ ক্ষেত্ৰতো 'বিস্তৃতি' ঘটিল। সাহিত্যৰ দিশত হোৱা বিস্তৃতিৰ লগত জড়িত অসমীয়া ভাষাটোৰো পূৰ্ববৰ্তী যুগৰ তুলনাত নানা ধৰণৰ পৰিৱৰ্তন দেখা দিলে। ১৯৪০ চনৰ পাছৰ ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিয়ে অসমীয়া লোকৰ মনত নতুন মূল্যবোধৰ সঞ্চাৰ কৰিলে আৰু সেইবোৰৰ প্ৰকাশৰ বাবে নতুন প্ৰকাশ ভঙ্গীৰ উদ্ভৱ হ'ল। যুদ্ধোত্তৰ যুগৰ অসমীয়া সাহিত্যৰ মাজেদি প্ৰতিফলিত হোৱা অসমীয়া ভাষাটোত মনোভাৱক সংক্ষিপ্ত ৰূপত প্ৰকাশ কৰাৰ চেষ্টা পৰিলক্ষিত হ'ল। এই ক্ষেত্ৰত নতুন নতুন সংযুক্ত শব্দৰ প্ৰয়োগৰ বৃদ্ধিৰ কথা মন কৰিবলগীয়া সংযুক্ত শব্দৰ কিছুমান এনে ধৰণৰ : অশনি গৰ্ভ, আঙুৰ ওঁঠ, আপেল-গাল, কলি শগুন, কেঁচা-পোহৰ কেঁচা-পাভক, কুৰি ফাগুন কুঁৱলী সনা কামনা-ৰঙীণ, জতু ভবন, জুইপোহৰ জীৱন-বটী, ঝাউ-আম-নিম-বন দেহ-গঙ্গা ধূম্ৰ খোলা তুহিন স্পৰ্শ, ধোঁৱা-বাতিপুৰা নিয়ন-আলোক, পানী-দাপোণ, ফুটাছাট্ট বৰণ বিহু পথাৰ, বন-দেবাই, মৃত্যু শান্ত, মৃত্যু মলিন মৰম-মুকুতা, ৰামধেনু ছেগ, ৰ'দালি উম সময়-দৈত্য, সাপ-চেঁচা, হিয়া-হালধী ইত্যাদি। বিশেষণাত্মক নতুন প্ৰয়োগ কিছুমানেও দেখা দিলে : আৱেলি আৱেলি (গোন্ধ) কাজলবুলীয়া (চকু) অশান্ত (বাগদান), বোমন্স (পুৱা), চিনাকি (গোন্ধ) তেজ বঙা (ব্লাউজ), তিৰ্যক (চকু), তামবঙী (আকাশ), তীক্ষ্ণ (মেঘ), দুৰন্ত (দুপৰ), পনীয় (পোহৰ), পৰন্তৰ টিং চুম (চোঁ), পূৱালি (বতাহ) তন্দ্ৰালু বোবা (বেদনা), বন্ধ্যা (বাসনা) ভীতা (পৃথিৱী), যান্ত্ৰিক (হাত), কটিনীয়া (শ্ৰম), সৰীসৃপ (কামনা), সপিল, স্বপ্নিল, ফেনিল, স্বপ্নালু। ইংৰাজী বিশেষ্য-শব্দক অসমীয়া বিশেষণৰূপে ব্যৱহাৰ কৰা হ'ল : ব্ৰাউন চকু। কিছুমান আলংকাৰিক আৰু নতুন প্ৰয়োগো ঘটিল : এমুঠি হাঁহি অশৃঙ্খল, (তেওঁৰ) অজ্ঞাত তোমাৰ আঙুলিৰ শিখা যেন বন্তা, চকুৰ চেকুৰ, ৰাত্ৰিচৰ (পখী), দ্ৰুত ভৰিৰ (শব্দ) বিজুলিৰ জিলিক, মেঘৰ মোহনা, জাগৰ ৰাতি, ৰ'দৰ নিমজ আঙুলি ইত্যাদি

২৩২ যুদ্ধোত্তৰ যুগত অসমৰ ভৌতিক আৰু বৌদ্ধিক দিশত হোৱা পৰিৱৰ্তনৰ ফলত অসমীয়াত দেশী বিদেশী নানা শব্দৰ ব্যৱহাৰ হ'বলৈ আৰম্ভ কৰিলে। উদাহৰণ : কমৰেড, কাৰাভান, কেবল, ডাষ্টবিন, ডাবলকেপিটেল, ফছিল, মেট্ৰহেন, হাৰমন, টোটেম, আলট্ৰা ভায়োলেট, বেস্তোৰাঁ, লেম্প পোষ্ট, ফুট পাথ, লাউড স্পিকাৰ, নেশ্যনেল হাইৱে ৰেশন-কাৰ্ড, পে-স্কেল, চোৰাহী, লহমা আদি। দ্বিতীয় মহাসমৰ

আৰু স্বাধীনতা আন্দোলনৰ লগত জড়িত শব্দ কিছুমানো অসমীয়া ভাষালৈ এই সময়তে আমদানি হয়। উদাহৰণ : টেন-হুইলাৰ ক্ৰেন এৰোপ্লেন, টেঙ্ক, কনভয়, ট্ৰেঞ্চ, হেলমেট, বেৰেক, ছাপ্লাই, স্পাই, এয়াৰড্ৰম, মিলিটেৰি, আৰ্মপুলিচ, ছাইৰেন, ফেলচাৰৰ বেয়নেট ৰাইফল, মেচিনগান, জীপ, ট্ৰাক কন্ট্ৰল, ব্লেক মাৰ্কেট ভলান্টিয়াৰ খদ্দৰ গান্ধী টুপী স্বৰাজ, বন্দেমাতৰম, লালঝাণ্ডা, ইনকিলাব, জিন্দাবাদ, এৰেষ্ট জেল ফায়াৰিঙ ইত্যাদি। ইপিনে নতুন ভাৱ-ধাৰা প্ৰকাশ কৰিবলৈ কিছুমান ইংৰাজী খণ্ড বাক্য বা শব্দৰ অসমীয়া অনুবাদৰূপেও ব্যৱহাৰ কৰাৰ প্ৰচেষ্টা চলিল যেনে বোধজ্ঞানহীন শিশু ( mentally retarded children ) বুদ্ধি-পৰীক্ষাৰ মাপ কাঠি ( intelligent test ), শাব্দিক প্ৰতিৰূপ ( verbal image ), সমাধি ফলক এপিটাফ ) মূল আশ্ৰয়-বিন্দু ( নিউক্লিয়াছ ), স্বৰ্ণ-পদক ( গোল্ড মেডেল নলী নাদ ( টিউব ওৱেল )। নতুন মুখ্য আৰু সংযুক্ত ধাতু কিছুমানৰো সৃষ্টি হ'ল, যেনে লাগ্ কৰ্, এভইড কৰ্ ছেৰাউণ্ড কৰ্ পেট্ৰল কৰ্ মাইন কৰ্, জয়েন কৰ, টাচ দি কেয়াৰ কৰ ভালিম কৰ জান খা চমকি দি ইত্যাদি। নতুন তদ্ধিত প্ৰত্যয় আৰু পূৰ্বৰ তদ্ধিত প্ৰত্যয়ৰ সহায়ত নতুন শব্দ কিছুমানৰো সৃষ্টি হ'ল : বোমা আৰু বোমাৰু ( বিমান ), পইছা-বাৰ্লা ফুৰ্তি বাজ আদি।

২৩· স্বাধীনতাৰ পাছত অসমীয়া ভাষাৰ চিন্তা চৰ্চাৰ বৃদ্ধি ভাৱ আইন, শিক্ষাৰ মাধ্যম সন্নিদি আদিয়ে পাৰিভাষিক শব্দৰ ব্যৱহাৰ অভাৱনীয়ৰূপে বঢ়াই তুলিলে আৰু তাৰ ফলত অসমীয়া ভাষালৈ প্ৰচুৰ পৰিমাণৰ তৎসম শব্দৰ আমদানি হ'ল। তাৰ কিছুমান এনে শব্দৰ উল্লেখ কৰা হ'ল : উপাযুক্ত, বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়, শিক্ষক, প্ৰবক্তা, অধিবক্তা, ন্যায়ালয়, ন্যায়াধীশ, অভিযন্তা, প্ৰপত্ৰ, কাৰ্যালয়, অধ্যক্ষ, উপাধ্যক্ষ, কৰ্মচাৰী, বিধি, বিধেয়ক, বিধায়ক, বৈধ, অধিগ্ৰহণ, পঞ্জীয়ন পঞ্জীয়ক, মহাগাণনিক তদৰ্থ, প্ৰশাসক, বিমান, বায়ু সেনা প্ৰাৰ্থী, নিযুক্তি অনুমোদন স্নাতক স্নাতকোত্তৰ, প্ৰেক্ষা-গৃহ মীন মহল, স্মাৰক ( পত্ৰ ), দণ্ডাধীশ, অধিকৰ্তা, উপবিভাগ, ৰোপন, মণ্ডল বৰ্ষা, অৰ্হতা নিলম্বন, যোগান, পৌৰ, নিগম, অধীক্ষক, নিয়ন্ত্ৰণ, সংগ্ৰহণ, পৰিবহন, সেবা, সচিব, সচিবালয়, প্ৰতিলিপি, বিশ্ৰামাগাৰ, উন্নয়ন, নিবাস আৱাসিক প্ৰতিবেদন, নৱীকৰণ, ভৱিষ্য-নিধি, অধ্যাদেশ সংগ্ৰহালয়, গ্ৰন্থাগাৰ, প্ৰশিক্ষণ, অশ্ব শক্তি হস্ত-শিল্প ৰাজ্যপাল, উদ্যোগ, ৰাজ-পত্ৰ, ভোজন-কক্ষ ইত্যাদি। ইপিনে অসমীয়া কবি-সাহিত্যিকসকলেও তৎসম শব্দৰ ব্যৱহাৰ বঢ়াই তুলিলে। যুদ্ধোত্তৰ যুগৰ অসমীয়া কবিতাত এনে শব্দৰ প্ৰাচুৰ্য চকুত লগা ধৰণৰ হৈ উঠিল। তলত সেইবোৰৰ কিছুমান উল্লেখ কৰা হ'ল : অণু, অজ্ঞ, অনাবিল অচল, অটল, আদিম, আকীৰ্ণ, উগ্ৰ, ক্লান্ত, কুটিল, ক্লেদময় কৃচ্ছ, গৰীয়ান, নিবদ্ধ, প্ৰদীপ, পাণ্ডুৰ, প্ৰগলভা,

প্ৰমত্তা, প্ৰৌঢ়া, প্ৰাণময়, বন্ধ্যা, বিহ্বল, বিনিদ্ৰ, বিদীৰ্ণ, বিষণ্ণ, বিক্ষিপ্ত, বিমূৰ্ত, বিভীষিকা, বিস্ফোৰণ, ভগ্ন, ভ্ৰূকুটি, মূঢ়, মুখৰিত, মোহময়, ভ্ৰান্ত, সন্ধ্যা, স্ফীতোদৰা সদ্যোমৃত স্থানু ইত্যাদি। কিছুমান কবিৰ কবিতাত তৎসম শব্দৰ প্ৰাচুৰ্যৰ চানেকিৰূপ তলত দুটা কবিতাৰ কেইশাৰীমানৰ উদ্ধৃতি দিয়া হ'ল।

(ক) "কোনো এক মৃত্যুস্নাত আশ্চৰ্য ৰাতিৰ
নীৰৱ নিথৰ মগ্ন ধৰিত্ৰীৰ
কুমাৰী বাসনা তুমি—হে স্বপ্নসম্ভৱা
ৰুদ্ধ দ্বাৰ প্ৰভাতৰ
মোৰ চেতনাত
ধূলি আৰু ঢৌ আৰু দিশহাৰা অন্ধ বিস্মৃতিৰ
আনা উন্মাদনা'—(হোমেন বৰগোহাঞি : অৰণ্য)

খ) "নিবিড় অন্ধকাৰৰ গৰ্ভৰ পৰা
আৱিৰ্ভূত ৰক্তিম প্ৰভাতে
চতুৰ্দিকে বিস্তৃত সূৰ্যৰ স্ৰোতৰ পৰা
প্ৰাচীন অগ্নি আহৰণ কৰি
নিলগত নীলিম বৃক্ষৰ
ৰূপময় স্নিগ্ধ অৱয়ব গঢ়ি তোলে" - (দিনেশ গোস্বামী : উত্তৰৰ বতাহ)

২০৪ আনহাতে উপন্যাস-লেখক আৰু চুটি গল্প-লেখকসকলে পৰ্যাপ্তৰূপে ইংৰাজী আৰু আন বিদেশী ভাষাৰ শব্দ ব্যৱহাৰ কৰিবলৈ ল'লে। এনে শব্দ কিছুমানৰ তালিকা তলত দিয়া হ'ল: অপাৰেছন, অফ, আণ্ডাৰপেণ্ট, এয়াৰবেগ, ইঞ্জিনিয়াৰ এথলেটিক্স, এলাৰ্জি, এজমা, ক্লাচ কমপ্লেক্স কৰিডৰ ক্ৰছিং, ক্ৰিকেট, গেৰেম, গ্ৰাজ গেলন, চেঞ্জ, চেকচন, চিট, ছাইডিঙ, ছোফা, ছাৰ্জেণ্ট চেভিং-ছেট, ছুট, ছিগনেল, টিম, ট্ৰেইন, ট্ৰাঙ্ক, টিউব লাইট, ডিপ্লোমেট ডিপ্ৰেছন, টৰ্চ, টেবুল-লাইট ট্ৰেঞ্জিষ্টৰ ট্ৰেঙ্কু লাইজাৰ টেবলেট টেনছ আইন ডিচকাছ থ্ৰো, প্লেটফৰ্ম, পুলভাৰ, প্লেন, পেকেট পেইণ্ট, পিল, পাইপ, ফেডআপ, ফ্ৰিজ, ভিকটিম, মেকআপ, লুপহ'ল, স্লিপিংছুট, ছেড, ছটপুট, হাফছাৰ্ট, হাফপেণ্ট, হৰলিক্স, দেৰী হাল্লা, ঝামেলা দাকা, কফি। কোনো কোনো লোকে আৱশ্যকতা অনুসৰি বিদেশী শব্দৰ ব্যৱহাৰ কৰিবলৈ ধৰিলে আৰু কোনো কোনো লোকে আৱশ্যকতা নথকা ঠাইতো বিদেশী শব্দৰ অবাধ প্ৰয়োগ কৰিবলৈ ল'লে। তলত সেইবোৰৰ চানেকি দিয়া হ'ল :

(ক) আমাৰ মেছটো অন্তৰ্ধান হৈছে। তাৰ ঠাইত থিয় হৈ আছে এটা ধুনীয়া আৰ-চিচি ঘৰ। গ্ৰিলসহ পকী দেৱালৰ ভিতৰত ফুলনি, প্ৰকাণ্ড লোহাৰ গেটৰ

পোণে পোণে গাড়ী, বাৰাণ্ডা, তাতে লাইটৰ তলত এজনী গাভৰু ছোৱালী থিয় হৈ আছে—ভেতৰৰ পাহলৈ সুসজ্জিত ড্ৰইং-ৰুমৰ দামী আচবাব টেবুল-লাইটৰ তলত জিলিকি থকা খিৰিকীবোৰদি ধৰিব পাৰি”। ( যোগেশ দাস : গদাধৰ টি-ষ্টল )

(খ) “অত্যাৰ ডেকা বেছেলাৰ মানুহ আছে। যোকানা ফেমিলি থকা ব্লুলি জানিও এই বাতি দুই বজাত ডিউটি দিব লাগে নে ? টোপনিয়েই গৈছিলোঁ। এলাৰ্ম-ক্লকটোও বেয়া হৈছে। ৰাইফক জগাই দিবলৈ কৈছিলোঁ। ৰাইফও দুই বজাৰ দহ মিনিট পিছতহে সাৰ পালে’। ( সৌৰভকুমাৰ চলিহা : গৰখীয়া )

(গ) “ক্লাছটোৰ দহ-মিনিট হোল-কলত খৰচ কৰি সুবীৰে বিশ মিনিট সময় লেকছাৰ দি বাকী পোন্ধৰ-মিনিট সময় নোট দিয়ে।” ( নীলিমা শৰ্মা : বস্তুৰ ৰং )

(ঘ) “নিয়মমতে দহ দিন আগেয়ে সিহঁতে নোটিছ দিব। ইতিমধ্যে হেড অফিছৰ পৰা দাবী আহিছে। ‘ডেইলীপেইড’ শ্ৰমিকৰ ‘কেজুৱেলবোৰক’ আঁতৰাব লাগে—তাৰ পাছতহে আহিব ‘ৰেগুলাৰ’ আৰু শেহত ‘মানুহগলি’। বৰ সাহাবে ইঞ্জিনিয়াৰ ইনচাৰ্জ এই নোটিছ পুটআপ’ কৰিব লাগিব” ( মামনি ৰয়চম গোস্বামী : মামৰে ধৰা তৰোৱাল )

১°৫ আৱশ্যক অনুযায়ী বিদেশী শব্দ ব্যৱহাৰ কৰি বিদেশী শব্দবে নিজৰ ভাষাৰ বৈশিষ্ট্যৰ সৈতে জীণ নিয়াই ব্যৱহাৰ কৰিব পাৰিলেহে ভাষা এটাৰ সৌষ্ঠৱ বৃদ্ধি পায়। যুদ্ধোত্তৰ যুগৰ মুষ্টিমেয় প্ৰতিভাবান লোকৰ ৰচনাত এনে জাতি যোৱা অসমীয়া ভাষাৰ ব্যৱহাৰ নোহোৱাকৈ থকা নাই। তলত তাৰ এটা চানেক দিয়া হ’ল : “এনেকুৱা এটা অস্বস্তিকৰ অসহ্য গৰম উঠিছিল যে নিজকে জীয়াই জীয়াই ভাপত সিদ্ধ হোৱা যেন লাগিছিল। ঘামত গোটেই দেহ জুৰুলি পুৰুলি হৈ পৰিছিল। সেই সময়ত বিজুলী পাংখাৰ বতাহ লৈ বিছনাত দীঘল দি এযুমটি শোৱাতকৈ বেছি ভাল লগা কাম আন একোৱেই নিশ্চয় হ’ব নোৱাৰিলে হেঁতেন। কিন্তু সেই প্ৰলোভন উপেক্ষা কৰি মই কিবা হিংস্ৰ জেদত নিগ্ৰাগ্ৰস্ত হৈ ঘণ্টাৰ পিছত ঘণ্টা ধৰি লিখিয়েই থাকিবলৈ ধৰিলোঁ। এবাৰ হঠাৎ এজাক বতাহে খিৰিকীৰ পৰ্দাখন ঠেলি দিলে। খিৰিকীৰ পৰ্দাৰ ফাঁকেৰে চকিত এক মুহূৰ্তৰ কাৰণে দেখা পালোঁ, গ্ৰীষ্মৰ এটা মদিৰ আৰু মধুৰ আবেলি লাহে লাহে পৃথিৱীলৈ নামি আহিছে, গছ-বনবোৰৰ ওপৰত আবেলিৰ সোণালী ৰ’দৰ এটা অপৰূপ আভা লাগিছে, ওচৰৰ সেউজীয়া পাহাৰটোৰ অলপ ওপৰেদি কেইটামান চৰায়ে শেষ-সূৰ্যৰ সোণালী পোহৰবোৰ ডেউকাত সানি লৈ পশ্চিমৰফালে উৰি গৈছে। বাহিৰৰ বতাহে কোবোৱা মুকলি-পথাৰখনৰ তুলনাত মোৰ লিখা-পঢ়া কৰা অন্ধকাৰ, অপৰিচ্ছন্ন, আৰু অপ্ৰশস্ত কোঠাটো ফ্লাটেকৰ নিৰ্জন জেল এটা যেনহে অনুভৱ হ’ল”। ( হোমেন বৰগোহাঞি : সাহিত্য আৰু জীৱন )।

২৩৬ এখন সমাজক বুজিবলৈ হ'লে "আমি বুজিব লাগিব সেই সমাজৰ মানসিক জগতখনৰ ৰূপটোক। এই ৰূপটো আমি দেখিম সেই সমাজৰ সংস্কৃতিৰ মাজত সেই সমাজৰ স্বীকৃত লব্ধপ্ৰতিষ্ঠ সংস্কৃতিসেৱীসকলৰ চিন্তাত ৰুচি-বোধত, ভাষা-জ্ঞানৰ নৈতিক সাহসত, তেওঁলোকৰ সৃষ্টিৰ মাজত"। (ভবেন বৰুৱা)। ভাষা-জ্ঞানৰ পৰিচয় গদ্য ৰচনাৰ মাজেদিহে ভালদৰে বুজা যায়। "উৎকৃষ্ট গদ্য-ৰচনা অতিশয় পৰিশ্ৰমসাপেক্ষ কাম। দীৰ্ঘদিনৰ অনুশীলন ব্যতিৰেকে কোনেও ভাল গদ্য লিখিব নোৱাৰে। আনহাতে এটা উৎকৃষ্ট গদ্য-শৈলীয়েই এখন সমাজৰ মানসিক উন্নতিৰ মাপকাঠি বুলি ক'ব পাৰি। যোৱা তিনিশ বছৰৰ অভূতপূৰ্ব বৈজ্ঞানিক সাধনৰ ফলস্বৰূপে আমি বিশ্বজগত সম্পৰ্কে যি বিপুল পৰিমাণৰ জ্ঞান অৰ্জন কৰিছো, সেই জ্ঞান সমাজৰ প্ৰতিজন মানুহৰ মাজত বিতৰণ কৰি দিবলৈ এটা সৰল যুক্তি-ধৰ্মী, আৰু সঠিক অৰ্থপ্ৰকাশক গদ্য ৰীতিৰ প্ৰয়োজন। আদৰ্শ গদ্য-ৰীতি তোৱা টেঙিক এখন সুনিৰ্মিত পকী ঘৰৰ লগত তুলিব পাৰি। ঘৰৰ এখন দেৱালত যেনেকৈ এচটা ইটা বেছি বা কম হ'বৰ উপায় নাই বা এটা ইটাৰ পৰা আন ইটালৈ লৰচৰ হ'বৰ উপায় নাই, সুলিখিত গদ্যতো তেনেকৈ এটা শব্দ কম বা ভুলভাৱে স্থাপিত হ'বৰ কোনো উপায় নাই"। (হোমেন বৰগোহাঞি)

২৩৭ যুদ্ধোত্তৰ যুগত অসমীয়া বাতৰি-কাকত আলোচনী আৰু বিজ্ঞাপন-পত্ৰ যথেষ্টৰূপে ওলাবলৈ ধৰিলে। লেখক লেখিকাৰ সংখ্যাও যথেষ্ট বাঢ়িল অসমীয়া ভাষাই বিস্তৃত ঠাই অধিকাৰ কৰিলে কিন্তু অসমীয়া ভাষাৰ ঐতিহ্য আৰু অসমীয়া ভাষাৰ সামগ্ৰিক ৰূপটোৰ প্ৰকৃত পৰিচয়ৰ অভাৱত পূৰ্ববৰ্তী বেজবৰুৱা-যুগত মান্য অসমীয়া ভাষাটোৰ যি গঢ় লৈ উঠিছিল তাৰ পৰিপুষ্টিত বিশেষ বৰঙণি নৈহে নুঠিল। বেজবৰুৱা যুগৰ আগলৈকে সমগ্ৰ অসম দেশক সামৰি লোৱা অসমীয়া ভাষাৰ প্ৰধান প্ৰৱাহ দুটাই সাহিত্যৰ মাজেদি প্ৰকাশিত হৈ অৰুণোদয়-যুগলৈকে অসমবাসীক একভাৱাপন্ন কৰিবলৈ সমৰ্থ হৈছিল। অৰুণোদয়-যুগৰ পাছত অসমৰ পশ্চিম অঞ্চলৰ ভাষাটোৱে প্ৰতিনিধিত্ব কৰা প্ৰবাহটোৰ শক্তি যেন ক্ষীণ হৈ আহিবলৈ ধৰিলে। সোঁৱৰি কোনোবা গঢ় ইয়ে 'আসাম বন্ধু'ৰ নৱম সংখ্যাত প্ৰকাশিত 'কামৰূপীৰ পত্ৰ' নামৰ এটি লেখত এনেদৰে মনোভাৱ ব্যক্ত কৰিছিল: কাকা, খঙ নকৰিবি। কাকাহে বুলোঁ। তুইনো অসমীয়া। হওঁতে আমাৰ কামৰূপ একছনি সকলোদিকি ডাঙৰ আছিল। আমাৰ নাম ভাৰতৰ চাৰিও দিশি আছিল। তুহনাৰ ৰঙপুৰ গড়গাওঁ, আমাৰেই আছিল। এখান যেনবা আমাৰ নাও নুমুৰা ধৰছি। কাকা। আমাৰ হইও তুআমাৰ একাসাৰ কথা কৰি। মকাহ যেখান দোষে দুবক"। বেজবৰুৱাই এনে পৰিস্থিতিৰ পৰিণামৰ কথা বুজিব পাৰি অসমৰ

বিভিন্ন অঞ্চলৰ ভাষাৰ পৰা সমল গোটাই এটা পৰিপুষ্ট মাতৃ ভাষাৰ প্ৰতিষ্ঠাৰ বাবে যত্ন কৰিলে। যুদ্ধোত্তৰ যুগত অসমীয়া লেখক লেখিকাসকলে প্ৰচুৰ পৰিমাণে বিদেশী শব্দহে ব্যৱহাৰ কৰিবলৈ ল'লে। কিন্তু অসমৰে বিভিন্ন অঞ্চলৰ উপভাষা আৰু অসমৰ থলুৱা জনজাতীয় ভাষাবোৰৰ পৰা সমল লোৱাৰ পৰিচয় ভেনেকৈ পোৱা নগ'ল। দুই এজন অৱশ্যে মাজে-সময়ে উপভাষাৰ সমলৰ সহায়ত গল্প আদি ৰচনা কৰাও দেখা গৈছে। এই ক্ষেত্ৰত সম্পূৰ্ণ উপভাষাত ৰচনা কৰা সৌৰভকুমাৰ চলিহাৰ 'হাঁহিচম্পা' নামৰ গল্পটোৰ কথা মনলৈ আহে। 'হাঁহিচম্পা'ৰ বেইটামান শাৰী এনে ধৰণৰ : "এনেকে এনুকে হাঁহিচম্পা পচাশালিক যাবা পাৰা হল। আমাৰ দুই বুঢ়ীৰ এভালে এভালেকে চুলি বগা হবা ধইৰলাক, দুটা এটা দাঁত ঢিলা হবা ধইৰলাক, গাৰ ছাল সোতৰাসোতৰি হবা ধইৰলাক। মাজে মাজে মোৰ মুৰটো বিচাই আৰু ইপিনি হাঁহিচম্পাৰ হাত-ভৰি পুৰ হৈ আইহবা ধইৰলাক, চকুইমুখে আপাৰ পচ লবা ধইৰলাক, গামচা পিন্ধ্বা এইবাকে গামচাগিলান ঢিলাই তাৰ সক সক মেখাল কইৰবা লাগাত পৰিল। শুদা গাৰ আৰ নাথাকে সোলাউজ দিবা লাগা হ'ল"।

২০৮ কোনো এটা ৰচনাক সম্পূৰ্ণৰূপে উপভাষাত ৰচনা কৰাতকৈ বিদেশী শব্দবোৰ বিদাৰে আৱশ্যক অনুযায়ী ব্যৱহাৰ কৰা হয় অসমৰ স্থানীয় উপভাষাবোৰৰ আৰু থলুৱা জনজাতীয় ভাষাবোৰৰ পৰাও উপযুক্ত শব্দ বা জতুৱা ঠাচ আদি ব্যৱহাৰ কৰি অসমীয়া ভাষাটোক পৰিপুষ্ট কৰিব পাৰি। এই ক্ষেত্ৰত দুই এটা ভাল প্ৰচেষ্টা হোৱা দেখা গৈছে। তলত তাৰ অলপ নমুনা দাঙি ধৰা হ'ল দৈত্যাল হাতীৰ উয় খোৱা হাওদা'ৰ পৰা :

"সিইঁতৰ কাষে কাষে দীঘল ঠোঁটৰ হাড়গিলাজাক ঘূৰি ফুৰিছে।"
"সেইটি গৰুৰ গাড়ী পাৰ হোৱা লিক।"
"মাইগানাইক তটত এটা এটাকৈ পাৰত উঠে।"
"পেটত ডিমা থকা কুণ্ডী (বপো) চৰাইৰ দৰে তসমস তসমস কৰে।"
"ইন্দ্ৰনাথে ভাঠি খোলা হাতীৰ অটাহ শুনা যেন পালে।"
"মই বধ দিছোঁ বাপু।"
"ৰাম্ৰ কুৰ্মা খাবলৈ আহি একবাৰ খুঁটি পুতিয়েই বহিছে :
"নাই ক'তো একো সাৰি-শব্দ নাই।"
"কমিটিৰ হ'মগাৰ্ড দুটায়ো কাখিৰ কাঠৰ বেঞ্চিত বহি বিড়ি হুপি আছিল।"
"নহ'লে তাক চটকি থেনথেনীয়া কৰি পেলালে হেঁতেন।"

২০৯ অসমীয়া ভাষাটোৰ, অসমীয়া মাতৃ ভাষাটোৰ প্ৰকৃত স্বৰূপ, ইয়াৰ গঠন-

পদ্ধতি আদিৰ বিষয়ে সম্যক দৃষ্টি নৰখাকৈয়ে সাহিত্য ৰচনাত প্ৰবৃত্ত হোৱাৰ কাৰণে যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাত একপ্ৰকাৰ অনুশাসনহীনতাই দেখা দিলে, অনেক অশুদ্ধ প্ৰয়োগ চলিবলৈ ধৰিলে। তলত সেইবোৰৰ কিছুমান উল্লেখ কৰা হ'ল: খোৱাৰ মাজেৰে, স্বপ্নৰে (উভলা), সাৰ নাপায়নে বাৰু সিহঁত?' 'সাৰ নাপায়নে শুই থকা মানুহবোৰ?' জগন্নাথে চহৰলৈ যাবলৈ ওলাইছিল। মূৰত আকাশ ভাগি পৰিল। মহানন্দক দীঘলীয়া চিকিৎসা কৰা আৱশ্যক। বৰষুণ এৰিব ধৰিছে। ইমান সোনকালে দমি গ'লে কেনেকৈ হ'ব? গিলাছৰ কিনাৰটো। হাউছকিপাৰৰ অফিচটো। এটা বাঙহাইপেজত আমি ৰ'লোঁ। ঠগি দিবৰ মন যায়। কিবা এটা অন্যায় কৰি দিবৰ মন যায়। ঘূৰ্ণীমান ফেনখন। ফেন সত্ত্বেও। চাৰিটি ঘৰ্মাক্ত কপালৰ প্ৰাণী। তাৰ স্পৰ্শৰ পৰা বাদ পৰি থাকিব নোৱাৰিল। কোঠাবিলাকত শব্দ-বিলাকে খুন্দা খায় ইত্যাদি। কিছুমান শব্দ গঠন-পদ্ধতিৰ দৃষ্টিৰে ভুল যদিও কাগজে-পত্ৰই আনকি খ্যাত লেখক কিছুমানৰ ৰচনাতো সেইবোৰ চলি আছে, যেনে, ছাৰোপৰি, ওপৰোক্ত উল্লেখিত, নোৱাৰা (কাম), ওতঃপ্ৰোত আদি। কিছুমান শব্দ মূলগতভাৱে অশুদ্ধ হোৱা সত্ত্বেও সেইবোৰ বহুতেই ব্যৱহাৰ কৰে, যেনে, মহত্ব সত্ত্বেও, নানাৰকম, উনিশ আদি। বহুতো ক্ষেত্ৰত অসমীয়া শব্দ থকা সত্ত্বেও আন ভাষাৰ শব্দ ব্যৱহাৰ কৰা দেখা যায়, যেনে, 'তেতিয়াৰ কালৰ', 'স্বৰ্গীয়' আদি শব্দৰ ঠাইত ব্যৱহাৰ কৰা হয় 'তদানীন্তন', 'প্ৰয়াত' আদি। প্ৰতি শব্দৰ ব্যৱহাৰৰ ক্ষেত্ৰতো পৰিলক্ষিত হয়। যেনে 'গেষ্টহাউচ'ৰ প্ৰতিশব্দ কৰা হৈছে অতিথিগৃহ তাতকৈ অতিথিশালাটো বেছি ভাল, তাতকৈ থকৰ অসমীয়া শব্দ 'আলহী'ৰ' ৰখ কৈ তেন এখো বেয়া নহ'ল হ'লহেঁতেন। তেনদৰে 'ফাইনেল ইয়াৰ'ৰ প্ৰতিশব্দ 'শেষ্যাম্বৰ্যীকৰণ' দেখা গৈছে। 'শেষ বৰ্ষ' বুলি ক'লেই কাম চলিব পাৰিলেহেঁতেন। এনে ধৰণৰ আৰু অনেক প্ৰয়োগৰ উল্লেখ কৰিব পাৰি। এনে সংক্ৰান্ত অসমীয়া শিক্ষিত লোকসকলে অযথাভাৱে ইংৰাজী শব্দৰ ব্যৱহাৰ কৰাও দেখা যায়, যেনে, 'আজি ৱেডাৰটো ভাল নহয়', 'আজি বৰষুণ হ'ব' আদি সাধাৰণ বাক্যক আজি ওৱেডাৰটো ভাল নহয়, আজি ৰেইন হ'ব', 'সেইটো খাইনো' এনেধৰণে কোৱা লোকো আছে।

২৪০ আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হৈছে অসমীয়াত ব্যৱহাৰ হোৱা শব্দবোৰৰ লেখন-পদ্ধতিত হোৱা বিশৃঙ্খলা। এটা উন্নত ভাষাৰ লেখন-পদ্ধতিৰ শৃঙ্খলাবিহীনতা ভাষাটোৰ বিকাশৰ এটা প্ৰধান অন্তৰায়। এই ক্ষেত্ৰত আলোচনা-বিলোচনা যথেষ্ট হৈছে, 'আলোচনা' চক্ৰ পতা হৈছে, চক্ৰৰ সিদ্ধান্ত আজিও প্ৰকাশ কৰা হৈছে।

কিন্তু নানাজনে ভাষাটোৰ সামগ্ৰিক ৰূপ আৰু পৰম্পৰাৰ প্ৰতি উদাসীন হৈ নিজৰ নিজৰ ধৰণে বাণন-পদ্ধতি উলিয়াই ভাষাটোৰ লেখন-পদ্ধতিৰ শৃঙ্খলা-হ্ৰাসমত বাধাৰ সৃষ্টি কৰিছে। লেখন-পদ্ধতি লগত উৰ্দ্ধ ক'মা আৰু যোগ-ৰেখাৰ ব্যৱহাৰো জড়িত হৈ আছে। দীৰ্ঘ মনোভাৱক চুটি'ক প্ৰকাশ কৰাৰ প্ৰচেষ্টা চলাৰ সময়ত যোগ-ৰেখাৰ সুপ্ৰয়োগ হোৱাটো নিতান্ত বাঞ্ছনীয়। অসমীয়া ভাষাৰ লেখন-পদ্ধতিৰ শৃঙ্খলাত লেখসকলৰ উপৰিও বিশেষকৈ বাতৰি কাকত, আলোচনী আদিৰ সম্পাদক আৰু গুৰিধৰোঁতাসকলে যথেষ্ট বৰঙণি আগ বঢ়াব পাৰে। কিন্তু তেনে পৰিবেশ এটাৰ সৃষ্টি হোৱা নাই। 'আমি প্ৰত্যেকেই একো একোজন অৰ্জুন। কিন্তু আমাৰ কাৰণে কোনো শ্ৰীকৃষ্ণ নাই। শ্ৰীকৃষ্ণৰ কেৱল মুখৰ কথাতে অৰ্জুন সন্তুষ্ট হোৱা নাছিল অৰ্জুনক পতিয়ন নিয়াবলৈ শ্ৰীকৃষ্ণই দেখুৱাব লগা হৈছিল তেওঁৰ বিশ্বৰূপ। আমি অন্তহীন যন্ত্ৰণাময় প্ৰতীক্ষাত আছোঁ আমাৰ প্ৰত্যেকৰে নিজৰ নিজৰ শ্ৰীকৃষ্ণৰ তেওঁৰ সৰ্বপ্ৰশ্নস্তব্ধকাৰী বিশ্বৰূপ-দৰ্শনৰ। কিন্তু সেই মুহূৰ্ত নাহে হে নাহে।" আমাৰ এই শ্ৰীকৃষ্ণ হ'ব যুক্তিৰূপী শ্ৰীকৃষ্ণ। আমাৰ সাহিত্যিকসকলে, অসমীয়া ভাষাৰ চিন্তা-চৰ্চা কৰাসকলে যুক্তিক আশ্ৰয় কৰি আগ বাঢ়িলে অসমীয়া ভাষাৰ বৰ্তমান সময়ত দেখা দিয়া আসোঁৱাহবোৰ শীঘ্ৰে আঁতৰি যাব বুলি বিশ্বাস কৰিব পাৰি।

২৪। এইখিনিতে লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া ভাষাৰ উন্নতিকল্পে ল'বলগীয়া উপায় কেতবোৰৰ কথা মনত পেলাব পাৰি। বেজবৰুৱাই লেখিছিল :

(ক) ভাবৰ উন্নতি নকৰিলে ভাষাৰ উন্নতি কেনেকৈ হ'ব পাৰে? ধানৰ লগে লগে উঁৱালৰ উন্নতি ভাবৰ লগে লগে ভাষাৰ উন্নতি।

(খ বিদেশী গ্ৰন্থৰ ভাল ভাববিলাক গ্ৰহণ কৰি সেইবিলাৰ জীণ নিয়াই নিজৰ তেজ-মঙহৰে সৈতে মিলাই নিজৰ ভাষাত সেইবিলাক ব্যৱহাৰ কৰিব পাৰিলেই ভাষাৰ প্ৰকৃত উন্নতি হয়।

(গ) অনাহকতে গোটাগোটে বিদেশী শব্দ গিলিবলৈ যোৱা কথাটো ভাল নহয়। যি বস্তুটো গিলি তুমি জীণ নিয়াব নোৱাৰা সেইটো গিলিলে তুমিয়েই বিপদত পৰিবা।

(ঘ আমি গাইপতি আমাৰ গাত মাতৃভাষাৰ উন্নতি কৰিবৰ ভাৰ পৰিছে বুলি ভবা আৱশ্যক।

(ঙ) আমি মাতৃভাষাৰ উন্নতি কৰিবলৈ সঁচাসঁচাকৈ লাগো বুলি লগা নাই। আমি মুখেৰে কওঁ, কাৰ্যত নকৰোঁ বা কৰিবলৈ হেলা কৰোঁ।

(চ) অসমীয়া ভাষাৰ উন্নতি কৰিবলৈ হ'লে আমাৰ ভাষাত বাতৰি কাকতৰ আৰু সাৰুৱা প্ৰবন্ধেৰে পূৰ্ণ মাহেকীয়া আলোচনী-কাকতৰ বহুল প্ৰচাৰ আৱশ্যক।

(ছ) সৰ্ব সাধাৰণে বুজিব পৰা আৰু ৰস পোৱা নাটক ন'ভেল, আৰু গল্পৰ কিতাপে ভাষাৰ বৰ উন্নতি কৰে।

(ঙ) অসমীয়া ভাষাত বক্তৃতা কৰিবলৈকো আমাৰ ভাষাৰ বন্ধুসকলে অভ্যাস কৰিব লাগে। অসমীয়া ভাষাত ভাল বক্তৃতা কৰিবলৈ, প্ৰবন্ধ লেখিবলৈ, পঢ়িবলৈ আৰু তৰ্ক কৰিবলৈ আমি নধৰিলে আমি আমাৰ ভাষাৰ উন্নতি কৰোঁ বুলি চিঞৰা মিছা।

২৪২ এই প্ৰসঙ্গতে ডক্টৰ মহেন্দ্ৰ বৰাই উল্লেখ কৰা কথাকেইটামানো যথেষ্ট গুৰুত্বপূৰ্ণ ঃ

(১) অসমীয়া ভাষাৰ অগ্ৰ-গতিৰ পথত আটাইতকৈ ডাঙৰ হেঙাৰখন পুতি লৈছোঁ আমি নিজে। আমাৰ এচাম মানুহৰ মনত বিশেষকৈ নগৰকেইখনৰ মানুহৰ মনত নিজৰ ল'ৰা-ছোৱালীক হাফ ছাহাব নাইবা হাফ মেম কৰাৰ অসুস্থ আকাঙ্ক্ষা এটাই বাহ লৈছেহি। ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুলত পঢ়ুৱাই দুটামান ভাটৌ শ্লোক আওৰাব পৰা কৰিব পাৰিলেই যেন জীৱনৰ স্বপ্নবিলাসী কিবা এটা হোৱাৰ বাসনাইপাৰ হৈ যাব।

(২) আমাৰ বহুতেই (অসমীয়া লেখক) যেনে তেনে লেখক হৈ যোৱাৰ পাৰ-পত্ৰ সংগ্ৰহ কৰাত ব্যস্ত হৈ পৰিছে। তেওঁলোকৰ সৰহভাগেই শব্দৰ বিন্যাসত ক্ৰমৰ বোমজালি সৃষ্টি কৰিয়েই বৰ্তি হ'ব পৰাৰ সহজ বাট বিচাৰি ফুৰিছে। কবি হোৱাৰ অথবা অন্য যিকোনো এটা সাহিত্য-ৰূপৰ সাধক হৈ পৰাৰ বাবে আটাইতকৈ আৱশ্যকীয় বস্তুটো হ'ল, আপোন প্ৰতিভাক সঠিকভাৱে চিহ্নিত কৰিব পৰাৰ সামৰ্থ্য। তাৰ পাছত লাগিব, ক্লান্তিহীন অনলস সাধনা" (অসম সাহিত্য-সভাৰ সভাপতিৰ অভিভাষণ)।

২৪৩ যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাৰ প্ৰগতি আৰু ভৱিষ্যতৰ বিকাশত বাধা আদিৰ বিষয়ে এটি সুন্দৰ চিন্তা আগ বঢ়াইছে শ্ৰীনিবাৰণ বৰাই।* তলত তাৰ কিছু অংশ দিয়া হ'ল : "আজি অসমীয়া ভাষা সাহিত্য কলা, সংস্কৃতিৰ ভেটি সুদৃঢ়। স্কুল, কলেজ বিশ্ববিদ্যালয় বাতৰিকাকত আলোচনী, বোলছবি, মঞ্চাভিনয়, চিত্ৰাঙ্কন নবন্যাসৰ ৰূপত বিহু, গৱেষণা-পত্ৰকে ধৰি বিভিন্ন গ্ৰন্থসমূহ, গল্প সাহিত্য, উপন্যাস, বাৰিত আদিৰে আজি আমি পুষ্ট। কিন্তু তথাপিও যে কিছু আঁসোৱাহ বৈ যোৱা নাই এনে নহয়। কথিত ভাষাৰ গঢ দিয়ে জনসাধাৰণেই। লিখিত ভাষাৰ গঢ় দিয়ে পণ্ডিত ওস্তাসকলে। 'অৰুণোদই'-যুগৰ পৰা অসমীয়া ভাষাই মোৰ সলাগে, সংগোত্ৰ বিমুখ হ'ল। বড়ো, কাৰ্বি, মিচিঙেই নহয় পৰ্বতৰ নগা বাইজে, আদি বাইজে, অসমীয়া শিকি যিদৰে প্ৰকাশ কৰে, শুনিবলৈ যেন আমি কোৱাতকৈও

* 'অসমীয়া ভাষা সাহিত্যৰ অতীত বৰ্তমান, আৰু ভৱিষ্যত' অসম বাণী, ১৩ ফেব্ৰুৱাৰি ১৯৮৭

তৰল। মিচিংজনে যেতিয়া গোৱে 'পাভক আনিলেনে নাই?' বাক্যটো 'খিয়া কৰালেনে নাই' বাক্যটোতকৈ অধিক ভাৱাৰ্থব্যঞ্জক, শুনিবলৈ তৰল ভাষা। তদ্ৰূপ 'নাগামিজ' আৰু 'নেফামিজ'। বীৰেন ভট্টাচাৰ্যৰ উপন্যাস 'ইয়াৰুইঙ্গম' যথাৰ্থতেই এখন মূল্যবান পুস্তক—সম্পূৰ্ণ নগা ভূমিৰ পটভূমিত লিখা। কিন্তু নাগামিজ'ক সন্মান দিয়া নহ'ল। ছৈয়দ আব্দুল মালিকে চাহ-বাগিচাৰ পটভূমিত লিখা উপন্যাসত চাহ-বনুৱাৰ ভাষা সন্নিৱিষ্ট নহ'ল। তেনেদৰেই বীৰেন ভট্টাচাৰ্যৰ আনখন উপন্যাস 'প্ৰতিপদ' ডিগবৈৰ ধৰ্মঘটৰ ওপৰত লিখা। কিন্তু ডিগবৈৰ হিন্দীমিশ্ৰিত অসমীয়া ভাষাৰ আভাস তাত নাই। আজিৰ কিছু কিছু ডেকা লিখকে চাহ-বনুৱাৰ মাত-কথা গল্প-নাটকত ঠাই দিছে। তেওঁলোকক ধন্যবাদ কিন্তু কামৰূপীয়া ভাষা আৰু গোৱালপৰীয়া ভাষাই এতিয়াও অসমীয়া-সাহিত্যৰ মজিয়া প্ৰবেশৰ বাবে অপেক্ষাৰত। আমি যেন ভাষাটোক কঠিনৰ পৰা কঠিন কৰি আনিছোঁ। 'স্বৰ্গীয়' লেখিছিলোঁ আজকালি 'প্ৰয়াত' লেখোঁ। আগেয়ে স্বৰ্গদেউজন প্ৰয়াত' হ'লে 'তানি হ'ল' বুলিছিলোঁ। প্ৰিয়জনৰ বিয়োগত চকুৰ 'পানী হ'ল' বুলিছিল। আজিও কোনো গ্ৰাম্য সমাজত। আমি নোবোলো অসমীয়া ভাষা অকল নগৰমুখীয়েই হোৱা নাই, পশ্চিমমুখীও হৈছে অথচ অসমৰ শতকৰা ৯০ জন বাস কৰে গ্ৰামাঞ্চলত আৰু অসমীয়াভাষাৰ শতকৰা ৯৭ জনেই কৃষক টিউবৰ বেলাৰ অসমীয়া শব্দ 'নলী-নাদ'। চাহ বাগিচাৰ বনুৱাই কোৱে 'পাতাল কুঁৱা'। কিমান বছৰ চাপি আহিছে চাহ সমাজখন। আমি আৰু অলপমান ওচৰ চাপি গ'লে কি অসুবিধা? অসমীয়া ভাষা চাহ-বাগিচাৰ বনুৱাৰ ল'ৰা-ছোৱালীয়ে পঢ়িব যদি চাহ বাগিচাৰ পট-ভূমিত চাহ বনুৱাৰ মুখৰ কথাৰ সানমিহলি ভাষাত উপন্যাস-গল্প আদি লিখা হয়। ন-অসমীয়া সমাজখনৰ বাস্তৱ পৰিস্থিতিৰ পট ভূমিত তেওঁলোকৰ কথা ন অসমীয়া ভাষাৰ সানমিহলি অসমীয়া ভাষাত লেখা হ'ব লাগে। সাহিত্যিকসকলে সেই দাবী পূৰণ কৰিব পৰা নাই। আহোমৰ ৰাজ কুঁৱৰ, ভাৰতীয়াৰ সমাজখনৰ বচন ভঙ্গী, সম্বোধনৰ ধৰণ পৃথক, কিন্তু অসমীয়া। জয়মতী' কথাছবিৰ কথোপকথনত ৰূপ-কোঁৱৰে' সেইবোৰৰ কিছু সন্নিবিষ্ট কৰিছিল। আজি আৰু দফং, শোণিতপুৰ, নগাওঁ, বাৰ্হৰূপত তেনেজন নোলাব। কথিত ভাষাৰ এনাজৰীডালেৰে অসমীয়া সমাজখন বান্ধিব লাগিব গল্প, উপন্যাস, বাতৰি কাকত, আলোচনীৰ মাধ্যমৰূপে লৈ"।

২৪৩ যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাৰ বিশ্লেষণ অসমীয়া ভাষাটোৰ প্ৰকাশিকা শক্তি যথেষ্টৰূপে বৃদ্ধি পোৱা কথা স্পষ্টৰূপে দাঙি ধৰে। এই সময়ছোৱাত মনোভাৱক চমুকৈ প্ৰকাশ কৰাৰ ক্ষমতা ভাষাটোৱে অৰ্জন কৰিলে। অসমীয়া ভাষাটোলৈ এই সময়তে বিদেশী শব্দৰ বহুল আমদানি হয়। তৎসম শব্দৰ বহুল ব্যৱহাৰৰ

বিশেষভাৱে মন কৰিবলগীয়া। যুদ্ধোত্তৰ যুগৰ ভাষাটোত পূৰ্বৰ যুগৰ নিচিনা পৰম্পৰা ভেঙেৰবাণ বঞ্চিত হোৱা দেখা নাযায়। পূৰ্ববৰ্তী যুগত অসমীয়া ভাষাত ব্যৱহাৰ পোৱা ফকৰা যোজনা, প্ৰৱাদ-বচন আদিৰ ব্যৱহাৰো কমে। অসমীয়া ভাষাত এক-প্ৰকাৰ অনুশাসনহীনতা বৃদ্ধি পায়। তাৰ মাজতো বিছুমান প্ৰতিভাশালী লেখকৰ হাতত অসমীয়া গদ্যই পৰিপুষ্ট ৰূপ লব'লৈ সক্ষম হয়। মুঠৰ ওপৰত যুদ্ধোত্তৰ যুগৰ অসমীয়া ভাষাই ভৱিষ্যতৰ অসমীয়া ভাষাৰ এক উজ্জ্বল ৰূপৰ প্ৰতিষ্ঠাৰ আগ জাননি দিয়ে *

---

* এই অধ্যায়টোৰ তথ্য-পাতি যুদ্ধোত্তৰ যুগৰ খ্যাত বিভিন্ন লেখকৰ ৰচনাৰ পৰা সংগ্ৰহ কৰা হৈছে।

# অষ্টম অধ্যায়

## উপসংহাৰ

৩৫ ওপৰৰ সাতোটা অধ্যায়ত অসমীয়া ভাষাৰ আঁতি-গুৰিৰ বিচাৰ, ইয়াৰ বিকাশ, আৰু বিভিন্ন স্তৰত নানা উপাদানেৰে হোৱা সমৃদ্ধিৰ বিষয়ে আলোচনা দাঙি ধৰা হৈছে। এই অধ্যায়ত সেই আটাইখিনিৰে মূল কথাখিনি জুকিয়াই চাবলৈ যত্ন কৰা হৈছে। অসমীয়া ভাষাৰ আঁতি-গুৰিৰ বিচাৰে এইটো প্ৰমাণ কৰে যে অসমীয়া ভাষাটো এটা প্ৰাচীন ভাষা। খৃষ্টীয় সপ্তম শতিকাৰ আগভাগত হিউৱেনচাঙে কৰা উক্তিয়ে ইয়াৰ সাক্ষী। কামৰূপী প্ৰাকৃতে হিউৱেনচাঙৰ উক্তিৰ প্ৰমাণ দাঙি ধৰে। অনাবৈদিক ভাষা, বৈদিক ভাষা, কামৰূপী, মাগধী আদি প্ৰাকৃত ভাষা, আৰু অসমৰ থলুৱা ভাষাৰ সংমিশ্ৰণত অসমীয়া ভাষাই সুকীয়া গঢ় লৈছে। অসমীয়া ভাষাটো মগধীয় ভাষা। পশ্চিম পিনৰ পৰাই ই অসমত প্ৰৱেশ কৰে। অসমীয়া ভাষাটো প্ৰধানকৈ দুটা প্ৰৱাহৰ সমষ্টি। অসমীয়া ভাষাটো ক্ৰমবিকশিত ভাষা আৰু ইয়াৰ বিকাশৰ বিভিন্ন স্তৰত বিৱিধ উপাদানেৰে সমৃদ্ধ ভাষা। আলোচনাৰ সুবিধাৰ্থে অসমীয়া ভাষাটোক কেইটামান যুগত ভগাই ল'ব পাৰি :

(১) প্ৰত্ন অসমীয়া ভাষা ( সপ্তম শতিকাৰ পৰা দ্বাদশ শতিকালৈ )

(২) পুৰণি অসমীয়া ভাষা ( তেৰ শতিকাৰ পৰা ষোল শতিকাৰ শেষলৈ )

(৩) মধ্যযুগীয় অসমীয়া ভাষা ( সোতৰ শতিকাৰ পৰা ঊনৈশ শতিকাৰ আৰম্ভলৈ )

(৪) আধুনিক অসমীয়া ভাষা : (ক) আৰম্ভণী কাল ( ১৮৪৬ ১৮৮৮ )
(খ) মধ্য-কাল ( ১৮৮৯-.৯৩ )
(গ) যুদ্ধোত্তৰ কাল ( ১৯৫০- )

২০৬ চৰ্যা-পদৰ ভাষাই হৈছে প্ৰত্ন-অসমীয়া স্তৰৰ পৰা বৰ্তমানৰ স্তৰলৈকে থকা অসমীয়া ভাষাৰ যোগ-সূত্ৰ। চৰ্যা-পদৰ ভাষাৰে সৈতে অসমীয়া ভাষাৰ ৰূপ আৰু প্ৰত্ন-ৰূপ দুয়োটাই জড়িত। অসমীয়া ভাষাটোৰ প্ৰত্যেক যুগতে কিছুমান সুকীয়া বৈশিষ্ট্যই দেখা দিছে। প্ৰত্যেক যুগৰে কিছুমান বৈশিষ্ট্য পৰৱৰ্তী যুগলৈকে চলি আছে। এইদৰে ভাষাটোৰ এটা পৰম্পৰা ৰক্ষিত হৈছে। আনভাৱে ক'বলৈ হ'লে অসমীয়া ভাষাটো পৰম্পৰাগত ভাষা। পুথিখনৰ বিভিন্ন অধ্যায়ত ইয়াৰ ইঙ্গিত আছে। অসমীয়া ভাষাটো ক্ৰমবিকশিত ভাষাৰ প্ৰমাণস্বৰূপে পৰিশিষ্ট দুইত অসমীয়া শব্দ কিছুমানৰ বিকাশৰ ধাৰাটো দেখুওৱা হৈছে। দ্বিতীয় অধ্যায়ৰ চৰ্যা-

পদৰ ভাষাৰ আলোচনাৰ লগত বহুতো অসমীয়া শব্দ, প্ৰত্যয়, ধাতু, আৰু ক্ৰিয়া-ৰূপৰ বিকাশৰ দিশলৈ আঙুলিয়াই দিয়া হৈছে। গোৱালপৰীয়া দেশী ভাষা'ৰ আলোচনাৰ অন্ততো বহুতো শব্দৰ ক্ৰমবিকাশৰ ধাৰাটো দেখুওৱা হৈছে। পৰিশিষ্ট একত প্ৰা ভা আৰ্য-ভাষাৰ স্বৰ-ধ্বনিৰ অসমীয়ালৈ হোৱা পৰিবৰ্তনৰ দিশো সামৰা হৈছে। তলত অসমীয়া ৰূপতাত্ত্বিক বৈশিষ্ট্যকেইটাৰ অসমীয়া ভাষাৰ বিভিন্ন যুগৰ মাজেদি কেনেদৰে বিকাশ ঘটিছে তাৰ এটা সাধৰণ পৰিচয় দাঙি ধৰা হ'ল :

(.) বহুবচনাত্মক প্ৰত্যয় -হঁত : পু অস (দ্বিবচনাত্মক) হন্ত>হঁত :

হন্ত>হন্ন>হান>হানা (কাম)

হন্ত>হন্ত>হান্ত, হাঁত (তু কাম সে-হাঁত)

হন্ত>হন্ন>হান>হুন>আ-হুন (কাম)

(২) নির্দিষ্টতাবাচক প্ৰত্যয় - টো : পু অস গোট>ওট>ওট্>টো,

ওট>উট>টু (কাম)

-টা : পু অস. গোটা>ওটা>টা (তু হুটা)

টি : পু অস. গুটি>উটি>টি তু হুটি)

-কুৰা : পু অস কুণ্ডা>কুৰা (জুইকুৰা)

-পাৰি : পু অস পাল্তি>পাল্টি>পাটি>পাৰি (দাঁতপাৰি)

(৩) পঞ্চমী বিভক্তি : চৰ্যা-পদত অপাদান-কাৰক বুজাবলৈ পঞ্চমী বিভক্তি 'হু'ৰ প্ৰয়োগ দেখা গৈছে। তাৰ পাছত ক'তো পঞ্চমী বিভক্তিৰ চিন পোৱা নাযায়। আপাদান-কাৰক বুজাবলৈ বিভিন্ন উপায় লোৱা হৈছে। তাৰ ভিতৰত ৰ হন্তেৰ ব্যৱহাৰ বৰ্তমানলৈকে চলি আছে, তু কাম যাৰ হন্তে শাখা-সিন্দূৰ। ৰ হন্তেৰ পৰা গুৰুচৰিতৰ ভাষাত -ৰ তে>র্তে হৈছে গৈ।

(৪) নিমিত্ত-কাৰকৰ শব্দ-বিভক্তি লৈ : চৰ্যা-পদত লাগি/লই পোৱা যায়। লই>লৈ। পুৰণি অসমীয়াত-ক লাগি আছে, যেনে, ভৰত কাচক লাগি (মা. ক), তু. কাম লেগি/গেলি। তু. কাম ঘৰক লেগি/গেলি।

(৫) তৃতীয়া বিভক্তি ৰে : পুৰণি অসমীয়া এৰে (কৃষ্ণএৰে, স্বপ্নেএৰে)। এৰে>ৰে।

(৬) কৃদন্ত-ৰূপ : ঁতা-ঁন্তে : পু অস. বাখন্তা, ফুৰন্তে। তু. মা. অস. বাখোঁতা, ফুৰোঁতে।

(৭) কৰ্তৃসাপেক্ষতা বুজোৱা পৰ-সৰ্গ—হৈন্তেন : পু অস. হন্তে>বু ইন্তে> হেঁন্তে-ন ) হৈন্তেন।

(৮) তুলনা-বুজোৱা ৰূপ : কৈ : পু অস কৰি ( মোত কৰি )। কৰি> কই>কৈ ( মা অস ), কই>কে ( কাম )।

(৯) বহুবচনাত্মক প্ৰত্যয় : বোৰ : বড়ো ক্ষোৰ, বু. ভোৰ/বোৰ
বিলাক : বোৰ + পিলাক>বু বোলাক>বিলাক

(১০) ক্ৰিয়াবিশেষণাত্মক শব্দ : অ'ত : পু অস অহিত>*অইত>ঐত, অ'ত
ত'ত : পু অস তহিত>*তইত>তৈত, ত'ত
ক'ত : পু অস কহিত>*কইত>কৈত, ক'ত

(১১) ভাৱ-বাচ্যৰ ৰূপ : পু অস দেখিয় ( চন্দ্ৰাৱলী ৰজনী দেখিয় বহুদূৰ- মা ক ) দেখিয়>দেখি ( বতাহ চকুৰে নেদেখি )।

(১২) অসমাপিকা ক্ৰিয়া ৰূপ : পু অস বসিয়া, বসি। মা, অস বহি, কাম. বহি, গোৱা বোশিআ।

(১৩) কেতিয়াবা কোনো এটা যুগৰ কিছুমান প্ৰয়োগ কোনো এজন বা দুজন লেখকৰ ভাষাত ব্যৱহাৰ হোৱা দেখা যায়, কিন্তু পাছৰ যুগত বা সেই যুগৰে পৰৱৰ্তী লেখকৰ ৰচনাত নাইকিয়া হোৱা চকুত পৰে উদাহৰণ : মাধৱ কন্দলীৰ ভাষাৰ এটা সুকীয়া প্ৰয়োগ হৈছে অসমীয়া ক্ৰিয়া-ৰূপৰ পাছত ব্যৱহাৰ হোৱা 'এৰ' এৰো' আদি পৰ সৰ্গস্বৰূপ ৰূপৰ ব্যৱহাৰ। মাধৱ কন্দলীৰ পাছত ইয়াৰ ব্যৱহাৰ নাইকিয়া হৈছে। পুৰণি অসমীয়া ভাষাৰ সময়ছে ভট্টদেৱৰ ভাষাত পূৰ্বৱৰ্তী লেখকসকলৰ ৰচনাত পোৱা ক্ৰিয়া-ৰূপৰ শেষত যোগ হোৱা স্বাৰ্থিক ৰূপ 'হো, হা' আদিৰ বিলুপ্তি ঘটিছে।

২৪৭ ৰূপতাত্ত্বিক বৈশিষ্ট্যৰ নিচিনা অসমীয়া শব্দৰ বিকাশৰ লগতে অনেক পূৰ্বৱৰ্তী যুগত ব্যৱহাৰ হোৱা শব্দ সময়ত লুপ্ত হৈছে। এনে কিছুমান শব্দ এনে ধৰণৰ : মন্দিৰ 'ঘৰ', বৃন্দালি 'হাবি', বুহিত 'নাও', বত্ত্‌ 'মাত্‌', আখি 'চকু', কুলুপ 'দুৱাৰৰ খিলি', ওৱাৰি 'ঘৰ' ধৌলিৰৰ 'ৰজাৰ ঘৰ', খুজি বিচাৰি, পানৈ

'খৰম'। এই ক্ষেত্ৰত পুথিখনৰ ভিন ভিন অধ্যায়ত উল্লেখ কৰা সুকীয়া প্ৰয়োগসমূহৰ কথাও মন কৰিবলগীয়া। ইপিনে অকণোদয়-যুগত আৰু পিছতো বিভিন্ন লেখকে সৃষ্টি কৰা নতুন শব্দ বহুতৰে বিলুপ্তি ঘটাও দেখা গৈছে, যেনে, লতা-পনিয়ল, নাগ মাটি, চুণ্ডা চাকি, খড়ি মাটি আদি।

২৪৮. অসমীয়া ভাষাটো মূলত: আৰ্য ভাষা। কিন্তু জন্ম-কালৰে পৰা অসমীয়া ভাষাটো অসম আৰু অসমৰ আশে পাশে থকা বিভিন্ন জনজাতীয় বা থলুৱা ভাষাৰ বিবিধ উপাদানেৰে পুষ্ট। অসমীয়া আৰু সংস্কৃত ভাষাৰ প্ৰভাৱো জনজাতীয় ভাষাবোৰৰ ওপৰত নপৰাকৈ থকা নাই। ইপিনে চৰ্যা-পদৰ সময়ৰে পৰা অসমীয়া ভাষাৰ প্ৰধান প্ৰবাহ দুটায়ো যুদ্ধোত্তৰ যুগৰ আগলৈকে অসমীয়া ভাষাৰ লগত সমানভাৱে সম্বন্ধ ৰক্ষা কৰি আহিছে। মধ্যযুগীয়া অসমীয়া ভাষাৰ সময়ৰ পৰা অসমীয়া ভাষাৰ সমৃদ্ধি বঢ়াইছে প্ৰধানকৈ আৰবী-পাৰচী-তুৰ্কী-হিন্দী আদি ভাষাৰ শব্দ-সম্ভাৰৰ যোগানে। আধুনিক অসমীয়াৰ আৰম্ভণি কালৰে পৰা অসমীয়া ভাষাৰ পৰিপুষ্টিত বিশেষভাৱে অৰিহণা যোগাইছে ইংৰাজী আৰু আন ইউৰোপীয় ভাষাৰ শব্দৰাজিয়ে। অসমীয়া ভাষাটো অসমৰ উজনি, নামনি, আৰু পৰ্ব্বত-ভৈয়ামৰ সকলো অঞ্চলৰে সমন্বয়ৰ এটা ভাষা। এই ভাষাটোৱে প্ৰাচীন কালৰ পৰা অসমৰ সামূহিক কাৰ্য-পৰিচালনাৰ বাহনৰূপে থাকি অসমৰ আৱেগিক ঐক্য আৰু সংহতি ৰক্ষা কৰি আহিছে। প্ৰাচীন কালৰে পৰা অসমীয়া ভাষাটোৱে বৰাহী-কছাৰী কমতা-কোচ-আহোম আদি ৰজাসকলৰ পৃষ্ঠপোষকতাত বিকশিত আৰু পৰিপুষ্ট হৈছে। এই ভাষাটো পৰ্ব্বত আৰু ভৈয়ামৰ সকলো লোকৰে আদৰৰ উমৈহতীয়া সম্পত্তি। অসম আৰু অসমৰ ওচৰে-পাজৰে থকা থলুৱা ভাষাবোৰৰ বৈজ্ঞানিক অধ্যয়ন আৰু সেইবোৰেৰে সৈতে গৱেষণাপ্ৰসূত যোগ সূত্ৰ স্থাপন কৰি যুক্তিযুক্তভাৱে অসমীয়া ভাষাত বৰ্তমানে বিৰাজ কৰা আসোঁৱাহসমূহ আঁতৰালে অসমীয়া ভাষাটোৱে পূৰ্ব-ভাৰতৰ ৰাজ্যসমূহৰ মাজত একমাত্ৰ সাৰ্বজনীন ভাষাৰূপে সুপ্ৰতিষ্ঠিত হোৱাৰ বিপুল সম্ভাৱনা বহন কৰিছে। ইতিহাসত বিভিন্ন যুগত সন্মুখীন হোৱা নতুন পৰিস্থিতিবোৰেৰে সৈতে তাল মিলাই আৰু সময়ে সময়ে নতুন নতুন উপাদানক নিজৰ শৰীৰত জীণ নিয়াই অসমীয়া ভাষাটোৱে বিকাশৰ পথত আগ বঢ়া এটা সমৃদ্ধভাষাৰূপে প্ৰতিষ্ঠিত হৈছে। অসমীয়া ভাষাটো বিবিধ থলুৱা ভাষাৰ উপাদানেৰে যিদৰে পুষ্ট হৈছে বৰ্তমান সময়ৰ অসমীয়া ভাষাটোৱেও থলুৱা ভাষাবোৰৰ সমৃদ্ধিত বৰঙণি যোগোৱাৰ স্থল আছে। অসমীয়া ভাষাৰ ভবিষ্যতৰ ভেটি সুদৃঢ় কৰাৰ কাৰণে ৰাজনীতিয়ে সৃষ্টি কৰা বিভেদৰ ফলত অসমীয়া ভাষাৰ ওপৰত হোৱা আক্ৰমণ ব্যৰ্থ কৰি অগ্ৰগতিৰ পথ সুচল কৰিবলৈ ভাষা-সাহিত্যত ব্ৰতী অসমীয়া পাছুৱি এচাম

ওলাব লাগিব'। অসমীয়া ভাষাটো "কোনো এখন" নগৰ বা এজন বা দুজন বিশিষ্ট লোকৰ ভাষা নহয়"। অসমীয়া ভাষা 'লুইতৰ পৰা মানাহ নদীলৈ'। "অসমা সুষমা কামৰূপা, জয়তু জননী ধৰিত্ৰী-দুহিতা; কামৰূপা কামদা"।

## পৰিশিষ্ট : এক

### অসমীয়া ধ্বনি-তত্ত্বৰ ঐতিহাসিক বিকাশ

প্ৰাচীন আৰু মধ্যভাৰতীয় আৰ্য ভাষাৰ স্বৰ আৰু ব্যঞ্জন-ধ্বনিসমূহৰ অসমীয়া ভাষালৈ কেনেদৰে বিকাশ ঘটিছে তাৰ বিস্তৃত আলোচনা ডঃ কাকতিয়ে 'এছামিজ ইটছ্ ফৰমেছন এণ্ড ডেভেলপমেণ্ট' গ্ৰন্থত দিছে। সেই আলোচনাৰ ওপৰত ভিত্তি কৰিয়ে চমুভাৱে অসমীয়া ভাষাত দেখা দিয়া প্ৰাচীনভাৰতীয় আৰু মধ্যভাৰতীয় আৰ্য-ভাষাৰ স্বৰ আৰু ব্যঞ্জন-ধ্বনিবোৰৰ বিকাশৰ নিৰ্দেশ তলত দিয়া হ'ল :

**স্বৰ-ধ্বনিৰ বিকাশ :**

(১) অন্ত্য স্বৰ ধ্বনি :

(ক প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ অন্ত্য স্বৰ ধ্বনিবোৰ সাধাৰণভাৱে ক'বলৈ হ'লে অসমীয়াত লোপ পাইছে. উদাহৰণ :

-অ : আঁচল ( অঞ্চল )
উলাহ ( উল্লাস )
খেৰ ( খেট )
ভেল 'ভুল' ( ভেল )
শোল 'মাছ-বিশেষ' ( শকুল )

-আ : ঘিণ ( ঘৃণা )
শিল ( শিলা )
লাল ( লালা )
লাজ ( লজ্জা )
বান্ ( বন্যা )

-ই আঙুল ( অঙ্গুলি )
তৰোৱাল ( তৰৱাৰি )
সত্তৰ ( সপ্ততি )
দিঠক ( দৃষ্টি > দিট্ঠি > দিঠ )

মূঠ (মুষ্টি)

কিন্তু বাতি (ৰাত্রি), গাঁথি (গ্রন্থি), তিনি (ত্রীণি), চাৰি (চত্বাৰি)

-উ : আঁহু (অংশু)

জাম (জম্বু)

হিঙ (হিঙ্গু)

পেঙ-আ > পেঙা (পঙ্গু)

(খ মধ্যভাৰতীয় আৰ্য ভাষাৰ অন্ত্য সংযুক্ত আৰু অসংযুক্ত স্বৰ-ধ্বনিকেইটাৰ বিকাশ তলত দিয়া ধৰণে হোৱা দেখা যায় :

-আঅ > আ : গুৱা (গুৱাক)

ওজা (উপাধ্যায়

ঘা (ঘাত > ঘাঅ)

গা (গাত্র > গাত্ত > গাঅ

আআ > -আ : শলা (শলাকা > শলাঅ

ছাঁ (ছায়া > ছাআ > ছা)

ইঅ/-ঈঅ > -ই/-ঈ : কাতি (কার্ত্তিক > কত্তিঅ

ননী (নৱনীত > নৱনীঅ)

ইআ < ইকা > -ঈ : কুঁৱলী (কুহেলিকা)

শেৱালী (শেফালিকা

বাৰী (বাটিকা)

-উঅ/ উঅ > -উ/ ঊঃ শিহু (শিশুক)

কেঁচু (কিঞ্চিলুক > *কিঞ্চুক)

উলু (উলূপ)

-এঅ > এও : ছেও (ছেদ > ছেঅ)

খেও (ক্ষেপ > খেঅ)

-ওঅ > -ও : পো (পোত)

লো (লোতক পূ অস লোহ > -লোঅ

লো (লোহ)

-এ > -ই : সি (সঃ > সে > সে)

যি (যঃ > যে)

আমি (অস্মে < অস্মেহ > অম্হি

তুমি ( তুষ্মে > তুম্হে > তুম্হি )

আজি ( অদ্য > *অদো > অজ্জে > অজ্জি )

কালি ( কল্যো > কল্লিম্ > কল্লি )

পৰহি ( পৰশ্বঃ > *পৰশ্‌শে > পৰস্‌সে > পৰস্‌সি > পৰসি )

(গ) প্ৰাচীনভাৰতীয় আৰ্য-ভাষাৰ অন্ত্য 'অ' স্বৰ-ধ্বনিৰ কোনো কোনো ক্ষেত্ৰত লোপ নহয়। উদাহৰণ :

(১) অন্ত্য অৰ আগত দুটা বা অধিক সংযুক্ত ব্যঞ্জন-ধ্বনি থাকিলে সেই 'অ'ৰ লোপ নহয়, যেনে, চন্দ্ৰ সূৰ্য, ধৰ্ম, কৃষ্ণ, মূৰ্খ, বাক্য।

(২) আন কিছুমান শব্দতো অন্ত্য 'অ'ৰ লোপ নঘটে ; যেনে, মূঢ় ( মূঢ ), গাঢ় ( গাঢ ), পেয়, দেয় বিধেয় মৃগ, মৌন, তৈল শৈল ইত্যাদি।

(ঘ) প্ৰাচীনভাৰতীয় আৰ্য-ভাষাৰ শব্দৰ শেষত থকা-অপ,-অব আৰু মধ্যভাৰতীয় আৰ্য-ভাষাৰ শব্দৰ শেষত থকা অৰ অহ অসমীয়াত 'অ'লৈ ৰূপান্তৰিত হোৱাও দেখা যায়। উদাহৰণ :

কাছ ( কচ্ছপ )

পল ( পলৱ )

শ ( শৱ

পাৰ ( পাৰাৱত > পাৰৱঅ > পাৰৱ )

ভাদ ( ভাদ্ৰপদ > *ভদ্দৱঅ > ভাদৱ )

বাৰ ( দ্বাদশ > বাৰহ )

গাধ ( গৰ্দভ > গদ্দহ > গাদ )

এঘাৰ ( একাদশ > এগাৰহ, এগাৰ )

(১) আদ্য স্বৰ-ধ্বনি : প্ৰাচীনভাৰতীয় আৰ্য-ভাষাৰ আদ্য স্বৰ-ধ্বনিবোৰ সচৰাচৰ অসমীয়াত ৰক্ষিত হৈছে। মাজে মাজে দুই-এটা পৰিবৰ্তনো হৈছে। কেতিয়াবা আদ্য স্বৰ-ধ্বনিৰ লোপ হোৱাও দেখা যায়। তলত আটাইবোৰৰ উদাহৰণ দাঙি ধৰা হ'ল।

(ক) স্বৰ-ধ্বনিৰ লোপ : ভিজ্ 'ভিত্' ( অভি-অঞ্জ )
ভিতৰ ( অভি + অন্তৰ )
ভিহী ( অতসী > *অভিসী )

(খ) শব্দৰ আদি অক্ষৰত থকা 'অ'ৰ পাছত অসংযুক্ত ব্যঞ্জন-ধ্বনি থাকিলে সেই 'অ'ৰ পৰিবৰ্তন নহয়। উদাহৰণ : কলহ ( কলস ), পলম ( প্ৰলম্ব ), অকণ ( অতুল ), সক ( সক ) তু চৰ্যা সকই।

(গ) মূলৰ দুটা বা অধিক অক্ষৰযুক্ত শব্দৰ আদি বা আদি-অক্ষৰত থকা 'অ'ৰ পাছত যদি যুক্ত ব্যঞ্জন থাকে আৰু সেই 'অ'ৰ ওপৰত যদি বলাঘাত পৰে, তেতিয়া-হ'লে সেই 'অ' 'আ'লৈ ৰূপান্তৰিত হয় আৰু পিছত থকা যুক্ত ব্যঞ্জনৰ এটা লোপ পায়। 'অ'ৰ পাছত যুক্ত ব্যঞ্জন দুটাৰ প্ৰথমটো যদি নাসিক্য ধ্বনি হয়, তেতিয়াহ'লে পূৰ্বৰ 'অ' ধ্বনিটো অনুনাসিক হয় আৰু পিছৰ ব্যঞ্জন ৰক্ষিত হয়। কেতিয়াবা ব্যঞ্জন ধ্বনিটোৰ আন এটা ব্যঞ্জনলৈ পৰিবৰ্তন ঘটিব পাৰে। উদাহৰণ :

আঁত (অন্ত্ৰ)
আঁহ (অংশু)
গাল (গণ্ড>গল্ল)
ঘাম (ঘৰ্ম>ঘম্ম)
দাপোণ (দৰ্পণ)
নাক (নক্ৰ)
সাঁচ (সঞ্চ)

(ঘ) দুটাতকৈ অধিক অক্ষৰৰ শব্দৰ আৰম্ভণিৰ 'অ'ৰ পাছত যুক্ত ব্যঞ্জন থাকিলে মান্য অসমীয়াত প্ৰথমৰ 'অ' ধ্বনি 'আ'লৈ ৰূপান্তৰিত নহয়, যদি পিছৰ অক্ষৰত বলাঘাত পৰে, কিন্তু উপভাষাত হ'লে হয়। উদাহৰণ :

কঁকাল (কঙ্কাল) তু কাম ককাল, কাকাল
কপাহ (কৰ্পাস) তু কাম কপাহ, কাপাহ
পথাৰ (প্ৰস্তাৰ) তু কাম পথাৰ, পাথাৰ
মঁদাৰ (মন্দাৰ) তু কাম মদাৰ, মাদাৰ
কটাৰী (কুট্টাৰিকা) তু কাম কটৰী, কাটৰী
কমাৰ (কৰ্মকাৰ>কৰ্মাৰ) তু কাম কমাৰ, কামাৰ
চমাৰ (চৰ্মকাৰ>চৰ্মাৰ) তু কাম চমাৰ, চামাৰ

কোনো কোনো ক্ষেত্ৰত মান্য অসমীয়া আৰু উপভাষা দুয়ো ঠাইতে 'অ'টো 'আ' নহয়, যেনে, যখ (যক্ষ), পখ (পক্ষ), সমল (সম্বল), মৰল (মণ্ডল)। কেতিয়াবা-অ->-উ বা ও, যেনে, পুৱা>প্ৰভাত, গোন্ধ>গন্ধ।

(ঙ) শব্দৰ আদি বা আদি-অক্ষৰত থকা 'আ, ই, উ, এ, ও' ধ্বনিবোৰ অসমীয়াত সচৰাচৰ ৰক্ষিত হৈছে। উদাহৰণ :

আ—: আলি (আলি) 'আলি বাট'
আৰী 'মাছ-বিশেষ' (আটিক)
কাহ (কাস)

বাওঁ ( বাম )

ভাও ( ভাব )

ই—/ঈ—: নিয়ৰ, নীয়ৰ ( নীহাৰ ) তু. কাম নিয়াৰ

পিল ( পিলভি )

খীণ ( ক্ষীণ )

খীলা ( কীলক )

জীণ ( জীর্ণ )

তীখা ( তীক্ষ্ণ )

উ—/উ—: গুৱা ( গুৱাক )

ছুৰী ( ক্ষুৰিকা > ছুৰিকা > ছুৰিআ )

ভূঁই ( ভূমি )

উকা ( উল্কা )

উগুল ( উদগুর্ণ )

উদ ( উদ্র )

শুদা ( শুদ্ধ )

শুঁৰ ( শুণ্ড )

সূতা ( সূত্র )

এ- : এৰা 'গছ-বিশেষ' ( এৰণ্ড )

কেৰা ( কেকৰ )

খেৰ ( খেট )

লেও ( লেপ )

বেত ( বেত্র )

ভেড়া ( ভেড়ৰ > ভেডড > ভেডড > ভেড়- )

ও- : ওল ( ওল

কোঁহ ( কোশ )

গোট ( গোত্র )

খোৰা ( খোৰ )

চ) শব্দৰ আদি বা আদি-অক্ষৰত থকা স্বৰধ্বনিবোৰৰ আন কিছুমান পৰিবৰ্তনো হোৱা দেখা যায়। তলৰ উদাহৰণবোৰে তাৰ প্ৰমাণ দাঙি ধৰিব :

ঐ->এ- : , বেজ ( বৈদ্য > বেজ্জ )

তেল ( তৈল > তেল্ল )

জেঠ ( জ্যৈষ্ঠ > জেট্‌ঠ )

ই- ঈ- > এ : বেল ( বিল্ব > বেল্ল )

হেঙুল ( হিংগুল )

এন্দুৰ ( ইন্দুৰ ) তু কাম ইন্দুৰ

পেৰে ( পীড়াতে )

শেঙুণ ( শিংঘাণ )

নেমু ( নিম্বু ) তু নাম নিমু

উ-/-ঊ > ও : কোদাল ( কুদ্দাল ) তু কাম কদাল

খোঁপা ( ক্ষুম্প্র ) তু কাম খপা

গোঁফ ( গুম্ফ

মোল ( মূল্য )

ঔ > ও : সোণ ( সৌবর্ণ )

সোন্দা ( সৌগন্ধ- )

অপ-/ অব- > ও : ওহাৰ ( অপসাৰ > ওসাৰ )

থোক ( স্তবক > থবক )

লোণ ( লবণ )

ওৰ 'শেষ' ( অবৰ )

(৩) মধ্য-স্বৰধ্বনি : শব্দৰ মাজত থকা প্ৰাচীন আৰ্য-ভাষাৰ স্বৰ ধ্বনিবোৰ সচৰাচৰ মাজ্য অসমীয়াত ৰক্ষিত হৈছে। কেতিয়াবা সিহঁতৰ আন স্বৰ-ধ্বনিলৈ ৰূপান্তৰিত হোৱাও দেখা যায়। উদাহৰণ :

-অ আঁহত ( অশ্বত্থ )

আঁতৰ ( অন্তৰ )

গাগল ( গৰ্গৰ > গগ্‌গল )

-আ- : কঁকাল ( কঙ্কাল )

কপাহ ( কৰ্পাস )

গমাৰী ( গম্ভাৰী- )

পৰিয়াল ( পৰিবাৰ > পৰিয়াৰ )

কেতিয়াবা-আ- > অ- : নিয়ৰ, নীয়ৰ ( নীহাৰ ) তু কাম নিয়াৰ

পুৰণি ( পুৰাণ ) তু কাম পুৰাণ

কোঁৱৰ ( কুমাৰ ) তু. কাম কুঁৱাৰ

-ই- : ডালিম ( ডাড়িম )
শালিকা ( শাৰিকা )
কেতিয়াবা ই->-অ- :
পিছল ( পিচ্ছিল )
বিহলঙনী ( বিহ্বলঙ্গিনী )
বলধ ( বলিবৰ্দ )
-উ- : কুকুৰা ( কুক্কুটক>কুক্কুডঅ>কুক্কুৰঅ>কুকুৰা )
শামুক ( শম্বুক )
সঁফুৰা ( সম্পুট->সম্পুড->সম্পুৰ->সঁপুৰ >সঁফুৰ- )
কেতিয়াবা -উ/-ঊ->-অ- : উৰল ( উদূখল )
আঙুঠি ( অঙ্গুষ্ঠ )
-উ->-ই- : মুনিহ ( মনুষ্য> মনিষ >মুনিষ )
এ-> -অ : কুঁৱলী ( কুহেলিকা )
চৰ ( চপেট>চপট>-চঅৰ )

(৪) সন্নিহিত স্বৰ-ধ্বনি : কেতিয়াবা কোনো শব্দত ওচৰৰ ব্যঞ্জন-ধ্বনি লোপ হোৱা কাৰণে দুটা স্বৰ ধ্বনি ওচৰ চাপি আহে তেনে ক্ষেত্ৰত দুটা ওচৰাউচৰীকৈ থকা স্বৰ-ধ্বনিৰ অসমীয়াত তিনিধৰণে পৰিবৰ্তন হোৱা দেখা যায় :

(১) কেতিয়াবা দুয়োটা স্বৰ-ধ্বনি লগলাগি একেটা দ্বি-স্বৰধ্বনিত পৰিণত হয়।

(২) কেতিয়াবা স্বৰ-ধ্বনি দুটাৰ সঙ্কোচন ঘটি এটা নতুন স্বৰ-ধ্বনিৰ সৃষ্টি হয়।

(৩ কেতিয়াবা স্বৰ-ধ্বনি দুটাৰ মাজলৈ শ্ৰুতি-ধ্বনিৰ আগম হয়।

তলত আটাইবোৰৰ উদাহৰণ দাঙি ধৰা হ'ল :

(১ ছৈ ( ছদি>ছই ), দৈ ( দধি>দহি দই ), নৈ ( নদী>নঈ>নই ), মৈ ( মদি > মই ), বৌ বধূ>বহু>বউ), চৌকা ( চতুষ্ক>চউক- ), মৌ ( মধু>মহু>মউ )

(২) কল ( কদল> কঅল ), লং ( লবঙ্গ > লঅঙ্গ ), কন্ধ ( কবন্ধ>কঅন্ধ ), কৰত ( কৰপত্ৰ > কৰঅত্ত ), আকণ ( অৰ্কপৰ্ণ > অক্কঅণ্ণ ), পোণ (প্ৰগুণ>পউণ ), সোল ( শকুল>সউল ), ধুনা-(ধূপন>ধূঅন ) ইত্যাদি।

(৩) কুঁৱলী ( কুহেলিকা>কুহলিআ>কুঅলিআ ), কুঁৱা ( কূপ- ) ধোঁৱা ( ধূম> ধূঁঅ –>– ধূঁআ>ধোঁ—আ ), চকোৱা ( চক্ৰবাক>চকৱাঅ>চকআ>চকৱা), কোৱা ( কাক>কাঅ>কা – আ>কাৱা>কৱা>কোৱা ), পিয়াহ ( পিপাসা>পিআহা> পিআহ>পিয়াহ, শিয়াল ( শৃগাল>শিআল )

(৫) স্বৰ-ধ্বনিৰ আন পৰিৱৰ্তন : অভিশ্ৰুতি, স্বৰ-সঙ্গতি, আৰু স্বৰ-সমীভৱন প্ৰক্ৰিয়াৰ দ্বাৰাও প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ শব্দৰ স্বৰ-ধ্বনিৰ অসমীয়ালৈ পৰিৱৰ্তন ঘটিছে। তলত প্ৰত্যেকৰে উদাহৰণ দাঙি ধৰা হ'ল :

(ক) অভিশ্ৰুতি : ম'হ ( মহিষ>মইহ>ম'হ ) তু কাম মুইহ ( মহিষ>মইষ> মুইস>মুইহ ), তু গোৱা মইষ>মইশ>মৈল।
ৰ'দ ( ৰৌদ্ৰ>ৰউদ্দ )
গ'ৰা ( গৌৰ-গউৰ— )
ম'ল ( মুকুল>মউল )
চ'ক ( চতুষ্ক>চউক )
দোৱাৰি ( কপাট->কআৰ— )
দেৱালী ( দীপালিকা )
নেজ ( লঙ্গ>লেঙ্গ>লেজ ) তু কাম লজ
ঠেঙ্গ ( টঙ্গ )
পেঙা ( পঙ্ক )

(খ) স্বৰ সঙ্গতি : পুঠী ( প্ৰোষ্ঠী>পোটঠী>পোঠী )
কুঁঠি ( কোষ )
গুই ( গোধিকা )
পুণী ( পৰ্ণিকা )
ধেনু ( ধনু )
নউল ( নকুল )
লেজু ( ৰজ্জু )

(গ) স্বৰ-সমীভৱন : বিৰিণা ( বিৰণ )
বিৰিঙ ( বিভঙ্গ )
কুকৰা ( কুবৰ- )
মুকলী ( মুৰলী )
মেখেলা ( মেখলা )

(৬) ঋ-ধ্বনিৰপৰিৱৰ্তন : প্ৰাচীন ভাৰতীয় আৰ্য-ভাষাৰ ঋ-ধ্বনিৰ পৰিৱৰ্তনৰ ধাৰা তলত দিয়াধৰণে পোৱা যায় :

ঋ> অ-আ : কানু কানাই ( কৃষ্ণ>কণ্হ )
নাচ ( নৃত্য>নচ্চ )
মাটি ( মৃত্তিকা>মট্টিআ )

ঋ > ই : অমিয়া ( অমৃত > অমিঅ- )
পিঠি ( পৃষ্ঠ > পিট্‌ঠ- )
শিং ( শৃঙ্গ > শিঙ্গ )
শিয়াল ( শৃগাল > শিআল )
ঋ > উ : ঋজু > উজু
বৃদ্ধ > বুঢ়া
শৃণোতি > শুনে
ঋ > এ : গৃহ্লাতি > পু অস ঘেনে
ঋ > ও : পৃচ্ছতি > পোছে
ঋ > ৰি : ঋষি > ৰিসি
ঋতু > ৰিতু
পিতৃ > পি··ৰি
মাতৃ > মাত্‌ৰি
বৃক্ষ > ব্ৰিকৃথ

৭) **ব্যঞ্জন-ধ্বনিৰ পৰিৱৰ্তন :** *লেখোঁতে* সংস্কৃতৰ বৰ্ণ-মালাৰ অনুকৰণত সংস্কৃতৰ ব্যঞ্জনধ্বনিবোৰ ব্যৱহাৰ কৰিলেও অসমীয়াত সেইবোৰৰ ধ্বনি-গুণ ৰক্ষিত হোৱা নাই। চমুকৈ ক'বলৈ হ'লে প্ৰাচীনভাৰতীয় আৰ্য ভাষাৰ ব্যঞ্জন-ধ্বনিবোৰ কিছুমান অসমীয়া মান্য-ভাষাত একধৰণে আৰু উপভাষাত আনধৰণে পৰিৱৰ্তন হোৱা দেখা যায়। উদাহৰণস্বৰূপ সংস্কৃতৰ কণ্ঠ্য ক, খ, গ, ঘ, ঙ আৰু হ ধ্বনি অসমীয়া ভাষাৰ মান্য ৰূপ আৰু উপভাষাৰ ৰূপ সকলোতে একেধৰণে উচ্চাৰিত হৈছে। সংস্কৃতৰ তালব্য ধ্বনি চ, ছ, জ ঝ, ঞ, য, শ ধ্বনিৰ চ, ছ, জ, ঝ, শ ধ্বনি মান্য ভাষা আৰু কামৰূপী উপভাষাত নাইকিয়া হৈছে, কিন্তু গোৱালপৰীয়া 'দেশী-ভাষাত সেইবোৰৰ উচ্চাৰণ তালব্যৰূপ ৰক্ষিত হৈছে। সংস্কৃতৰ তালব্য চ, ছ, জ, ঝ ধ্বনিৰ মান্যভাষা আৰু কামৰূপী উপভাষাত দন্তমূলীয় চ, জ আৰু 'ঝ'ত পৰিণত হৈছে। 'দেশী-ভাষাতো 'ঞ' আৰু 'য'ৰ মান্য ভাষা আৰু কামৰূপী উপভাষাৰ নিচিনাই পৰিৱৰ্তন ঘটিছে। ( যন্ত্ৰ > জতৰ, যদি > জদি, পুঞ্জি > পুন্‌জি, পুজি। সংস্কৃতৰ মূৰ্ধন্য ট, ঠ, ড, ঢ ধ্বনিৰ মান্য অসমীয়া আৰু কামৰূপী উপভাষাত দন্তমূলীয় ধ্বনি-ৰূপে উচ্চাৰিত হয়, কিন্তু 'দেশী-ভাষা'ত সিহঁতৰ মূৰ্ধন্য উচ্চাৰণ ৰক্ষিত হৈছে। 'ণ'ৰ ব্যৱহাৰ ইয়াতো অৱশ্যে নাই। অসমীয়া মান্যভাষা আৰু উপভাষাত ণ > দন্তমূলীয় ন। 'দেশী-ভাষা'ত 'ৱ'ৰ ব্যৱহাৰ মান্য অসমীয়া আৰু কামৰূপী-ভাষাৰে সৈতে একে। ইয়াতো 'ৱ'ৰ ব্যৱহাৰ নোহোৱা হৈছে। কোনো কোনো

ক্ষেত্ৰত ষ>শ, যেনে, ষণ্ড>শাড়, বৃষ>ব্ৰিশ। সংস্কৃতৰ দন্ত্য ত, থ, দ, ধ, ন, ল, স 'দেশী-ভাষা'ত দন্তমূলীয়ৰূপে দেখা দিছে। মাত্ৰ ভাষা আৰু কামৰূপী উপভাষাতো সংস্কৃতৰ ত, থ, দ, ধ, ন, ল ধ্বনি দন্তমূলীয় আৰু 'স' ধ্বনি>কণ্ঠ্য 'স'। সংস্কৃতৰ ওষ্ঠ্য প, ফ, ব, ভ, ম ধ্বনিৰ অসমীয়াত একো পৰিবৰ্তন হোৱা নাই। সংস্কৃতৰ ওষ্ঠ্য 'ব'ৰ অসমীয়া মাতভাষা আৰু উপভাষাত 'ব' আৰু 'উ'ৰূপে উচ্চাৰিত হোৱা দেখা গৈছে, যেনে, দেৱ>দেব, দেউ, বেদ>বেদ, বেত্ৰ>বেত।*

# পৰিশিষ্ট : দুই

## অসমীয়া শব্দৰ ঐতিহাসিক বিকাশ

আঠ : সং অষ্ট>অট্‌ঠ>আঠ

আঁঠু : বড়ো হানুথু (হাঠু)>আঠু (শ. দশম)>আঠু, আঁঠু

আইৈ : সং আত্ম-আত্ত>আত-ঐ>আতৈ

আমৈ : সং অম্বা>অম্মা>আম-ঐ>আমৈ

আপোন : সং আত্মন>প্ৰা অপ্পণ>আপন (মা ক)>আপুন (কাম > আপোন (মা অস)

আহি : সং আদৰ্শ>আঅহ>আই-ই>আহি

আৰু : সং অপৰ>অৱৰ>আৱৰ (মা ক)>আৰ, আৰো (হৰিদেৱ)> আৰ্‌ (কাম), আৰ্‌+উ>আৰু

আটাহ : সং অট্টহাস>আটাস (মা ক)>আটাহ (কাম)

উকলি : উলা উলি (মনকৰ)>উলউলি>উৰ্‌উলি>উকলি

উনৈশ : সং. উনবিংশতি>উনবীসই>*উনইসই>উনৈস>উনৈশ

: " " >উন্নীস>উন্নিহ (কাম)

এণ্ডাৰ : সং অন্ধাৰ>আন্ধাৰ (মা ক)>আণ্ডাৰ (কাম)>এণ্ডাৰ

এন্ধাৰ : সং অন্ধকাৰ>আন্ধাৰ (মা ক)>আন্ধাৰ (কাম)>এন্ধাৰ

এক : সং এক>এক্ক>এক

ওঠৰ : সং অষ্টাদশ>অট্‌ঠাৰহ>অঠাৰ (মনকৰ)>*অঠৰ>অঠ্‌ৰ (কাম), ওঠৰ (মা অস)

---

* আকৌ দ্ৰষ্টব্য : লেখকৰ (১) অসমীয়া ভাষাৰ ব্যাকৰণ : বিশিষ্ট ধ্বনি আৰু আখৰ

(২) অসমীয়া ভাষাৰ ৰূপ-কথা : পৰিশিষ্ট ১

ওঁঠ : সং ওষ্ঠ>প্রা ওট্‌ঠ>ওণ্ঠ>ওঁঠ

কণা : সং. কাণ>কাণ্-আ>কাণা ( কাম. )>কণা

কাটা : সং কণ্টক>কণ্টা ( মনকৰ ) কটা, কাটা ( কাম )

কুৰি : সং কুহেলিকা>*কুহৰিকা>*কুহৰিকা>কুহৰি ( দুৰ্গাবৰ )>কুৰি ( কাম )

কুঁহি : সং কোশ-ই>কোশি>কুশি ( গোৱা )>*কুনৃসি>কুঁহি

কাপোৰ : সং কৰ্পট>কপ্পড়>কাপৰ ( শ দশম )>কাপোৰ

কঁঠাল : সং কণ্টকফল>কণ্টাফল ( ভা ফলি )>কণ্ঠাল (মা ক.)>কঁঠাল, কঠাল

কাঁহ : সং কাংস্য>কাংশ ( মা ক )>কাংহ>কাঁহ

ক'ৰ : কহিৰ ( মা ক )>*কইৰ>কৈৰ, ক'ৰ

কুঁৱলী : সং কুহেলিকা>*কুহলিকা,>কুহলী ( গু চৰিত )>কুঅলী>কুঁৱলী

কাউৰী : সং কাক>কাঅ>কা ৰূপ>কঅ>ক>ক>উৰ>কাউৰ ( কাম ),
কাউৰ ঈ>কাউৰী

কেঁকোৰা : সং কৰ্কট>*কক্কড় >*কঙ্কড়>কঁকৰ, কেঁকৰ-আ>কেঁকৰা কেঁকোৰা

কুঁজ : সং কুব্জ>*কুৰ্জ্জ>*কুঞ্জ>কুঁজ

গোঁৱাৰ : গাঁও আৰ>*গউঁআৰ>*গোউঁআৰ>গোঁৱাৰ। তু গঞাৰ 'মূৰ্খ'
( দুৰ্গাবৰ )

গছ : সং গচ্ছ>গাছ ( মা. ক )>গাছ ( প অস ), ( মা অস )

গোঁফ : সং গুম্ফ>গোম্ফ ( শ দশম ), গোফ, গোঁফ

গভুৰা : সং গৰ্ভ>গবভ>গভ্-ৰূপ>গভ্-উৰ>গভুৰ-আ>গভুৰা

গৰু : সং গো ৰূপ>গো-ৰু>গৰু

গাভৰু : সং গৰ্ভ>গব্ভ>গাভ-ৰূপ>গাভ-ৰু> গাভৰু

গাঁত : সং গৰ্ত>গত্ত>*গন্ত>গাঁত

গাতা : সং গৰ্ত>গত্ত>গাত্-আ>গাতা ( কাম )

গাৰা : সং গৰ্ত>গত্ত>গট্ট>গাট>গাড় আ>গাৰ্-আ>গাৰা ( কাম. )

গৰা : সং গৰ্ত>গত্ত>গট্ট>গড্ড>গড়>গৰ্-আ>গৰা তু ( গৰাখহনীয়া )

ঘোঁৰা : সং ঘোটক>ঘোৰা ( ঘো নিদান )>ঘোঁৰা ( মা. অস. )

সং ঘোটক>*ঘোট্টক>*ঘোণ্টক>ঘোঁৰা

চকৰি : সং. চক্র>চকৰ ই>চকৰি ( ৰথৰ ), চক্ৰি ( কাম. ) 'পখিলা, চকৰি'

চকল/চকলা : সং চক্র>চকৰ>চকল , চকল্ আ. চকলা

চকু : সং চক্ষু>প্রা. চক্‌খু>কৃ কী. চখু , কাম. চখু>চকু ( মা অস )

চ'ত . সং চৈত্ৰ>*চইত্ত>কৃ কী চৈত্ত মা ক চৈত , কাম চৈত, মা. অস চ'ত

চাক : সং চক্ৰ>প্ৰা চক্ক>চাক ( মৌ-চাক ) , চাক্-আ>চাকা ( কাম )>চকা ( মা অস )

চাইধাগে : চাকিশলাই>( ক হ কা )>চাকিখলাই>চাকিখালই>চাইখালই> চাইখাগে ( কাম ) 'কাণত পিন্ধা অলঙ্কাৰ-বিশেষ'

চিলান : সং স্নান>*সনান> চিনান ( গুৰ্গাবৰ ), ছিলান ( মনকৰ )>চিলান ( কাম )

চৰ : সং চপেট>*চপট>চৱৰ ( মা ক )>চৰ

চুলি : সং চূড়া>চুড়া>চুড়>চুৰ>( হি চুল ) , চুল ই>চুলি

চাবি : সং, চত্বাৰি>*চত্তাৰি>*চআৰি>চাৰি

চৈধ্য : সং চতুৰ্দশ>চউদ্দহ>*চইদ্দহ>চৈধ>চৈধ্য

জীয়াৰী, জীয়ৰী : সং দুহিতা> প্ৰা ধীতা>ঝীয়া>ঝী>জী-আৰী<আকাৰ-ইকা

ঠেঁট : সং ত্ৰোটি >*ঠোঁঠি>ঠোঁঠ ( মা ক ), ঠোঁঠ ( মনকৰ ), ঠোঁঠ ( কাম ), ঠোঁণ্ঠ ( শ দশম )>ঠেঁঠ<ঠাঁট

তামোল : সং তাম্বুল তাম্বুল ( মনকৰ ) তামুল ( কাম )>তামোল

তুমবোল : তুম্বুলবোল ( মা ক )> তুম্বোল>তুমবোল হাহাকাৰ-ধ্বনি

তেঁতেলী : চৰ্যা তেন্তলি কৃ কী তেন্তলি, মা ক তেন্তেলি>তেঁতেলি ( তেঁতেলী )

তাৰৈ : সং তাত>তাঅ> তা ঐ>তাৰৈ

তিনি : সং ত্ৰীণি>*তিণি>তিনি

তেৰ : সং ত্ৰয়োদশ>*তেৰস>তেৰহ>তেৰ

দাঁত : সং. দন্ত>দান্ত ( মা ক ), দান্ত ( ক হ কা ) দাত, দাঁত

দাপোণ : সং দৰ্পণ> দপ্পণ>চৰ্যা দাপণ>দাপোণ ; দাপণ-ই>দাপ্‌ণি (কাম)

ধঁতুৰা : সং ধুস্তুৰ>ধন্‌থুৰ, ধন্‌থুৰা ( মনকৰ )>ধঁথুৰা>ধঁতুৰা ; ধোউথ্‌ৰা (কাম)

নাঙঠ : সং নগ্ন>নগ্‌গ>*নঙ্গ>নাঙ ঠ<অৱস্থা

নাঙল : সং লাঙ্গল>কাম লাঙাল, নাঙাল>নাঙল

নাচোন : সং নৃত্য>নচ্চ>নাচ, নাচ-অন>নাচন ( মনকৰ )>নাচান ( কাম ), নাচোন ( মা. অস )

নেজ : সং লঞ্জ>লেঞ্জ ( মা ক )>লেজ ( কাম )>নেজ

ন : সং নৱ - গুণ>নঅ>ন

সং নৱ>নউ>নউ ( কাম )

পাঁচালি : পাশাসাৰি ( মনকৰ ) *পাসাসাৰি, *পাসাৰি>*পাচাৰি>পাচালি, পাঁচালি

পাঁচ : সং পঞ্চ>পাঞ্চ ( মা ক ), পাঞ্চ ( মনকৰ )>পাচ, পাঁচ

পথান : পদস্থান>পয়থান ( দুৰ্গাবৰ )>পথান ( ভৰি-পথান )

ফৰ্মুটি : ফৰবট ( মা ক ) ফৰপত্ত ( ক হ. কা. ), ফৰবট ( কাম )>*ফৰমট, *ফৰমুট—ই>ফৰমুটি

ফেঁচা : সং পেচক>*পেচ্চক>পেঞ্চক>ফেঁচা

বোপা, বোপাই : সং বপ্র>প্রা. বপ্প>চৰ্যা বাপ, পু অস বাপ, বাপ-আ> বাপা, ( চৰ্যা, কাম )>বোপা, বোপা-ই

বেঁকা : সং বক্র>প্রা বক্ক>বেক্ক ( ভা ফলি )>বেক্-আ>বেকা ( কাম )> বেঁকা ( মা অস )

: সং বক্র>চৰ্যা বঙ্ক>বেঙ্কা ( মা ক ), বেঙ্কা ( ঘো নিদান )>বেঁকা

বাতৰি : সং বাৰ্ত্তা>বাত্রা ( মা ক ), বাত্রা ( কাম )>*বাত্তৰা>বত্তৰা ( কথা-বত্তৰা ), *বাতৰা>বাত্তৰ-ই>বাতৰি

বাঁহ : সং বংশ>বাঁস ( ক হ কা. )>বাঁস্>বাঁহ

বিয়া : সং বিবাহ>*বিআহ>বিহা ( মনকৰ )>বিআ ( বিয়া )

বাহৰ : বাসঘৰ>বাসাহৰ, বাসহৰ মনকৰ )>*বাহহৰ>বাহৰ

বৌ : সং বধূ>বহু ( দুৰ্গাবৰ )>বউ>বৌ

ব'ঠা : সং বহিষ্ঠক>বহিঠা ( দুৰ্গাবৰ ), বৈঠা ( কাম ), ব'ঠা ( মা অস. )

বাৰা, বৰা : সং বৰাহ>বাৰাহ ( শ দশম )>বাৰা বৰা ( কাম )

বৈনে : বহিনাই ( শ দশম )>বইনাই>বৈনাই>বৈনে 'ভনীজোঁৱাই'

বোধৰূপ : বৌদ্ধৰূপ (মনকৰ)>বোধৰূপ (কাম ) 'নমতা নোবোলাকৈ থকা অৱস্থা'

বোৱাৰী : সং বধূ>বহু>বউ>বৌ>বো-আৰী>আকাৰ-ইকা

বগলী : সং. বক>বগ-ল ঈ>বগলী

বাছুৰ : সং বৎস>বচ্ছ>বাছ -ৰূপ>ৰূঅ>ৰূ>ৰ>উৰ>বাছুৰ

বন্তি : সং বৰ্ত্তিকা>বত্তিআ>*বন্তিআ>বন্তি

বৰঙণি : সং বৰ্গ>বৰগ্‌গ>*বৰঙ্গ>বৰঙ্-অনি>বৰঙণি

বেহাৰ/বেহৰ: সং বেশৱাৰ>বেশৰ ( গোৱা )>বেসৰ>বেহৰ,বেহাৰ

ভোক : সং বুভুক্ষা>প্রা. ভুক্‌খ>ভোক্খ ভুখ, কাম. ভুখ/ভখ, ভোখ ( কৃ. কী ), ভোখ ( মনকৰ ), ভোখ ( মঙ্গলদৈ )>ভোক ( মা অস )

ভোমোৰা : সং. ভ্রমৰক>ভ্রমৰা ( মনকৰ )>ভমৰা>ভমৃৰা ( কাম ), ভোমোৰা ( মা. অস. )

ম'ৰা : সং ময়ূৰ>*মইৰ, মইৰ্-আ>মৈৰা ( মা ক ), মৈৰা ( ক. হ. কা ), মৈৰা ( কাম. ), ম'ৰা, ( মা. অস )

মুহুদি : মুখ-শুদ্ধি > মুখসুধি ( শ দশম ) > মুহহুধি > মুহুহুদি > মুহুদি

মিছা : সং মিথ্যা > প্ৰা. মিচ্ছা > মিচ্ছা ( মনকৰ ) > মিচা ( মিছা )

মানুহ : সং মনুষ্য > মানুষ ( মা ক ) > মানুশ ( গোৱা. ) > মানুস > মানুহ

মুনিহ : সং মনুষ্য > মুনিষ ( মা ক ) > মুনিহ

মাদে : সং মহাদেৱী > মহাদই ( মা ক ) > মাদই > মাদে ( কাম )

মাদৈ : সং. মহাদেৱী > মহাদই > মাহাদৈ ( বুৰঞ্জী > মাদৈ

মহঙা : সং মহাৰ্ঘ > মহগ্‌ঘ > *মহঙ্‌ঘ > মহঙ্‌-আ > মহঙা

যঁজা : সং যমজ > যৱজা ( মা ক ) > যজা, যঁজা

যুঁজাক : সং যুদ্ধাৰ ( মা ক ) > যুজাৰ -উ > যুজাক, যুঁজাক

ৰজা : সং ৰাজা > পু অস ৰাজা > কাম ৰাজা > ৰজা

লগ : সং লগ্ন > প্ৰা লগ্‌গ > লাগ, লগ

লোম : সং লোমন্‌ > লোম ( মা ক ) > লোম্‌ > লুম ( কাম.), নোম (মা. অস )

ল'ৰা : হি লৌডা, বু লোৰা > লোৰা > ল'ৰা

শুঙ : সং শৃঙ্গ > শুঙ্গ > শুঙ ( ক হ কা ) > শুঙ ( ধানৰ )

শিতান : শিৰস্থান > শিথান (মা ক ), শিথান (দুৰ্গাবৰ), শিথান (কাম ) > শিতান

সোপা : সং সৰ্ব > সব্ব > সপ্প চপ্‌-আ > চপা, ছপা (কাম )

,, ,, ,, > সপ্‌-আ, সপা (কাম ) > সোপা মা অস )

সেকা, শেকা : সং শিক্ষা > সিক্‌খা > সিক্‌কা > সেক (মা. ক ), সেক (ক হ কা ) > সেকা, শেকা (কাম.)

সঁচা : সং সত্য > সচ্চ (প্ৰা ) > *সঞ্চ > সঞ্চা (শ দশম), সোঞ্চা (মনকৰ),সচা, সঁচা

সঁফুৰা : সং সম্পুট > সম্ফুৰ > সম্ফুৰা (মনকৰ) > সফুৰা, সঁফুৰা

সোঁত : সং স্ৰোত > সোন্ত (ভা. ফলি), সোন্ত ( দুৰ্গাবৰ) > সোন্ত, সোঁত

সপোন : সং স্বপ্ন > স্বপন ( দুৰ্গাবৰ ) > সপন, সপান (কাম ) সপোন

সাহ : সং সাহস > *সাহহ > সাহা ( মা ক ) > সাহ

সৈতে : বু সহিতে > সইতে > সৈতে

সুঁতি : সং স্ৰোতে > সান্ত (ভা ফলি) > *সোন্তি > সুন্তি (কথা গু চৰিত) > সুঁতি

সাত : সং সপ্ত > সত্ত > সাত

সোতৰ : সং সপ্তদশ > সত্তৰহ > *সত্তৰ > সত্‌ৰ (কাম ), সোতৰ (মা অস. )

হাতী : সং. হস্তী > হস্তী (ভা ফলি), হথী (প্ৰা.), হাথী (কৃ. কী), হাথী ( ক হ কা ), হাথী (কাম ) হাতী (মা অস.)

হুমুনিয়াহ : হুমনিশ্বাস (মা ক ), হুমনিশ্বাস (শ. দশম), *হুমনিআহ > হুমুনিয়াহ

হাড়ি : সং ভাণ্ড > *হাণ্ড-ই > হাণ্ডি (মা ক ), হাড়ি

হেতি : *সহিতি > সইতি > সেতি > হেতি (কাম )

পৰিশিষ্ট ঃ তিনি

# হৰিদেৱৰ গদ্য-ৰচনা

১ হৰিদেৱে ১৪৫৩ খৃঃত অসমৰ আদি-সত্ৰ বহৰি-সত্ৰ স্থাপন কৰে। তাৰ পিছত ১৪৫৬ খৃঃত মানেৰী-সত্ৰ স্থাপন কৰি তাত বসতিকৰা কালছোৰাত 'ভক্তিৰস-তৰঙ্গিণী'কে আদি কৰি কেইবাখনো গ্ৰন্থ ৰচনা কৰে ( 'ভক্তিৰস-তৰঙ্গিণী'ৰ পাতনি, পৃষ্ঠা, ৯ )। 'ভক্তিৰস তৰঙ্গিণী' নামৰ গ্ৰন্থখনত 'ভাগৱত পুৰাণ', 'গৌতমীয় তন্ত্ৰ', 'হৰিভক্তি-বিলাস' আদি গ্ৰন্থৰ পৰা বিষ্ণুৰ মাহাত্ম্যৰ বৰ্ণনা থকা আখ্যান-উপাখ্যান তথা হৰি-পূজা সম্পৰ্কে আলোচনা আছে। সংস্কৃত ভাষাৰ পৰা সংগৃহীত আৰু লেখকৰ স্বৰচিত শ্লোকবোৰৰ উপৰিও গ্ৰন্থখনত সকলো শ্লোকৰ অসমীয়া গদ্যত অনুবাদ দিয়া হৈছে। গ্ৰন্থখনত মুঠ ১০৯৭ টা শ্লোক আছে আৰু তেৰটা স্তবক বা অধ্যায় বিভাগ আছে। পুথিখনৰ আধা সংস্কৃত শ্লোকত লেখা আৰু আধা অসমীয়া গদ্যত ৰচনা কৰা। ভক্তসকলে সহজে বুজিব পৰাকৈ গ্ৰন্থখন ৰচনা কৰা হৈছে: ' লিখাতে চাভিষত্বেন শ্ৰীহৰিদেব শৰ্মণা। ভক্তানাং সুখবোধায় ভক্তিৰস-তৰঙ্গিণী।" হৰিদেৱৰ নিজৰ ভাষাতে গ্ৰন্থখনৰ বিষয়-বস্তুৰ সুন্দৰ আভাস এটা পোৱা যায়: "যি নিত্য ভাগৱত শাস্ত্ৰৰ অনুশীলন কৰন্ত তাহাৰ কোটি জন্মাৰ্জিত পাপ ধ্বংস হোৱন্ত। সৰ্ব বেদ আৰ উপনিষৎ সাৰ শ্ৰীমদ্ভাগৱত। নৰলোকে চিত্তশুদ্ধি বিধায়ক ভাগৱত সম পবিত্ৰ অন্য শাস্ত্ৰ আমি দেখা নাই। " শ্ৰীমদ্ভাগৱত যদ্যপি সৰ্বকামদ, তথাপি এই ভক্তিদ শাস্ত্ৰ নিষ্কাম হুইয়া শ্ৰৱণ কৰিবাক লাগি। ভক্তি আচৰণত অসমৰ্থ জনে ভয়বিনাশন ভগৱানৰ চৰণ-পদ্মক শৰণাগতভাৱে আশ্ৰয় লইলেও্ৰো মুক্ত হৈব পাৰিবেক। যেহি যেহি স্থানে বৈষ্ণৱী কথা হওে, ভগবান সেহি সেহি স্থানে সন্নিহিত থাকন্ত। এই কৰ্মভূমি ( ভাৰতবৰ্ষ ) পায়া যিজনে ধৰ্ম কৰ্ম কৰন্ত সেহিজন তিনিলোকে শ্ৰেষ্ঠ। বৈষ্ণৱগণ দেৱতাস্বৰূপ বুলি জানিবা। তুমাক, আমাক, আৰো মহেশ্বৰক যাৰা সমান দেখে তাহা বৈষ্ণৱ। যিসব বেদ বিদ্যানুৰক্ত, সৰ্বদা বিপ্ৰভক্ত আৰো পৰদাৰা বিমুখ সিসব বৈষ্ণৱ। হে হৰে, তুমাত আমাৰ যেন জন্মে জন্মে দৃঢ় ভক্তি থাকে, আমাৰ আৰ অন্যবৰে প্ৰয়োজন নাই। পুকশ, শ্বপচ, বা অন্য ম্লেচ্ছাদি নীচ জাতিসবো যদি হৰিপাদসেৱক হোৱন্ত' তেবে তাৰাসবো বন্দনীয়।"

১১ গ্ৰন্থখনত সন্নিৱিষ্ট সংস্কৃতত ৰচনা কৰা শ্লোকবোৰ অতি সুৰলা আৰু সকলোৱে

বুজি পোৱা ধৰণৰ। তদুপৰি সেইবোৰৰ শব্দত দিয়া অনুবাদ মূলেৰে সৈতে হুবহু ৰূপে খাপ খোৱা। তলৰ উদাহৰণে কথাখিনি স্পষ্ট কৰি তুলিব:

(ক) "বিমলং সর্বদা যেষাং হিংসাধর্ম্মবিবর্জিতম।
সমঃ সর্বেষু ভূতেষু তে এৱ বৈষ্ণৱা জনাঃ॥
কামক্রোধবিহীনা যে হিংসাদম্ভবিবর্জিতাঃ।
লোভমোহবিহীনাশ্চ জ্ঞেয়াস্তেবৈষ্ণৱা জনাঃ" ॥

(যাহাৰ মন সর্বদা বিমল, হিংসা আৰো অধর্ম যাক নাই, সর্ব প্রাণীতে যাৰা সমভাৱ তাৰাই বৈষ্ণৱ। যাহাক কাম, ক্রোধ, হিংসা, দম্ভ, লোভ, মোহ, নাই সিসৱ বৈষ্ণৱ)।

(খ) "নমস্তে বহ্নিনেত্রায় নমস্তে পদ্মচক্ষুষে।
নমস্তে চন্দ্রনেত্রায় সূর্য্যনেত্রায় বৈ নমঃ॥
নমস্তে ভস্মভূষায় নমস্তে কৃত্তিবাসসে।
নমোঽস্থিমালিনে তুভ্যং নীলকণ্ঠায় তে নমঃ॥
নমস্তে পঞ্চবক্ত্রায় নমস্তে শূলপাণয়ে।
জটাধৰায় বৈ তুভ্যং নাগযজ্ঞোপবীতিনে॥
কন্দর্পদর্পবিধ্বংস কাৰিণে ভীমমূর্তয়ে।
নমস্তে দেৱদেৱায় নমস্তে ত্রিপুৰাৰয়ে॥"

(তুমি পদ্মনেত্র, পাৱকনেত্র, চন্দ্রনেত্র আৰ সূর্য্যনেত্র। তুমাক বাৰম্বাৰ নমস্কাৰ। তুমি ভস্মভূষণ, কৃত্তিবসন অস্থিমালী, নীলকণ্ঠ, পঞ্চবক্ত্র, শূলপাণি, জটাধৰ, নাগযজ্ঞেপবীতী, কন্দর্পদর্পবিধ্বংসী, ভীমমূর্ত্তি, দেৱদেৱ, ত্রিপুৰাৰি তুমাৰ প্রত্যেক মূর্ত্তিক নমস্কাৰ)।

২. ভক্তিবিষয়ক গ্রন্থতকৈও 'ভক্তিৰস-তৰঙ্গিণী'খন অসমীয়া গদ্য-সাহিত্যৰ পিনৰ পৰা বেছী মূল্যৱান। হৰিদেৱৰ গদ্যৰ গঠনপদ্ধতিসম্পৰ্কীয় আলোচনা এটি তলত দিয়া হ'ল। প্রথমতে বহুবচনাত্মক প্রত্যয়হিচাপে এনে ধৰণৰ প্রত্যয়বোৰ পোৱা যায়:

(ক) সকল: লোকসকল, এহিসকল, ললনাসকল, দোষসকল।
(খ) গণ: সাধুগণ, দেৱগণ, মুনিগণ, বাণপ্রস্থগণ।
(গ) সব: লোকসব, ইসব, তোমাসব।
(ঘ) সমূহ: বেৱাৰুতনসমূহ।
(ঙ) আহা/আহাত: তা-আহা>তাহা, তাহা (ক), তা-তাহাত>তাহাত (ক)।
(চ) বা: যাবা, তাবা।
(ছ) বৃন্দ: ঋষিবৃন্দ

২.১ কেতিয়াবা দুটা বহুবচনাত্মক প্ৰত্যয় যোগ দিয়াও দেখা যায় : যেনে, তাৰাসবে।

৩ দ্বি-বচন বুজাবলৈ এনে প্ৰয়োগবোৰ কৰা হৈছে : পুত্ৰদুহাতো, বৃদ্ধ দুইজন দুহাতৰ মুখ কৰ্ণ, তনয়দ্বয়, ভুজদ্বয়, মহাসুৰদ্বয়, 'ভক্তিৰস-তৰঙ্গিণী'ত নিৰ্দিষ্টতাবাচক প্ৰত্যয় জন আৰু টোৰ ব্যৱহাৰ পোৱা গৈছে, যেনে চাৰিজন (ক), গৃহস্থাশ্ৰমীজন, দ্বিতোজন, সেহিজন, বৈষ্ণৱজন, বুধজন, কুনটো (শুভ-মুহূৰ্ত্ত)।

৪. শব্দ বিভক্তিৰ ক্ষেত্ৰত হৰিদেৱে প্ৰধানকৈ এইকেইটা শব্দ-বিভক্তি ব্যৱহাৰ কৰিছে :

প্ৰথমা :—এ : ঋষিসবে, শৌনকে

দ্বিতীয়া :—ক : তাহাক, ভৰ্গবানোক।

তৃতীয়া : দ্বাৰা, দ্বাৰায় : কলিদ্বাৰা, কৰস্পৰ্শদ্বাৰা, মায়াদ্বাৰা, জলৰাশি দ্বাৰায়ে।

ষষ্ঠী –ৰ : নাৰদৰ

সপ্তমী :—ত : কলিত

৪.১ প্ৰথমা—এ বিভক্তিৰ কেতিয়াবা প্ৰয়োগ হয় আৰু কেতিয়াবা নহয় : যেনে, শৌনকে কহে, সূত কহে শ্ৰীকৃষ্ণ কহিছে। প্ৰথমা—এ বিভক্তিয়ে তৃতীয়া, চতুৰ্থী, পঞ্চমী, আৰু সপ্তমীৰ কামো কৰে : কৃষ্ণ নামে বিমুক্ত হৈবাক পাৰি, বৃন্দবনে (আসি) সূত মুখে, মহীমণ্ডলে, কলিকালে। পঞ্চমী বিভক্তিৰ প্ৰয়োগ দেখা নাযায়, হন্তে পৰ-সৰ্গৰ দ্বাৰা অপাদানৰ অৰ্থ প্ৰকাশ কৰা হয়, যেনে, দূৰ হন্তে, যেহি দিন হন্তে। দ্বিতীয়া বিভক্তিৰ দ্বাৰা চতুৰ্থীৰ কামো কৰা হয়, যেনে, বদৰীবনক আসিলো। কেতিয়াবা ইয়ে ষষ্ঠী বিভক্তিৰ কামো কৰে, যেনে যজ্ঞক প্ৰতি (যজ্ঞৰ প্ৰতি)। দ্বিতীয়া বিভক্তিৰ পাছত পৰ-সৰ্গ লাগি ব্যৱহাৰ কৰি অভিমুখ অৰ্থ প্ৰকাশ কৰাও পোৱা যায়, যেনে, হৰি ক্ষেত্ৰক লাগি।

৫ 'ভক্তিৰস-তৰঙ্গিণী'ত পোৱা সৰ্বনাম-শব্দবোৰ এনে ধৰণৰ :

আমি (নম্ৰ অৰ্থত মই), আমি পৰ্যটন কৰি আহিছু।

আমাৰ : আমাৰ (মোৰ) ভাগ্যে।

আমাসব : আমাসবক বিনাশ কৰ।

ইসব : ইসব আমাৰ সেৱা হেতু আসি আছে।

ইহাৰ : গোপিকাগণ ইহাৰ প্ৰমাণ।

এই : এই ভাৰতবৰ্ষে, এই কৰ্মভূমি।

এহি : এহিসকল পুণ্যতীৰ্থ, এহি কথা।

কাহাক : কাহাক বৈষ্ণৱ কহে।

কি : তাৰ লক্ষণ কি।

কুন : কুন ঠাইতো নাপাইলো।

কুনি : তুমি কুনি।

তুমি : তুমি বৰ্ণনা কৰ। তুমি ধন্য।

তুমাৰ : তুমাৰ স্থায় মনুষ্য।

তোমাৰ : তোমাৰ অসাধ্য নাই।

তোমাসব : তোমাসব যোগীশ্ৰেষ্ঠ।

তোম্রাসবে : তোম্রাসবে মোৰ দৃষ্টিপথে উপস্থিত হই আছে।

তাক : তাক অবগত হৈবাক পাৰো।

তাৰ : তাৰ লক্ষণ কি ?

তাৰা : তাৰা বৈষ্ণৱ।

তাহা : তাহা বৈষ্ণৱ।

তাহাক : তাহাক প্ৰবোধ সাধনে প্ৰবৃত্ত হৈলু।

তাহাস্তোক : তাহাস্তোক সেহি স্থানে বাধি।

তুহু : তুহু প্ৰসন্ন হোক।

তুৱা : তুৱা বাভিবেকে।

নিজা নিজা : নিজা নিজা অংশে।

মোৰ : মোৰ সম্মুখে উপস্থিত।

মঞি : মঞি জ্ঞানযজ্ঞ কৰিবু।

যাৰা : যাৰা অমৎসৰ।

যাহাৰ : যাহাৰ গৃহে।

যি : যি দিনে, যি দেশে।

যেহি : যেহিজনে।

সেহি : সেহি কথা, সেহি দেশ।

৬ 'ভক্তিৰস তৰঙ্গিণী'ত পোৱা ক্ৰিয়াৰূপবোৰক এনেধৰণে দেখুৱাব পাৰি :

(ক) বৰ্ত্তমান-কাল : কৰে : নৰ হৰিপদ প্ৰাপ্ত কৰে।

কহে : কাহাক বৈষ্ণৱ কহে।

কৰয় : ৰোদন কৰয়।

কৰু : আমি বন্দনা কৰু।

কঞ্ৰ : তাক কঞ্ৰ শুনা।

জন্মে : নামমাত্র শ্রবণে গাঢ় ভক্তি জন্মে।

থাকন্ত : ভগবান সেহি স্থানে সন্নিহিত থাকন্ত।

হঞে : সেহি স্থানে বৈষ্ণৱী কথা হঞে।

হাসে : ক্ষণে ক্ষণে হাসে।

হোৱন্ত : পাপ ধ্বংস হোৱন্ত।

( অনুজ্ঞা ) : কৰ : তুমি বৰ্ণনা কৰ।

কৰা : তুমি শ্ৰবণ কৰা।

কহিঞো : চিন্তাৰ কাৰণ কহিঞো।

শুনা : তাক কঞ্‌ শুনা।

(খ) ভূত-কাল : আছিলু : কৰ্ণাটে বৃদ্ধি প্ৰাপ্ত হুই আছিলু।

কহিল : পাৰ্বতী কহিল।

কৰিলন্ত : এই কথা জিজ্ঞাসা কৰিলন্ত

কৰিলা : ব্ৰহ্মাৰ নিকট শ্ৰৱণ কৰিলা।

গৈলো : পাছে গুৰ্জৰে গৈলো।

দেখিলু : সেই স্থানে বৃন্দাবন দেখিলু।

(গ) ভবিষ্যত-কাল : কৰিবা : তাক কৃপা কৰি কৰিবা।

কৰিবো : তোমাক প্ৰখ্যাত কৰিবো।

কৰিবু : অধুনা বৰ্ণনা কৰিবু।

কৰিম : পুনঃ কৃত যুগৰ সৃষ্টি কৰিম।[১]

[ বো > বু > *মু > ম ]

পাৰিবেক : মুক্ত হৈব পাৰিবেক

(ঘ) সংযুক্ত ক্ৰিয়া-ৰূপ : দৰ্শন কৰি, গমন কৰিলু, শ্ৰৱণ কৰিলা, ভ্ৰমণ কৰিলা, আৰম্ভ কৰিলা, নিৰ্মাণ কৰিব।

(ঙ) নাম ধাতুৰ পৰা হোৱা ক্ৰিয়া-ৰূপ : এহিৰূপ বৰ্ণিল।

(চ) নাস্ত্যৰ্থক ক্ৰিয়া-ৰূপ : নপাইলো, নপাঞো, নপাৱে, নকৰিলা, নেদেখু, নেদিলা, নথাকু, নাজানু, নলঞ্‌, নোহোঞে।

(ছ) অসমাপিকা ক্ৰিয়া-ৰূপ : দৌড়িয়া, হুইয়া, উঠিয়া।

(জ) তুমুনন্ত ক্ৰিয়া-ৰূপ : সুনিবাক চাঞো, সৃষ্টি কৰিবা অভিলাষী হুই, স্তব কৰিবাক লাগিলা।

---

১. ড: কাকতিয়ে ভৱিষ্যত-কালৰ 'ম' বিভক্তিটো ভট্টদেৱৰ ৰচনাতে প্ৰথম পোৱা গৈছিল বুলি উল্লেখ কৰিছে। ( A F D., 1941, p. 13 )

কৃদন্ত-ৰূপ ; জিজ্ঞাসা কৰন্তে, যাইন্তে যাইন্তে, কৃষ্ণ কুল ঠাই যাৱা নাই ।

৭ 'ভক্তিৰস-তৰঙ্গিণী'ত লক্ষ্য কৰিবলগীয়া আন কিছুমান ৰূপতাত্ত্বিক লক্ষণৰ নিদৰ্শন :

(ক) তুলনা-বুজোৱা ৰূপ : শৰণাগতত্যাগীজন চণ্ডাল হন্তেও অধম । বিষ্ণুৰ ভজন তীৰ্থতো অধিক তীৰ্থ ।

(খ) জোৰ-বুজোৱা ৰূপ : ই : ললনাসকলইবা কুনি ।

এ : তুমিএ সোম ।

সে : তুমিসে পাপৰাশিনাশী ।

ও : দেৱগণৰো ।

এো : সন্ন্যাসীগণএো ।

(গ) অব্যয় শব্দ : যাতো, যদি, যদ্যপি, তথাপি, হে, আৰ, আৰো ।

[ আৰ>আৰো>আৰু ] ।

(ঘ) পৰ-সৰ্গ : কৰ্তৃক : দুষ্টগণ কৰ্তৃক ।

নামক : আনন্দ নামক ভট ।

নিকট : আমাৰ নিকট ।

ন্যায় : আতুৰোৰ ন্যায় ।

প্ৰতি : যজ্ঞক প্ৰতি, তং প্ৰতি ।

বিষয়ে : এই বিষয়ে ।

লাগি : হৰিক্ষেত্ৰক লাগি ।

সহিত : ভক্তিৰ সহিত ।

হন্তে : কস্য হন্তে ।

হেতু : সেৱা হেতু, কি হেতু ।

(ঙ) পূৰ্ব-প্ৰত্যয় : সঃ সসন্মানে ।

৮ বিশিষ্ট প্ৰয়োগ : (ক) নিষেধাৰ্থক অৰ্থত ব্যৱহৃত ক্ৰিয়া ৰূপ :

অনৰ্থক ভাৰ্য্যা গ্ৰহণ কৰিবেক নাই ( নকৰিব বা কৰিব নালাগে—এই অৰ্থত ), নন্দা তিথিসকলত তৈলত স্নান নকৰিবাক লাগি ( কৰিব নালাগে ) ।

(খ) সম্বোধনহিচাপে ব্যৱহাৰ কৰা শব্দত সংস্কৃতীয়া ৰূপ : হে ( ভদ্ৰে, ৰাজে, মুনে, দেৱৰ্ষে, ৰামে, গুৰো, প্ৰভো ) ।

(গ) সংস্কৃতীয়া সন্ধিযুক্ত শব্দৰ প্ৰয়োগ : জগদ্বন্দি, মুখোপায় ।

(ঘ) সংস্কৃতৰ পদ্ধতিৰে বিশেষ্য শব্দ অনুযায়ী স্ত্ৰীবাচক শব্দৰ লগত বিশেষণীয় ৰূপ : "খিন্নমনা এক তৰুণী বিসন্নমনে সমাসীনা ।"

(ঙ) বিশেষ্য-শব্দৰ ওকাৰান্ত তিৰ্যক-ৰূপ : ভগৱালোক, ভগৱালোৰ ।

(চ) 'ভক্তিৰস-তৰঙ্গিণী'ত স্থানীয় শব্দৰ প্ৰয়োগ নাই, মাত্ৰ 'টানাটানি কৰিবন্ত' এই প্ৰয়োগটোহে পোৱা গৈছে । আকৌ 'লাজ' শব্দটোৰ লগত 'আঁখি' শব্দটো দিয়া হৈছে ।

৯ হৰিদেৱৰ গ্ৰন্থখনৰ অসমীয়া অনুবাদত লক্ষ্য কৰিলে দেখা যায় যে ইয়াৰ বাক্যবোৰত ব্যৱহাৰ হোৱা সৰ্বনাম-শব্দ, শব্দ-বিভক্তি, ক্ৰিয়া-বিভক্তি, বহুবচনাত্মক আৰু নিৰ্দিষ্টতাবাচক প্ৰত্যয় কেতবোৰৰ বাহিৰে শব্দ প্ৰয়োগৰ ক্ষেত্ৰত তৎসম শব্দৰ প্ৰভূত ব্যৱহাৰ হৈছে । কিন্তু এনে শব্দৰ ব্যৱহাৰে তেওঁৰ ৰচনাক বুজি পোৱাত কোনো ধৰণৰ বাধাৰ সৃষ্টি কৰা নাই । তেওঁৰ ভাষা অতি প্ৰাঞ্জল । তেওঁৰ বাক্যৰ চানেকি অপল তলত দিয়া হ'ল ।

(ক) বৃত্তি বৃথা, তীৰ্থ অনৰ্থক, তাৰ যোগ যজ্ঞ-জ্ঞান-কথালাপ নিষ্প্ৰয়োজন, ভক্তিএ একমাত্ৰ মুক্তিদা ।

(খ) বৃক্ষশ্ৰেষ্ঠ অশ্বত্থ সাক্ষাৎ বিষ্ণুস্বৰূপ, তাহাক ভক্তি কৰিলে মনুষ্যৰ শুভ শান্তি হোৱন্ত ।

(গ) পূৰ্বে মঞি কি আছিলু, কি কৰ্ম কৰিছিলু, কিবাৰূপে জন্মলাভ হৈল, পুনৰ্বাৰ কুন স্থানক যাইবু ।

(ঘ) হে ত্ৰিদশৈক নাথ, তুমি ব্ৰহ্মা, তুমি বিষ্ণু আৰো তুমি এ তপন, তুমিএ সোম, তুমিসে সকলাৰ্তিহাৰী পাপৰাশিনাশী ।

(ঙ) যদ্যপি এই কথা অতিকে গুপ্ত অপ্ৰকাশ্য, তথাপি কহিবু যাতো তুমি মোৰ ভক্ত ।

(চ) এই নাৰীসঙ্গ ঘটিলে হৰিক প্ৰতি ভক্তি সুদৃঢ়া নোহোএ ।

(ছ) যদি অনায়াসে দুঃখ হন্তে তৰণ বাঞ্ছা কৰা, তেবে পুনৰ্ভৱ নিবাৰণ কাৰণ কৃষ্ণৰ চৰণযুগল ভজনা কৰা ।

৯১ সম্পূৰ্ণ তৎসম শব্দেৰে ৰচনা কৰা হৰিদেৱৰ অতি মনোৰম বাক্য এটা এনেকুৱা : "বনমালী ঘনশ্যাম পীতবাসা কিৰীটধাৰী কাঞ্চীকলাপযুক্ত উজ্জ্বল মকৰ-কুণ্ডলমণ্ডিত ত্ৰিভঙ্গমনোহৰ, মনোজ্ঞ, কৌস্তুভশোভিত কোটি মন্মথলাৱণ্য হৰিচন্দন-চৰ্চিত, পৰমানন্দ, চিন্মূৰ্তি, মধুৰ মুৰলীধৰ হৰি যীয় ভক্তগণৰ অমল হৃদয়ে প্ৰবেশ কৰিলা" ।

১০ বিজাই চোৱাৰ সুবিধাৰ্থে হৰিদেৱ, শঙ্কৰদেৱ, আৰু ভট্টদেৱৰ গদ্যৰ চানেকি অলপ তলত দাঙি ধৰা হ'ল।

(ক) হে প্ৰভো, কিবা হেতু আমি ঘোৰ সংসাৰ সাগৰত পৰি বৈলু। কৰ্মহন্তে দেহ প্ৰাপ্তি ঘটে আৰ দেহীজনে পাপে লিপ্ত হুই থাকে, আৰো পাপ প্ৰভাৱতে বিষম গতি প্ৰাপ্ত হুএে। মই কুন কৰ্মৰ প্ৰভাবে এই দুঃখদায়ক জন্ম পাইলু, প্ৰসন্ন হুই মোত কহিএো। ( হৰিদেৱ : ভক্তিৰস-তৰঙ্গিণী )।

(খ) হামাৰ পুত্ৰক কে লিয়া যাই, গোধূলি আজু বংশী বজাই কে ব্ৰজক আৱৰ কাহেক ধূলা ঝাৰি বুকে বান্ধি কোলে ধৰব, কাহেক গোৰস পান কৰাবৰ। কি ভেলি, আজু মেৰি কৃষ্ণ বাপ, কাহা গেলি এবাএো উহি তোহাৰি সন্তাপ। ( শঙ্কৰদেৱ : কালিদমন নাট )।

(গ) হে কৃষ্ণ : মহাযোগী মহা পুৰুষ : প্ৰকৃতিত পৰ : তুমাক প্ৰণাম কৰোঁ। হে ভগৱন্ত : বাসুদেৱ পৰমেশ্বৰ : আমাৰ পূৰ্ব্ব স্বভাৱ নহোক। কিন্তু বাক্যে তুমাৰ গুণ বৰ্ণাউক : কৰ্ণে কথা শুনোক। নাৰদৰ প্ৰসাদেসে আমি তুমাক দেখিলোঁ। আৰে অনুজ্ঞা দিয়োক : স্থানক জাওঁ ( ভট্টদেৱ : কথা-ভাগৱত )।

(ঘ) এতেকে জানো পৰমব্ৰহ্ম মুমুক্ষুৰ বেদ্য বিশ্বৰ আশ্ৰয় অব্যয় নিত্য ধৰ্ম-পালক সনাতন পুৰুষ, উৎপত্তিস্থিতিলয়শূন্য অনন্তবীৰ্য্য অনন্ত বাহু যাৰ নেত্ৰত চন্দ্ৰসূৰ্য্য মুখত অগ্নি আপুনাৰ তেজে বিশ্বক প্ৰকাশ কৰিবে লাগিছা। ( ভট্টদেৱ : কথা-গীতা )

১১ হৰিদেৱে তেওঁৰ সময়ৰ কথিত ভাষাটোৰ গঠন-পদ্ধতিৰ ওপৰত নিৰ্ভৰ কৰি উপযুক্ত, সহজবোধ্য, অতি সুৰলা তৎসম শব্দৰ ব্যৱহাৰত গুৰুত্ব দি ভক্তি-বিষয়ক 'ভক্তিৰস-তৰঙ্গিণী' গ্ৰন্থখন মুকলিমুৰীয়াভাৱে সম্পূৰ্ণৰূপে অসমীয়া গদ্যত ৰচনা কৰি অসমীয়া সাহিত্যত গদ্য ৰচনাৰ জনকৰূপে' ( এতিয়ালৈকে পোৱা তথ্য অনুসৰি ) সুপ্ৰতিষ্ঠিত হৈছে।

— —

পৰিশিষ্ট : চাৰি

# জ্যোতিপ্ৰসাদ আৰু অসমীয়া ভাষা

১. জ্যোতিপ্ৰসাদ আগৰৱালা কবি, নাট্যকাৰ, শিল্পী, স্বাধীনতা-সংগ্ৰামৰ আগ-ভাগ লওঁতা, মুক্তি-যুঁজাৰু, প্ৰাচ্য-পাশ্চাত্য শিক্ষাৰে শিক্ষিত, দেশ-বিদেশৰ নানা অভিজ্ঞতাৰে পুষ্ট, অসমীয়া সমাজ-ভাষা-সংস্কৃতিৰ পুনৰুদ্ধাৰ আৰু প্ৰতিষ্ঠাৰ বাবে গভীৰভাৱে চিন্তা কৰা প্ৰতিভাসম্পন্ন ব্যক্তি আছিল। অসম-দেশখনক আৰু অসমীয়া ভাষাক ভাল পোৱাটোৱে তেওঁৰ জীৱনৰ এটা বিশিষ্ট দিশ আৰু সেইবাবে অসম দেশখন আৰু অসমীয়া ভাষাক কেনেদৰে উন্নতিৰ পথত আগবঢ়াই নিব পাৰি তাৰ নিৰ্দ্দেশ তেওঁ অতি স্পষ্টভাৱে দি থৈ গৈছে। জ্যোতিপ্ৰসাদৰ ভাষাত "অসমীয়াৰ উন্নতি মানে অসমীয়াৰ মনটোৰ উন্নতি"। সংস্কৃতিসম্পন্ন হ লেহে মনটোৰ উন্নতি হ'ব। সংস্কৃতিনো কি? ইয়াৰ উত্তৰস্বৰূপে জ্যোতিপ্ৰসাদে অতি সহজ সৰল ভাষাৰে লিখিছে: "যি কথাই যি কামে যি চিন্তাই মানুহক সুন্দৰ কৰে, মানুহৰ জীৱন সুন্দৰ কৰে, মানুহক বৰ্বৰ প্ৰকৃতিৰ পৰা তুলি নি দিব্য প্ৰকৃতি দিয়ে -এই পৃথিৱীখন ধুনীয়া কৰি মানুহক মানুহৰ জীৱনৰ সম্পূৰ্ণ আনন্দ পাবৰ বাট দেখুৱাই দিয়ে—মানুহৰ সেই কথাই, সেই কামেই সেই চিন্তায়েই হৈছে সংস্কৃতি। এই জীৱনক ধুনীয়া কৰা সকলো কথাই, এই জীৱনৰ যোগেদি আনন্দ পোৱা সকলো কথাই সংস্কৃতি। আকৌ "অসমীয়া ৰাইজক সুস্থ অৱস্থালৈ, শিল্পাকৃতিয়েই, শিল্পীয়েই, কবিয়েই আনিব লাগিব। কবি খনিকৰেই প্ৰেৰণা দিব পৰা মূৰ্তি গঢ়ি ৰাইজৰ আগত থৈ, ৰাইজৰ কলা-তৃষ্ণা, সভ্যতাৰ আহল স্পৃহা ঘূৰাই আনিব লাগিব। মানৱ-সভ্যতাৰ বন্তিৰ তেল যোগাইছে কবি-শিল্পীয়ে—আগবঢ়াই নিছে এওঁলোকেহে।"

২ ভাষাও সংস্কৃতিৰ এটা অঙ্গ। এইভাষা আকৌ পৰিৱৰ্তনশীল। বিভিন্ন সময়ৰ বিভিন্ন পৰিস্থিতিত পৰি ভাষা এটাৰ ৰূপটো কিছুপৰিমাণে সলনি হৈ থাকে। অসমীয়া ভাষাটোও ইয়াৰ ব্যতিক্ৰম নহয়। জ্যোতিপ্ৰসাদৰ জীৱনৰ আগ-ছোৱাত তেওঁ অসমীয়া ভাষাৰ যিটো ৰূপ দেখিছিল আৰু আয়ত্ত কৰিছিল, সেই ৰূপটোৰ বহুখিনি সলনি হয় তেওঁৰ জীৱনৰ পিছৰ ফালে—বিশেষকৈ ভাৰতৰ স্বাধীনতা আন্দোলন আৰু দ্বিতীয় মহা-সমৰৰ ফলস্বৰূপে। "কংগ্ৰেছ-আন্দোলন আৰু এইবাৰ বিয়াল্লিছৰ বিপ্লৱে আৰু লগে লগে যুদ্ধৰ তল-ওপৰে অসমীয়া মানুহক সলাই পেলালে" (লভিতা)। এই পৰিৱৰ্তনবো জ্যোতিপ্ৰসাদে তেওঁৰ বিবিধ ৰচনাত

প্ৰয়োগ দেখুৱাই অসমীয়া ভাষাটোৰ প্ৰকাশিকা-শক্তি কেনেদৰে বৰ্ধন কৰিব পাৰি তাৰ নিৰ্দেশ দি ভাষাটোক যথেষ্টৰূপে সমৃদ্ধ কৰি তুলিলে।

৩ জ্যোতিপ্ৰসাদৰ ৰচনাৰ ক্ষেত্ৰ যথেষ্ট বিস্তৃত। সেইবাবে অসমীয়া ভাষাৰ প্ৰকৃতিসম্পৰ্কীয় যথেষ্ট সমল তেওঁৰ ৰচনাত সংৰক্ষিত হৈছে। শব্দ-মালাৰ দৃষ্টিৰে চালে জ্যোতিপ্ৰসাদে বিভিন্ন ধৰণৰ শব্দ ব্যৱহাৰ কৰিছে। তলত তাৰ আভাস দিয়া হ'ল ঃ

(ক) তৎসম, অৰ্ধতৎসম, তদ্ভৱ আদি শব্দ ঃ (১) বালাৰ্ক, দ্যুতি, জাগৃতি, কুসুমিত, প্ৰশমিত, আলোক, যাত্ৰা, অব্যৰ্থ, অৰ্ঘ, অভিনৱ, স্বাগত, সতীৰ্থ, দুৰ্জয়, জীৱন, অভিযান, নিনাদ, দ্যুলোক, ভূলোক, দিব্যলোক, অন্তায়, অসত্য, নৰেন্দ্ৰ, খৰস্ৰোতা, দুৰ্বাৰ, অনাগত, সাম্য, সমৃদ্ধি, সৌন্দৰ্য, মহামহত্ত্ব, অহোৰাত্ৰি, যাত্ৰী, মুক্তিদাত্ৰী,। (২) ছিলট ( slate ), কইনা, মুকথ, অগনি, কীৰিতি, পদুম, জনম, ধৰম, কৰম ৰবণ। (৩) ঘুমটি, ধাই, মাজু বাপু, মদাৰ, মাটি, জোন, সোণ, ভাল, থাপনা জোনাক, ব'দ, আন্ধাৰ, ফুলনি, মৌ, ফুলাম, আচল, পাওঁ, বাতি, শেৱালী নিয়ৰ, ওঁঠ, আখৰ, চাকি, অমিয়া।

(খ) হিন্দী আৰু আন ভাষাৰ শব্দ : খাৰিজ দাৰোগা, অল্লা, খোদা, খদ্দৰ, ছাফা, দস্তুৰ, নিমখ, হাজাৰ, হুকুম, চিলিম।

(গ) ইংৰাজী আৰু আন ভাষাৰ শব্দ : এয়াৰডুম, ট্ৰেঞ্চ, মিলিটেৰি, ৰেজিমেণ্ট, ফ্ৰেণ্ট, এটেনছন, পিস্তল, হৰ্ণ, আৰ্মি-পুলিছ, ছাইৰেণ, ছেলটাৰ, কেপ্তেইন, হুইছেল, এণ্টিএয়াৰক্ৰেফ্ট ছেলিউট, এৰেষ্ট, কেম্প, জেল, নাৰ্ছ, হাস্পতাল, ট্ৰাক, ষ্টভ, মেটিনগান, কমাণ্ডাৰ, ৰাইফল, ৰেড-ক্ৰছ, বেঞ্চ, পেন্সিল, মেপ, টেবুল, লেম্প, কেৰমবৰ্ড, পটিক, বনিয়ন, হাফ-পেণ্ট, ছেণ্ডেল, ছু, ইনফ্লুৱেঞ্জ, ডেপুটি কমিছনাৰ, ছেছন জজ, ফিউছাৰ, এগ, টোষ্ট, জাম, জেলি, চীজ, বিস্কুট, লাঞ্চ, ৰোষ্ট, বিফ, পুডিং, কাটলেট, চপ, বাটাৰ, ডিনাৰ, ছাপাৰ, লেডি, গুডকৰ নথিং, ওৱৰ্থলেছ, কাৰটেইন, বেড কভাৰ ড্ৰয়িং-ৰুম, বাথ-ৰুম, ষ্টেগাৰ্ড, ছিগাৰেট, গ্ৰেজুৱেট, জগ, মেছিন, টাৱেল, ফেছন।

১ ইপিনে জ্যোতিপ্ৰসাদৰ ৰচনাত সংৰক্ষিত হৈছে অসমৰ লোকে ব্যৱহাৰ কৰা যন্ত্ৰ-বস্তু, কানি-কাপোৰ, আ-অলঙ্কাৰ, আৰু উৎসৱ-পৰ্ব নৃত্য-গীতসম্পৰ্কীয় নানা ধৰণৰ শব্দৰাজি : আঁঠুমুৰীয়া চুৰিয়া, ফুলাম গামোচা, টঙালি, চোকাৰী, বাঁহ, বিছু, ছবি, খাৰু, কেৰু, টকা, পেঁপা, ঢোল, তাল, জাপি, চাবি, মিহাজি, কঁটা-কঁঠা, কপৌ-ফুল, সেন্দুৰৰ কৌটা।

৩.২ জ্যোতিপ্ৰসাদে নতুন সংস্কৃতিৰে সৈতে সম্বন্ধ ঘটাব্ৰ কলৰৰূপে নতুন ভাব-ধাৰাক নিজৰ ভাষাত প্ৰয়োগ কৰিবলগীয়া হোৱাত কেতিয়াবা ইংৰাজী শব্দ কিছুমানৰ প্ৰতিশব্দ দিবলৈ যত্ন কৰিছে আৰু কোনো কোনো ক্ষেত্ৰত ইংৰাজী শব্দটোকে ব্যৱহাৰ কৰিছে। তলৰ উদাহৰণবোৰে কথাখিনি স্পষ্ট কৰি তুলিব :

(ক) dramatic technique নাটকীয় কাৰিকৰি, means হাতৰ উপায়, dramatic dialogue নাটকীয় বচন, plot making ঘটনা সজোৱা, situation পৰিস্থিতি, atmosphere পাৰিপাৰ্শ্বিকতাৰ সৃষ্টি, co_fl ct সংঘৰ্ষ, greatness মহত্ত্ব, mes‸age বাতৰি, great creation মহৎ সৃষ্টি, eternal good চিৰকল্যাণ।

(খ) maximum response উলিয়াই, dramatic গুণত, তাৰ theatric অভিনয়ৰ ফালটো, দৰ্শকক appeal কৰিবও পাৰে, entertainment techni‸ue ৰ ফালৰ পৰা, season flower ৰ দৰে। যিটো concep ion, কেনেদৰে develop কৰিছে, আমাক inform কৰে, parallel আছে নে নাই, নাট্য সাহিত্যৰ বিষয়ে comparative study কৰা ইত্যাদি।

৪ সংযুক্ত শব্দ : জয় শঙ্খ, উৰা-জাহাজ, গান্ধী-টুপী, ভৰা-গুণা, ধন-বিত্ত, বাটে-পথে, সোণ-ৰ'দালি, মাছ পুঠী, কচু-ঢেঁকীয়া, চিৰা-পিঠা, পিঠা গুৰি, মিল-জিভা, শিল-অন্ধ শকতি দুধ, সৌন্দৰ্য-পিয়াহ গৌৰব-চূড়া, পদূলি মুখ, ৰেহ-ৰূপ, আহ-বিলাহ, হাঁহি-কান্দোন, সুখ-দুখ, বোৱা কটা, বন্ধা-বঢ়া, উঠন-পতন, জীৱন-বন্তি, দীপ-শিখা ন-পোহৰ, ন-ছোৱলী, ন-বিজুলী, ন সঁজুলি, ন-ভৱিষ্য, ভোঁহাৰি বিদাৰি-ভাঙি-বিস্ফোৰি, ছন্দ-বৰ্ণ সুৰ-লয়-তান, ৰূপে ৰসে-গন্ধে-গানে, কল্পনা-মেধা-বুদ্ধি-মনীষাৰে।

৫ জ্যোতিপ্ৰসাদৰ ভাষাৰ আন কেইটামান উল্লেখযোগ্য ৰূপ :

(ক) জতুৱা ঠাঁচ আৰু ফকৰা-যোজনা : গাটো বনজিং বনজিং কৰ্, মানিলে ধান নামানিলে পতান, অল্পবিদ্যা ভয়ঙ্কৰী, ফিচিঙা-ফিচিঙ কৰ, মুহ-কহ যা, নাক কোচা, কাণ কৰ্, কণা-কণি কৰ, গা ঘেলাই ফুৰ্, চকু চাট মাৰি ধৰ্।

(খ) সংযুক্ত-ধাতু আৰু ক্ৰিয়া ৰূপ : ( বিল ) পাছ কৰ্, (মটৰ) start হৈ, ট্ৰেইনিং দি, দুখ কৰ্, চোৱা-চুই কৰ্, জিলিকি উঠ, ভালৰি বোলা।

(গ) ক্ৰিয়াবিশেষণাত্মক শব্দ : থৰকবৰককৈ, পুলুংপালাংকৈ, হাঁওহাঁওকৈ ওলাওঁ নোলাওঁকৈ, ঘৰোনঘৰোকৈ, হোহোকৈ, হেকোজেকোকৈ, মৰোজাওঁ-সোঁজাধিকৈ।

(ঘ) নাম-ধাতুৰ পৰা হোৱা ক্ৰিয়া-ৰূপ : যেঁৱাই আছে, কণিয়াবলৈ ধৰ্, ৰুবাই, গা ব'দাইছে।

(ঙ) বিশেষণাত্মক শব্দ : সোৰোপা, এলেহুৱা, ঘোদ, আলাইবাহ, আলাহুকলীয়া, নিমাওমাও, তেজোদীপ্ত, আলসুৱা, ধুনীয়া, আটকধুনীয়া, সোণহালধীয়া ( ৰঙৰ )

মুকুত্তাধুনীয়া, ফটিক-উজ্জল, সোণগুৱনী, ফুলকুমলীয়া ( বুকু ), শিল চেঁচা ( চুমা ), কাঠকুঁৰা (ওঁঠ), আকাশমূৰা ( কলছী ), অৰুণবৰ্ণা ( বেলি )।

(চ) গালি শপনি : ছালা কুকুৰ কা বাচ্চা, গাধা, ছুৱৰ, বদমাইছ।

(ছ) ধ্বন্যাত্মক শব্দ : দপদপাই ( ফুৰ্ ), ছুৰমুৰাই ( কাম কৰ ), কুহুৰকুহুৰকৈ ( গাটো ) টনটনাই আছে।

(জ) প্ৰতিধ্বন্যাত্মক শব্দ : বা-বাগীচা, খা খবৰ, হা-হুমুনিয়াহ, পো পোৱালি।

(ঝ) নতুন শব্দৰ সৃষ্টি - বোমাৰু ( বিমান ), বেমেকথা (অৱস্থা), আমেৰিকান ( নিগ্ৰো )।

৬ বাক্য-ৰচনাৰ দৃষ্টিৰে চালে জ্যোতিপ্ৰসাদৰ ৰচনাত চুটী-দীঘল, দুয়োধৰণৰ বাক্য পোৱা যায়। উদাহৰণ :

(ক) ১৯৪৭ চন। গুৱাহাটী। বহাগৰ বিহু। বাসন্তী পুৱা, ৰূপহী থমকি ৰ'ল।

(খ) সৰু নৈখন জুৰজুৰকৈ বৈ গৈছে। লাহে লাহে ৰূপহী বিৰিণাৰ আঁৰ হৈ গ'ল। অসমীয়াৰ উন্নতি মানে অসমীয়াৰ মনটোৰ উন্নতি।

(গ) মাৰ্কেট নোহোৱা বস্তু প্ৰডিউছ কৰিবলৈ যোৱাটো মূৰ্খামি।

(ঘ) এফালে স্বাৰ্থ-সিদ্ধিৰ মহা আয়োজন আৰু আনফালে সৰল নিৰ্দোষী প্ৰাণীৰ কৰুণ হাহাকাৰ।

(ঙ) গোটেই দেশখনেই এটা প্ৰকাণ্ড নাট ঘৰ আৰু তাৰ দৰ্শক দেশৰ জনতা।

(চ) বাৰে বাৰে এটা প্ৰশ্ন জাগিবলৈ ধৰিলে বিলাতলৈ কেলেই পঢ়িবলৈ গৈছিলোঁ? যি বিচাৰি গৈছিলোঁ ঘুৰি আহি দেখোন ঘৰতে পালোঁ।

(ছ) পশ্চিমীয়া শিক্ষা পাই অহঙ্কাৰত অন্ধলা হৈ ঘৰলৈ মহাপ্ৰতিভাক চিনি নেপাই ফুৰা মোৰ মনটোৰ সকলো অহঙ্কাৰ সেইদিনা একেবাৰেই ধূলিসাৎ হৈ গ'ল। সেই দিনাৰ পৰাহে মই অসমীয়া হ'বলৈ আৰম্ভ কৰিলোঁ। মোৰ ভিতৰৰ ছাহাবটো ওলাই লৰ মাৰিলে।

(জ) আজি অভ্ৰভেদী হিমালয়ৰ পৰা কন্যাকুমাৰিকা আৰু ব্ৰহ্মৰ পৰা ভাৰতৰ পশ্চিমৰ শেষ সীমালৈকে নগৰে-নগৰে, গাৱেঁ-গাৱেঁ, মন্দিৰে-মছজিদে, হিন্দু-মুছলমানে, বৌদ্ধ-জৈন-পাৰছী-খৃষ্টানে, শিক্ষিত-অশিক্ষিত, ধনী দুখীয়া, বামুণ-চণ্ডাল, তিৰোতা-মুনিহ, ডেকা-বুঢ়া, সকলোৱেই যাৰ জয়ধ্বনি কৰিছে সেই কৰ্মযোগী, ত্যাগৰ অৱতাৰস্বৰূপ, সত্যৰ স্তম্ভস্বৰূপ, দুখুনী ভাৰতৰ প্ৰাণস্বৰূপ, সামান্য এচুৰিৰ কাপোৰেৰে গা-ঢকা সন্ন্যাসীয়ে হৈছে কৰ্মবীৰ মহাত্মা মোহনচাঁদ কৰমচাঁদ গান্ধী। তোমাৰ উদ্দেশ্যে শত শত সভক্তিৰে সেৱা।

৭ জ্যোতিপ্ৰসাদৰ ৰচনা বহুক্ষেত্ৰত অলঙ্কাৰযুক্ত। তলত এনে কিছুমান অলঙ্কাৰৰ চানেকি দিয়া হ'ল।

(ক) অনুপ্ৰাস : ন বছৰৰ ন দিনে ঘৰে ঘৰে ন ৰং চৰাই যাবলৈ খোজ দিলে। বত শতাব্দী ধৰি, কত যুগ ধৰি, লুইতে কত প্ৰেমিকৰ এনে হা-হুতাহ সোঁতত উটাই নি সাগৰত বিলপাই দিছে গৈ চাপে তাৰ কি লেখ-জোখ আছে। লুইতৰ মানত এই দুখীয়া-নিছলা প্ৰেমিক নাৰৱীয়া মহাপ্ৰেমিকৰ প্ৰেম এটা ধূলিকণা নহয় জানো?

(খ) যমক : এইবাৰ সৰিয়হ-ফুলভৰালৈ চাই ভাৱৰ খুন্দা-খুন্দলি খাই সঁচাকৈয়ে অভিনয়ে সৰিয়হ-ফুল দেখা হ'ল।

(গ) উপমা : ইমান সুন্দৰী, ইমান ৰূপহী তুমি উষা! আন্ধাৰ কোঠালি পোহৰাই যেন এটি ৰূপৰ বন্তি জ্বলিছে আছে। এটি যেন পুৱাৰ গগনৰ ৰাঙলী ওঁঠদুখনিৰে স্নিগ্ধ শীতল উষা। আনটি যেন পশ্চিমৰ গগনত লাহে লাহে ৰংচৰাই মাৰ যোৱা মধুৰ সন্ধ্যা।

(ঘ) উৎপ্ৰেক্ষা : তইঁতৰ জিভা নহয়, দাটী খুৰুৰা খুৰহে। এই মোৰ লগৰীয়েই মূৰ্তিমতী প্ৰকৃতি নে?

(ঙ) ৰূপক : মোৰ বৈজ্ঞানিক লেখনাভাসি জুই-চিয়াহীৰে ভৰা।

(চ) পুনৰুক্তি : কত জনমৰ পৰা যেন দেখি আহিছোঁ।—কত জনমৰ পৰা মই তোমাৰ কোমল কোলাত মূৰ থৈ আহিছোঁ, কত জনমৰ পৰা মই তোমাৰ অধৰ চুমি আহিছোঁ।—কতবাৰ তোমাৰ চাঁহিত এই উটি-বুৰি সংসাৰ পাহৰি গৈছোঁ। কত জনমৰ পৰা।

(ছ) ধ্বন্যাত্মকতা : গধূলি গৰুৰ 'হাম্বা হাম্বা' ৰৱে গাওঁখনৰ নীৰৱতা ভাঙিলে।

(জ) সমাসোক্তি : তোমাৰ চৰণ চলোৱাৰ আঘাতত টৌপনি-মগন মহাসাগৰে সাৰ পাওক।

(ঝ) আৰোহ বা সাৰ : আমাৰ মানুহৰ হিলৈ নাই, বন্দুক নাই, উৰা-জাহাজ নাই।

তেওঁৰ বংশ-গৌৰৱ নাই। আছে তেওঁৰ নিজৰ বাহুৰ শক্তি, মনৰ বল, বুকুৰ সাহ। মহাপুৰুষৰ বাণী শুনা, আদৰ্শ লোৱা, তেওঁৰ প্ৰেৰণাৰে অনুপ্ৰাণিত হোৱা, তেওঁৰ জীৱনৰ মাধুৰী অনুভৱ কৰা।—জাগা। তুমি থাকিবা আমাৰ ভাষাৰ শবদে শবদে, তুমি থাকিবা আমাৰ কবিতাৰ শাৰীয়ে শাৰীয়ে, তুমি থাকিবা আমাৰ সাহিত্যৰ বাহিৰে-ভিতৰে, তুমি থাকিবা অসমীয়াৰ জীৱনৰ উশাহে-নিশাহে।

তুমি থাকিবা, থাকিবা, থাকিবা। মই যি আঁকো, মই যি লিখোঁ, মই যি গঢ়োঁ, মই যি সাজোঁ, মই যি গাওঁ, বজাওঁ, জগত বজনজনাওঁ সিয়েই হৈছে কলা-সুকুমাৰ।

(ঞ) অৱৰোহ: তাইৰ আশা নাই, আনন্দ নাই, লোভ নাই – একো নাই।

(ট) স্বভাৱোক্তি: দুপৰীয়া সূৰ্যৰ প্ৰখৰ উত্তাপে যেন সকলো ভেইপুৰি নিব খুজিছে। বতাহ এজাটিও নাই, প্ৰকৃতি ৰব শান্ত, ৰব যেন ক্লান্ত। গছৰ পাত এটিও লৰা নাই। চৰাই-চিৰিকটি এটাও উৰা নাই। ৰব নিজম – ৰব নিস্তব্ধ।

৮ জ্যোতিপ্ৰসাদ আগৰৱালা এজন আশাৱাদী ব্যক্তি আছিল। তলত দিয়া অসমীয়া ভাষাসম্পৰ্কীয় কথাখিনিয়ে তেওঁৰ মহান চৰিত্ৰৰ এই দিশটো উজ্জ্বলকৈ ৰাখিছে: (ক) "যি অসমীয়া ভাষাৰ মাজেদি শ্ৰীমন্ত শঙ্কৰে মানৱৰ এক সৰ্ব্বোচ্চ সংস্কৃতিক অনায়াসে প্ৰকাশ কৰিব পাৰিছিল, যি অসমীয়া ভাষাৰ মাজেদিয়েই মাধৱ-জীৱনৰ মধুময় ৰূপ আৰু প্ৰকৃতিৰ অবৰ্ণনীয় বিৰাট সৌন্দৰ্যক বৰ্ণে-গন্ধে-লাৱণ্যে মহিমাই ফুলাই মানৱ-মনত ৰসৰ পূৰ্ণ সৃষ্টি কৰোৱাব পাৰিছিল, শঙ্কৰৰ সেই শ্ৰীমন্ত অসমীয়া ভাষাকেই আমি আজি যদি বিকশিত কৰি শিল্পীৰ বিশ্ব-সপোনৰ হাঁহি তাত নিখুঁতভাৱে প্ৰতিফলিত কৰিব পাৰোঁ তেন্তে অসমীয়া ভাষা বিশ্ব-সভাৰ সন্মানৰ আসনত বহিবগৈ যে পাৰিব ই মোৰ ধ্ৰুৱ বিশ্বাস", (খ) "কামৰূপা মোৰ সুৱদীসুৰীয়া অসমীয়া ভাষা, জগত সভালৈ যাব, উজ্জ্বল, সুজ্জ্বল কহিনুৰ পিন্ধি হাঁহি জ্যোতিৰূপা হ'ব"।

— ১ —

# গ্ৰন্থ-পঞ্জী


Barua, B and Deodhai Phukan, N N ( edt ) : Ahom Lexicons, 1964

Barua, K L : Early History of Kamarupa, 1932

Barua, Rai Sahib Golap Chandra : Ahom Assamese-English Dictionary, 1920

Baugh, A C : A History of the English Language, 1982

Bhuyan, S K : Studies in the Literature of Assam, 1956

Chaudhury, B N : Some Cultural and Linguistic Aspects of the Garos, 1969

Davis, A I : Basic Colloquial Maithili, 1984

Geiger, W : Pali Literature and Language, 1956

Goswami, U : An Introduction to Assamese, 1978

„ „ : A study on Kamrupi, a Dialect of Assamese, 1970

Hazarika, B : Assamese Language : Origin and Development, 1985

Jha, S : The Formation of the Maithili Language, 1958

Kakati, B : Assamese, its Formation and Development, 1941

Neog, D : The Origin and Growth of the Asamiya Language 1964

Neog, M ( edt ) : Lakshminath Bezbaroa, the Sahityarathi of Assam

Nigam, R C. ( compiler ) : Grammatical Sketches of Indian Languages with Comparative Vocabulary and Texts, 1975

Pai ( Karapurkar ), Pushpa : Kokborok Grammar, 1976

Sen, S : A Comparative Grammar of Middle Indo-Aryan, 1960

Sen, S. K : Proto Indo-Aryan, 1973

Sinha, N. K : Mundari Grammar, 1975

Sinha, K. P : Bishnupriya Manipuri Language, 1981

Shama, M M : Inscriptions of Ancient Assam, 1978

Tripathi. K. B : The Evolution of Oriya Language and Script, 1962

Tagare, G. V : Historical Grammar of Apabhramsa, 1948
Woolner, A C · Introduction to Prakrit, 1928
অসম প্ৰকাশন পৰিষদ : অম্বিকাগিৰী ৰায়চৌধুৰী, ১৯৮৬
অসমীয়া সাহিত্যৰ চানেকি : খণ্ড ৩, ভাগ ১
আগৰৱালা, চন্দ্ৰকুমাৰ : চন্দ্ৰামৃত, ১৯৬৭
কৌঁৱৰ, ৰামেশ্বৰ : তিৱা শব্দ-সম্ভাৰ, ১৯৮১
গগৈ, লীলা ( সম্পা ) : শৰাইঘাটৰ যুদ্ধৰ কথা, ১৯৭৭
,, ,, : টাই সংস্কৃতিৰ ৰূপ-ৰেখা, ১৯৮৫
গোস্বামী, উপেন্দ্ৰনাথ : দেউৰী শব্দ মালা, ১৯৮১
গোস্বামী, প্ৰফুল্লদত্ত : কামিনীকান্তৰ চৰিত্ৰ, ১৯৬০
গোস্বামী, শৰৎচন্দ্ৰ ( সম্পা ) : নীতি লতাঙ্কুৰ, ১৯৪১
গোস্বামী, হেমচন্দ্ৰ ( সম্পা ) : কথা-গীতা
,, ,, ,, : কামৰত্ন-তন্ত্ৰ, ১৯২৮
গোহাঞি বৰুৱা, পদ্মনাথ : মোৰ সোঁৱৰণী, ১৯৮৭
চণ্ডীদাস, বৰু : শ্ৰীকৃষ্ণকীৰ্তন
টেৰণ, লংকাম : কাৰ্বি জনগোষ্ঠী, ১৯৭৪
,, ,, : কাৰ্বি ভাষাৰ চমু পৰিচয়, ১৯৬৪
তালুকদাৰ, নন্দ ( সম্পা. ) : এলাকেশী বেশ্যাৰ বিষয় আৰু বনিবোংকৰাৰ বিষয়, ১৯৮০
তিৱাৰী, ভোলানাথ : ভাষা-বিজ্ঞান, ১৯৮৫
,, ,, : হিন্দী ভাষা, ১৯৬৬
তেৱাৰী, উদয়নাৰায়ণ : ভোজপুৰী ভাষা ঔৰ সাহিত্য, ১৯৫৪
তেৰাং, ৰংবং : কাৰ্বি-অসমীয়া পাঠ, ১৯৮০
,, ,, : কাৰ্বি লামতাছাম, ১৯৭৪
দত্তবৰুৱা, হৰিনাৰায়ণ ( সম্পা ) : সপ্তকাণ্ড ৰামায়ণ
,, ,, ,, : কীৰ্তন
,, ,, ,, : দশম
,, ,, ,, : ৰুক্মিণী-হৰণ কাব্য
,, ,, ,, : বৰগীত

নেওগ মহেশ্বৰ ( সম্পা. ): উষা-পৰিণয়
,, ,, ,, : গুৰুচৰিত-কথা, ১৯৮৭
,, ,, ,, : অকণোদই, ১৯৮৩
,, ,, ,, : অসমীয়া সাহিত্যৰ ৰূপ ৰেখা, ১৯৮৩
পাতুন, নাহেন্দ্ৰ : মিচিং-অসমীয়া পাঠ, ১৯৮১
পূৰ্বোত্তৰ ভাষা-সমিতি : অসমীয়া ডিমাছা শব্দ-কোষ, ১৯৮৫
,, ,, : অসমীয়া মিচিং শব্দ-কোষ, ১৯৮২
,, ,, : অসমীয়া বড়ো শব্দ-কোষ, ১৯৮৩
,, ,, : মিচিং ভাষাৰ চমু পৰিচয়, ১৯৮৮
বৰবৰুকী, উপেন্দ্ৰ ( সম্পা ) : বেণুধৰ শৰ্মা, ৯৬৯
বৰকাঠ, সুকুমাৰ : হস্তিবিদ্যাৰ্ণৱ, ১৯৭৬
বৰা, সত্যনাথ : কেন্দ্ৰসভা, ১৮৪৬ শক
,, ,, : সাৰথি ১৯৭৪
বৰুৱা, নগেন্দ্ৰনাথ : ডিমাছা শিকোঁ আহক, ১৯৭১
বৰুৱা, বিমলাকান্ত : টাই ভাষা, ১৯৭৪
বৰুৱা, বিৰিঞ্চিকুমাৰ ( সম্পা ) : অসমীয়া নাট
,, ,, : কথা-সাহিত্য ( পুৰণি-ভাগ )
,, ,, আৰু শৰ্মা, সত্যেন্দ্ৰনাথ (সম্পা ) : মনসা-কাব্য
,, ,, : অসমীয়া ভাষা আৰু সংস্কৃতি, ১২৫৭
,, ,, ( সম্পা ) : অকণোদইৰ ধলফাট, ১৯৬৫
বৰুৱা, যাদৱচন্দ্ৰ : গাৰ ভাষা, ১৯৭০
বৰ্মা, ধীৰেন্দ্ৰ : হিন্দী ভাষা কা ইতিহাস, ১৯৫৭
,, ,, ( সম্পা ) : হিন্দী সাহিত্যকা বৃহৎ ইতিহাস, দ্বিতীয় ভাগ
বসু, মণীন্দ্ৰমোহন : চৰ্যা-পদ
বাহৰী, হৰদেৱ : হিন্দী, উদ্ভৱ, বিকাস ঔৰ ৰূপ, ১৯৭২
ভট্টাচাৰ্য, তাৰিণীচৰণ ( সম্পা ) : ঘোৰা-নিদান, ১৯৩২
ভট্টাচাৰ্য, বিধুশেখৰ : পালি প্ৰকাশ ( দ্বিতীয় মুদ্ৰণ )
ভৰালি, দেৱানন্দ : অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি, ১৯৩২

ভূঞা, সূৰ্যকুমাৰ ( সম্পা ) : পাদশ্বাহ বুৰঞ্জী, ১৯৩৫

,, ,, : দেওধাই অসম বুৰঞ্জী, ১৯৩২

,, ,, : কামৰূপৰ বুৰঞ্জী, ১৯৫৮

,, ,, : কছাৰী বুৰঞ্জী, ১৯৮৪

,, ,, : জয়ন্তীয়া বুৰঞ্জী, ১৯৬৪

,, ,, : ত্ৰিপুৰা বুৰঞ্জী, ১৯৬২

মজুমদাৰ, ধীৰেন্দ্ৰনাৰায়ণ : গাৰো সংস্কৃতিৰ ৰূপ ৰেখা, ১৯৭৪

মেধি, কালিৰাম : অসমীয়া ব্যাকৰণ আৰু ভাষা তত্ত্ব, ১৯৩৬

ৰাভা, ৰাজেন : ৰাভা শব্দ-সম্ভাৰ ১৯৮২

,, ,, : ৰাভা জনজাতি, ১৯ ৪

লেখাৰু, উপেন্দ্ৰচন্দ্ৰ ( সম্পা ) : কথা গুৰুচৰিত ( প্ৰথম খণ্ড ), ১৯৫৯

শৰ্মা, বাণীকান্ত : অসমীয়া ভাষা সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান, ১৯৮১

শৰ্মা দলৈ, হৰিনাথ ( সম্পা ) : কথা-ভাগৱত

শৰ্মা, পদ্মনাথদেৱ : কামৰূপ শাসনাৱলী

সৰিতা-সভা : বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা, ১৯৫৩

, ,, : হাজৰিকাৰ সাহিত্য প্ৰতিভা, ১৯৭৪

সেন, সুকুমাৰ : ভাষাৰ ইতিবৃত্ত ১৯৭৯

,, ,, : চৰ্যাগীতি পদাবলী, ১৯৫৬

হাজৰিকা, অতুলচন্দ্ৰ ( সম্পা ) : বেজবৰুৱাৰ ৰচনাৱলী

হাজৰিকা, পৰীক্ষিত : চৰ্যাপদ, ১৯৭৩

হাঞ্চে, ছামছিং : কাৰ্‌বি লামথে, ১৯৭৩

— × —